# স্বাধীনতাৰ সপোন আৰু দিঠক

ড° হীৰেন গোহাঁই

জাৰ্ণাল এম্পৰিয়াম
নলবাৰী-৭৮১৩৩৫

*SWADHINATAR SAPON ARU DITHAK ; A Collection of Various Articles written by Dr Hiren Gohain and Published by Sri Surendra Chandra Baishya, Journal Emporium, Nalbari-781335. Price Rs 32.00*

প্ৰকাশক :
শ্ৰীসুৰেন্দ্ৰ চন্দ্ৰ বৈশ্য
জাৰ্ণাল এম্প'ৰিয়াম
নলবাৰী-৭৮১৩৩৫

প্ৰথম প্ৰকাশ
ডিচেম্বৰ '৯১

প্ৰচ্ছদ : ৰমেন্দ্ৰ নাৰায়ণ জোৱাদ্দাৰ

মূল্য : ৩২.০০ টকা

মুদ্ৰক :
নিউ বৈশাখী প্ৰেছ
৩৮ শিৱনাৰায়ণ দাস লেন,
কলিকতা—৭০০০০৬

# উছৰ্গা

শুভেচ্ছা আৰু সৌহাৰ্দ্দ্যৰে
মোৰ ক্লেশকৰ বৌদ্ধিক জীৱন
যিসকলে সজীৱ কৰি ৰাখিছে,
তেওঁলোকৰ ভিতৰত
প্ৰভাত বৰা আৰু অপূৰ্ব শৰ্মাক
এইখন কিতাপেৰেই
মান ধৰিছোঁ।

# পাতনি

এই সংকলনত সন্নিবিষ্ট লিখাবোৰ ঘাইকৈ মোৰ চৌখীন সাংবাদিকতাৰ ফচল। সাংবাদিকতা মোৰ বৃত্তি নহয়, চখ। কিন্তু বহু সময়ত জীৱিকাতকৈ চখৰ প্ৰতি মানুহৰ ধাউতি বেছি হয়। মোৰ ক্ষেত্ৰতো কথাটো কিছুদূৰ খাটে।

মোৰ চখৰ কাৰবাৰ বাইজৰ ওপৰত কিতাপ হিচাপে জাপি দিছোঁ কেলেই? দুটা কাৰণত। প্ৰথমতে, কেইবাজনো পাঠকে "আজিৰ অসম"ত ধাৰাবাহিকভাৱে ওলোৱা "প্ৰসংগক্ৰমে"ত লিখা সমূহ কিতাপ আকাৰে সংকলিত হোৱাটো বিচাৰিছে। তাৰ প্ৰতি সঁহাৰি দিয়াটো মোৰ দুৰ্বলতা নিশ্চয়। কিন্তু তাৰ আন যুক্তিযুক্ততাও আছে। সাংবাদিক সকল সাধাৰণতে বৃত্তিগত কাৰণত ঘটনাৰ দাস হবলৈ বাধ্য—যি ঘটনা আজি দিগ্বিজয়ী বিপ্লৱ, কাইলৈ সিয়েই হয়তো নাৰকীয় চক্ৰান্তত পৰিণত হয়, লগে লগেই সাংবাদিকৰ সুৰো সলনি হয়। আমাৰ দৰে কোনো কোনো লোকৰ ওপৰত সাংবাদিকতাৰ এই বৃত্তিগত হেঁচা নাই। আমি কিছুদূৰ ঘটনা-সমূহৰ প্ৰতি নিৰ্লিপ্ত মনোভাব লব পাৰোঁ আৰু নিজস্ব দৃষ্টিভংগী ৰক্ষা কৰি যাব পাৰোঁ। অৱশ্যে সংবাদ আৰু ঘটনা সমূহৰ লগত তাল ৰাখি যাওঁতে আমাৰো কেতিয়াবা ত্ৰুটি-বিচ্যুতি ঘটিছে। আমি সৰ্বজ্ঞ নহওঁ যেতিয়া এনে দোষ ত্ৰুটি খুব স্বাভাৱিক। কিন্তু সাধাৰণতে আমাৰ দৰে লেখকৰ কাপৰ পৰা ওলোৱা মতামতত ঘটনাৱলীৰ চৰিত্ৰ বা যথাৰ্থ বেহ-ৰূপ কম পৰিমাণে বিকৃত হয় বুলি আমাৰ ধাৰণা।

সেয়ে সাম্প্ৰতিক কেইটামান বছৰৰ বিভিন্ন ঘটনাৱলী সম্পৰ্কে আমাৰ মতামত একত্ৰিত কৰি পাঠকৰ দ্বাৰস্থ হোৱাৰ লোভ সামৰিব নোৱাৰিলোঁ। হয়তো ঘটনা-ৱলীৰ আচল ক্ৰম বা বিবৰ্তনৰ এটা ক্ষীণ আভাস পাঠকে তাৰ পৰা পাবও পাৰে। সংবাদৰ ধাৰাসাৰ ঢলৰ মাজত বুৰ নগৈ হয়তো সংবাদৰ পৰা কিছু ব্যৱধানত থিয় হোৱাৰ সুযোগ পাঠকে পাব, তেনে আশা কৰাটো অমূলক নহয় বুলি ভাবোঁ।

যিবোৰ ঘটনাৱলী সম্পৰ্কে আমাৰ প্ৰতিক্ৰিয়া বিভিন্ন সময়ত ব্যক্ত হৈছে, সেইবোৰ ঘাইকৈ অসমৰ। তাৰ দেশীয় আৰু আন্তৰ্জাতিক পটভূমি সম্পৰ্কেও মাজে সময়ে আলোকপাত কৰা হৈছে। ঘটনাৱলীৰ অন্তৰ্নিহিত সূত্ৰ হৈছে অসমীয়া জাতীয় জীৱনৰ সংকট আৰু তাৰ প্ৰতি আমাৰ বাইজৰ প্ৰতিক্ৰিয়া। সংকটটো বহুতে স্বীকাৰেই কৰিব নোখোজে আৰু তাক এক বিশেষ শ্ৰেণীৰ সংকট বুলিবহে খোজে।

অসমীয়া মধ্যশ্ৰেণীৰ সংকট যে এই সংকটৰ এক প্ৰধান দিশ, অস্বীকাৰ কৰা টান। কিন্তু যেহেতু অসমীয়া সাধাৰণ শ্ৰমজীৱী বাইজ আন মতাদৰ্শৰ ভিত্তিত ফালৰি কাটি যোৱা নাই, সেই সংকটে তেওঁলোকক স্পৰ্শ নকৰাকৈ থকা নাই। চাকৰি বাকৰিৰ সমস্যা, শিল্পায়নৰ লেহেম গতি, এইবোৰে তেওঁলোকৰ বাবেও বিপদ সৃষ্টি কৰিছে।

কিন্তু সংকটৰ প্ৰতি মধ্যবিত্ত প্ৰতিক্ৰিয়া হৈছে উগ্ৰ জাতীয়তাবাদ—ভাৰতীয় সমাজ ব্যৱস্থাৰ মৌলিক ৰূপান্তৰৰ দাবীৰ ঠাইত সি অৱলম্বন কৰে অন্যান্য জাতিৰ প্ৰতি দমনমূলক নীতি। নেলী, গহপুৰ, আদি আছিল তাৰেই প্ৰকাশ। তেনে উগ্ৰ জাতীয়তাবাদৰ প্ৰতি ভাৰতৰ শাসক শ্ৰেণীৰ সহানুভূতি আছে, কেৱল তাৰ ওপৰত এটা গান্ধীবাদী প্ৰলেপ লগাব লাগে। কিন্তু সেই ছলনাই সমাজৰ দৰিদ্ৰ শ্ৰেণীৰ এচাম যুৱকক সন্তুষ্ট কৰিব নোৱাৰিলে। তেওঁলোকে হাতত অস্ত্ৰ তুলি ল'লে আৰু ভাৰতীয় ৰাষ্ট্ৰযন্ত্ৰৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। মধ্যশ্ৰেণী সিমান দূৰলৈ যাব নোখোজে, কিন্তু তেওঁলোকৰ মতাদৰ্শ আৰু প্ৰচাৰৰ সি লজিকেল পৰিণতি।

সমস্ত উগ্ৰপন্থীসকলে মধ্যশ্ৰেণীৰ পৰা নিজৰ পাৰ্থক্য ৰক্ষা কৰিবলৈ চেষ্টা নকৰা নহয়। তেওঁলোকে দুখীয়া শ্ৰমজীৱী বাইজৰ মাজত আশ্ৰয় লয়, বিপদে আপদে তেওঁলোকক সহায় কৰে, আন জাতিৰ শ্ৰমজীৱী বাইজক সচৰাচৰ আক্ৰমণ নকৰে। কিন্তু সচেতনভাৱে আৰু কষ্ট কৰি মধ্যবিত্ত মতাদৰ্শৰ পৰা বেলেগ মতাদৰ্শগত অৱস্থান নিৰ্ণয় কাৰ্য গ্ৰহণ নকৰাৰ ফলত তেওঁলোকৰ মনত মধ্যবিত্ত মানসিকতাৰ বীজ ৰৈ গৈছে। উগ্ৰজাতীয়তাবাদৰ সহচৰ স্বৈৰতন্ত্ৰী মনোভাৱৰ পৰা এওঁলোক মুক্ত নহয়। জনসাধাৰণ আৰু জনমতৰ প্ৰতি এওঁলোকৰ অসীম অৱজ্ঞা: তাৰ প্ৰমাণ এয়ে যে অসমৰ "মুক্তি"ত জনসাধাৰণে প্ৰধান ভূমিকা ল'ব পাৰে বুলি তেওঁলোকে নাভাবে। সৰ্বোপৰি অস্ত্ৰৰ বাবে আৰু গ্ৰাসাচ্ছাদনৰ বাবে ধন সংগ্ৰহ কৰাত প্ৰাথমিক গুৰুত্ব দি তেওঁলোকৰ সংগঠনৰ মাজলৈ দুৰ্নীতি আৰু পুঁজিবাদী জীৱনযাত্ৰাৰ প্ৰলোভনৰ বিপদ মাতি আনিছে। লুণ্ঠন, অত্যাচাৰ, হুকুমদাৰিত নিম্ন মধ্যবিত্তও তিক্ত বিৰক্ত হৈছে। আৰু তেওঁলোকৰ হঠকাৰিতাই সুযোগ দিছে ভাৰতীয় ৰাষ্ট্ৰক জনসাধাৰণৰ মাজত সন্ত্ৰাস সৃষ্টি কৰিবলৈ। উগ্ৰপন্থী হঠকাৰিতাই সেয়ে অসমৰ জাতীয় সংকট সমাধান কৰা টান, বৰং তাক আৰু জটিল কৰাৰ আশংকাহে আছে।

তথাপি ক'ব লাগিব যে এই হঠকাৰী যুৱকসকলৰ মাজত প্ৰাথমিক ভাৱে আত্ম-কেন্দ্ৰীক স্বাৰ্থচিন্তা নাই। তেওঁলোকে সমুখত আন বিশ্বাসযোগ্য আদৰ্শ নাপাই উগ্ৰপন্থী জাতীয়তাবাদকে সাৰটি লৈছে মৃত্যুলৈ ভয় নকৰি। ক্ষয়িষ্ণু জাতীয়তাবাদ আৰু সংসদী ৰাজনীতিৰ মোহ বোগত ভোগা বিভিন্ন বামপন্থীদলৰ সুবিধাবাদী

কাৰ্য্যকলাপৰ পৰিবেশত এওঁলোকে দীক্ষা লৈছে দেশপ্ৰেমৰ। এওঁলোকৰ ভুল হোৱাটো অপ্ৰত্যাশিত নহয়। কিন্তু সেই ভুলৰ বাবে অসমীয়া জাতিয়ে কঠোৰ পৰাজিত কৰিবলগীয়া হ'ব পাৰে।

ঘটনাৱলীৰ এনে ক্ৰমৰ উপৰিও আন দুটামান দীঘলীয়া প্ৰবন্ধও এই পুথিৰ অন্তৰ্ভুক্ত কৰা হৈছে—যেনে সাহিত্যসভাৰ এগৰাকী সভাপতিৰ অভিভাষণৰ প্ৰতি আমাৰ প্ৰতিক্ৰিয়া আৰু সাধাৰণভাৱে উঃ পূঃ ভাৰতৰ অস্থিৰতা সম্পৰ্কে এটা ইংৰাজী প্ৰবন্ধৰ অনুবাদ। (অনুবাদ কৰিছিল শ্ৰীপৰেশ মালাকাৰে।) নকলেও চলে এনে প্ৰবন্ধৰ বিষয়বস্তুও বাকীবোৰ মন্তব্যৰ লগত খাপখোৱা।

প্ৰবন্ধ আৰু মতামত সযত্নে ৰক্ষা কৰি প্ৰকাশৰ উপযোগী কৰি উলিওৱা বাবে সহধৰ্মিণী ৰাণী গোহাঁইক আৰু প্ৰকাশ কৰাৰ দায়িত্ব লোৱা বাবে আৰ্গল এম্প'ৰিয়ামৰ স্বত্বাধিকাৰী সুৰেন বৈশ্যৰ প্ৰতি এই ছেগতে কৃতজ্ঞতা জনালো।

ইতি

১২/১০/৯১

হীৰেন গোহাঁই

গুৱাহাটী বিশ্ববিদ্যালয়

# দীপিলা চ'কৰ হত্যাকাণ্ড, ভাৰত-বাৰ্মা বিপ্লবী মৰ্চা

## দীপিলা চ'কৰ হত্যাকাণ্ড

সমসাময়িক অসুস্থ, অশান্তিময় পৰিবেশৰ একো একোটা নিদৰ্শনে সকলোৰে গাৰ নোম শিয়ঁৰাই থৈ যায়। অথচ সকলোৰেই অসহায় অনুভৱ নকৰাকৈ নাথাকে। ছাৰ্গে গ্ৰীৎছাংকোৰ মৃত্যু আছিল তেনে এক ঘটনা। দীপিলা চকৰ হত্যাকাণ্ড আৰু এক তেনে ধৰণৰ ঘটনা।

বি এছ এফৰ কেইজনমান জোৱানে উত্তেজিত আৰু ক্ৰোধান্ধ হৈ নিৰপৰাধ আৰু শান্তিপ্ৰিয় নাগৰিক কেইজনমানক নিৰ্বিচাৰে গুলী কৰি হত্যা কৰাটো অতি উদ্বেগজনক আৰু মৰ্মান্তিক ঘটনা। স্বাভাৱিকতে ৰাজ্যখনৰ সকলো শুভবুদ্ধিসম্পন্ন লোকে এই ঘটনাক তীব্ৰ গৰিহণা দিছে। এটা উচ্চ পৰ্য্যায়ৰ ন্যায়িক তদন্ত এই ক্ষেত্ৰত নূন্যতম দাবী। কিন্তু বি এছ এফ আৰু চি আৰ পি এফৰ প্ৰতিজন জোৱানক কঠোৰভাবে সতৰ্ক কৰি দিয়া প্ৰয়োজন যে সন্দেহ, আক্ৰোশ বা ক্ৰোধৰ বশৱৰ্ত্তী হৈ তেওঁলোকে যাতে অধেমধে গুলী নচলায়। তেনে প্ৰমাণ পালে দোষী জোৱানৰ ওপৰত তৎক্ষণাৎ যথাযথ শাস্তিমূলক ব্যৱস্থা লোৱা উচিত হ'ব। নিৰাপত্তা বাহিনীৰ এই কৰ্মী সকলৰ কাম অসমত শান্তিৰক্ষা কৰা। তেওঁলোকে যাতে নিজকে অসমৰ জনগণৰ ধন-প্ৰাণৰ মালিক বুলি নাভাবে। নিহত লোক সকলৰ পৰিয়ালৰ প্ৰতি সমবেদনা জ্ঞাপন কৰা আৰু পৰিয়ালৰ সংস্থানৰ ব্যৱস্থা কৰাও চৰকাৰৰ আশু কৰ্ত্তব্য বুলি ভাবোঁ। চৰকাৰী বাহিনীও উগ্ৰপন্থী বিবেচিত হ'লে ৰাইজ তৰিব কেনেকৈ ?

কিন্তু ৰাজ্যখনত শান্তি-শৃংখলা ৰক্ষা কৰিবৰ বাবে এনে অৰ্দ্ধসামৰিক নিৰাপত্তা-বাহিনী নিয়োগ নকৰাকৈ থকা টান। ১৯৮০ চন মানৰ পৰাই ৰাজ্যখনৰ পৰিস্থিতিয়ে এনে ৰূপ ল'লে যে ৰাজ্যিক আৰক্ষী বাহিনীক চেৰ পেলাই আইন-শৃংখলা ৰক্ষাৰ দায়িত্ব প্ৰায় পুৰাপুৰি অৰ্দ্ধসামৰিক বাহিনীবোৰে ল'বলৈ ধৰিলে। কাৰণ সশস্ত্ৰ গুপ্ত বাহিনীয়ে পূৰ্ব পৰিকল্পিতভাবে আৰু আচম্বিতে আক্ৰমণ হানি নাইবা বহুসংখ্যক উত্তেজিত জনতাই আইন-শৃংখলাত ব্যাঘাত ঘটাই সাধাৰণ আৰক্ষী বিভাগক বিব্ৰত আৰু বিমূঢ় কৰিবলৈ ধৰিলে তেতিয়াৰ পৰাই। আজি সমগ্ৰ ৰাজ্যতে সন্ত্ৰাসবাদ এক পৰিচিত ঘটনা। ULFAৰ উপৰিও Bodo Security Force, ABSU আদি সংগঠনে সময়ে সময়ে হিংসাত্মক ঘটনা ঘটাই আছে। জনসাধাৰণৰ একাংশ নীৰৱ

সমৰ্থক, আন একাংশ সন্ত্ৰস্ত আৰু নিৰূপায় দৰ্শক, আন একাংশ হয়তো সন্ত্ৰাসবেই বলি। গতিকে CRPF বা BSF অসমৰপৰা শীঘ্ৰে আঁতৰিব বুলি আশা কৰিব নোৱাৰি।

প্ৰফুল্ল কুমাৰ মহন্ত মুখ্যমন্ত্ৰী হৈ থাকোতে অৰ্দ্ধসামৰিক বাহিনী অসমত বঢ়াব লাগে বুলি নিজেই কেইবাবাৰো কেন্দ্ৰীয় চৰকাৰৰ ওচৰত আবেদন কৰিবলৈ বাধ্য হৈছিল।

সেয়ে দীপিলা চ'কৰ ঘটনাটোক এটা গুৰুতৰ ব্যাধিৰ উপসৰ্গ বুলি ধৰাই ভাল। ব্যাধিটো হৈছে এই অঞ্চলৰ প্ৰতি কেন্দ্ৰৰ অৱহেলা আৰু তাৰ প্ৰতিক্ৰিয়া স্বৰূপে এচাম থলুৱা যুৱকৰ অন্ধ হিংসাৰ পথ গ্ৰহণ। একেটা ব্যাধিৰ দুটা দিশ। কেন্দ্ৰৰ অৱহেলা যেনে অন্যায়, উগ্ৰপন্থীৰ নিৰ্বিচাৰ হত্যালীলা তেনে অমানুষিক। ব্যাধিৰ নিৰাময় ঘটাব নোৱাৰালৈকে এনে হৃদয় বিদাৰক দুৰ্ঘটনা ঘটি থাকিব।

বি এছ এফৰ জোৱান কেইজনে কিয় গুলীচালনা কৰিছিল? তেওঁলোকে যিখন গাড়ীত আহি আছিল সেইখন উৰাই দিবৰ বাবে দীপিলা চকৰ দলঙৰ তলত এটা থেন-বোমা ৰাখি থৈছিল কোনো সন্ত্ৰাসবাদী দলে। তেওঁলোকৰ ভাগ্য ভাল যে তেওঁলোকৰ আগতে কোনো সন্দেহ নকৰাকৈ আন এখন গাড়ী আহি দলং পাৰ হ'ব খোজোঁতে বোমাটো ফুটে, আৰু গাড়ীখনৰ যাত্ৰী কেইজন গুৰুতৰভাৱে আহত হয়। সেই গাড়ীখনৰ পিছে পিছে আহি থকা বি এছ এফৰ জোৱান বিলাকে বুজি পায় যে বোমাটোৰ প্ৰকৃত লক্ষ্য আছিল তেওঁলোকহে। ভয় আৰু উৎকণ্ঠাত উন্মত্ত হৈ তেওঁলোকে ওচৰে পাজৰে থকা মানুহৰ গালৈ লক্ষ্য কৰি গুলীয়াবলৈ ধৰে। কেইবা-জনো নিৰীহ আৰু শান্তিপ্ৰিয় স্থানীয় লোকৰ থিতাতে মৃত্যু হয়।

বি এছ এফ বা চি আৰ পি এফৰ জোৱান বিলাক অতি অল্প বুদ্ধি বা শিক্ষা-দীক্ষা থকা লোক নহয়। অসমৰ প্ৰকৃতি আৰু সমাজৰ আও-ভাও তেওঁলোকে নাপায়। তেওঁলোকক কেৱল কোৱা হৈছে যে অসমত দেশৰ শত্ৰু কিছুমান ওলাইছে আৰু সেইবোৰক দমন কৰিব লাগে। এই "দেশৰ শত্ৰু" বোৰে যেতিয়া তেওঁলোকক গুলী, বোমা আদিৰে অভ্যৰ্থনা জনায়, তেওঁলোকো ভিতৰি উৎকণ্ঠিত আৰু ক্ৰুদ্ধ হৈ পৰে। যঁতেই তেওঁলোক আক্ৰমণৰ লক্ষ্য হয়, "দুশমন" ওচৰৰে কোনোবা বুলি ধৰি লৈ গুলী চালায়। এনেকৈয়ে বহু নিৰীহ শান্তিপ্ৰিয় লোকৰ জীৱন হানি হয়।

অৰ্থাৎ বি এছ এফৰ বলিয়ালিৰ বাবে কেৱল বি এছ এফকে জগৰীয়া বা ৰাজ্যিক প্ৰশাসনকে জগৰীয়া কৰিলে নচলিব। তেওঁলোকক আক্ৰমণ কৰা উগ্ৰপন্থী সকলো ঘটনাৰ বাবে আংশিকভাৱে দায়ী। তাত বোমাটো নুফুটা হ'লে হত্যাকাণ্ডও নঘটে।

মন কৰা ভাল, বোমাটোৱেও কেইজনমান নিৰপৰাধ লোকৰ প্ৰাণনাশ কৰিব ধৰিছিল।

ৰাজ্যিক প্ৰশাসনে শান্তি স্থাপনৰ বাবে উদ্যোগ লৈছে। উগ্ৰপন্থীসকলৰ লগত আলাপ-আলোচনাৰ বাবে আবেদন জনাইছে। তেওঁলোকে যদি তাত সঁহাৰি দিয়ে, তেনেহ'লে এনে বিভৎস আৰু দুৰ্ভাবনাজনক ঘটনা ঘট বন্ধ হ'ব। নহ'লে তেজ, চকুপানী আৰু ছাঁই ভস্মৰ মাজত সোণৰ অসম হেৰাই যাব। শ্ৰীলংকা, লেবানন, আদি দেশবোৰত কি ঘটিছে আমি তাৰ পৰা শিক্ষা যদি ল'ব নোৱাৰো, তেনেহ'লে আমি নিজকে সচেতন বুলিব পাৰোঁনে?

কেন্দ্ৰীয় চৰকাৰেও নিশ্চয় বিষয়টোৰ প্ৰতি মনোযোগ দিয়া উচিত। কিন্তু ভাৰতীয় সংবিধান অনুযায়ী এখন ৰাজ্যৰ নিৰ্বাচিত চৰকাৰ এটাক চেৰাই গৈ কেন্দ্ৰই কেতবোৰ সিদ্ধান্ত ল'ব নোৱাৰে। সেইবোৰ বাধ্যবাধকতাও আমি মনত ৰখা ভাল হ'ব।

## ভাৰত-বাৰ্মা বিপ্লবী মৰ্চা?

এখন দৈনিক কাকতত তেওঁলোকৰ নিজস্ব সংবাদদাতাই প্ৰকাশ কৰা কেইটামান তথ্য অতি তাৎপৰ্য্যপূৰ্ণ। প্ৰতিনিধিজনৰ মতে উঃ বাৰ্মাৰ বিদ্ৰোহী স্বাধীন কাচীন সেনাবাহিনী (Kachin Independent Army)ৰ শিবিৰত অসমৰ সংযুক্ত মুক্তি বাহিনীৰ সৈনিক সকলে প্ৰশিক্ষণ লয়, অস্ত্ৰশস্ত্ৰও তাৰপৰা কিনে। তদুপৰি ভাৰতীয় সৈন্য বাহিনীয়ে খেদা মাৰিলে সীমান্ত পাৰ হৈ তাতেই আশ্ৰয় লয়। অথচ ভাৰত-বাৰ্মা সীমান্ত আছে নাগালেণ্ডৰ বিদ্ৰোহী NSCN দলৰ দখলত। NSCN দলে সহায় নকৰিলে ULFAই কাচীন বিদ্ৰোহী সকলৰ পৰা অতি গুৰুত্বপূৰ্ণ সহায়-সহযোগ নাপাব।

কিন্তু প্ৰশ্ন হৈছে এই সহায়ৰ মূল্য কিবা দিবলগীয়া হৈছে নে নাই? উক্ত সংবাদদাতাৰ মতে উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন বিপ্লবী বাহিনী মিলি এক ইণ্ডো-বাৰ্মা বিপ্লবী মৰ্চা গঠন কৰিছে। তাৰ সভাপতি NSCN ৰ খাপলাং আৰু উপ-সভাপতি ULFA ৰ অৰবিন্দ ৰাজখোৱা। এমাহয়ে (By Rotation) এটা গোটৰ নেতা সভাপতি হোৱাৰ নিয়ম নাই। অতএৱ NSCN ৰ প্ৰভাৱ মৰ্চাৰ ওপৰত গভীৰতৰ হ'লে আচৰিত কথা নহ'ব।

আমাৰ মনত খুহুৰনি জন্মে, এই পৰিস্থিতিত স্বাধীনভাবে কাম কৰাৰ ক্ষমতা ULFAৰ কিমানখিনি বৈছেগৈ? অসমৰ মংগলৰ কথা ভাবি স্বাধীনভাবে চৰকাৰৰ লগত আলাপ-আলোচনা কৰিবৰ অধিকাৰ তেওঁলোকৰ আছেনে? নাথাকিলে সিও এক দুৰ্ভাবনাৰ কাৰণ হ'ব।

# আমাৰ কাৰো পৰা একো শিক্ষা ল'বলগীয়া নাই

আত্মপ্ৰত্যয় শুভ লক্ষণ, কিন্তু আত্মসন্তুষ্টি পতনৰ আগজাননী। দুখৰ বিষয়, আমাৰ সমাজত আত্মতুষ্টিয়েই তাহানিৰ পৰা জাতীয় চৰিত্ৰৰ প্ৰধান ধৰ্ম হৈ আছে। লোকৰ দোষ খুঁচৰিয়েই নিজকে নিখুঁত বুলি প্ৰমাণ কৰা সুন্দৰপ্ৰেমী বুদ্ধিজীৱীৰ পৰা তাত উচটনি দি ভূমাৰ আনন্দ উপভোগ কৰা সাংবাদিকলৈ সকলোৱে এনে এক অসুস্থ পৰিবেশত এতিয়াও কাম কৰি আছে। আগৰ কালৰ দৰেই এতিয়াও সেইটো এক অৰ্থহীন, হাস্যকৰ ভেমত পৰিণত হৈছে। আৰু চেঙেলীয়া বিলাক? আগৰ গৰু যেনি যায় প্ৰবাদ বাক্যটো সুপৰিচিত।

সম্প্ৰতি "সংবাদপত্ৰৰ স্বাধীনতা" সম্পৰ্কে আলফাৰ মতামত ফটোৱা পঢ়ি আমাৰ মনত তেনে এক ধাৰণাহে উদয় হ'ল। আল্‌ফাৰ বিবৃতিটোত (২০ আগষ্টৰ তাৰিখ থকা সংবাদ পত্ৰৰ খবৰমতে) আল্‌ফাই সংবাদপত্ৰৰ স্বাধীনতাত সংগঠনটোৰ বিশ্বাস পুনৰ ঘোষণা কৰে। নিৰপেক্ষ দৃষ্টিকোণৰ পৰা প্ৰকাশ কৰা কোনো মতামতত আল্‌ফাৰ আপত্তি নাই। কিন্তু "ভাৰতীয় ঔপনিবেশিক শাসন আৰু শোষণত সহায় কৰা প্ৰতিবিপ্লৱী অপপ্ৰচাৰ"ত আল্‌ফাৰ আপত্তি আছে বুলি বিবৃতিটোৱে জনায়।

"চৰকাৰী বটা বাহন বা সুযোগসুবিধাৰ আশাত" প্ৰচাৰত লিপ্ত এচাম সাংবাদিকে আৰু "সমালোচনামুলক দৃষ্টিকোণেৰে" আল্‌ফাৰ বিৰুদ্ধে লিখি থকা এচাম বুদ্ধিজীৱীয়ে পিছে আল্‌ফাৰ পৰা "স্বাধীনতা"ৰ ভৰসা নাপালে। বিবৃতিৰ সুৰৰ পৰা ধাৰণা হ'ল যে তেওঁলোকক সতৰ্ক কৰি দিয়াহে হৈছে।

তেন্তে "সংবাদপত্ৰৰ স্বাধীনতা"ৰ অৰ্থ থাকিল ক'ত? আলফাৰ লক্ষ্য, কাৰ্য্যপন্থা আদিৰ বিষয়ে প্ৰখৰ সমালোচনামূলক মতামত প্ৰকাশ কৰিবলৈ কোনোবাই বিবেকৰ তাডনাত অগ্ৰসৰ হ'ব পাৰে, কোনোবাই চৰকাৰী অনুগ্ৰহৰ লোভতো উদ্যোগী হ'ব পাৰে। সতকাই কাৰো পিঠিত এনে ছাব মাৰি দিব নোৱাৰি যে তেওঁ কেৱল স্বাৰ্থমত্ত হৈয়েই তেনে কাম কৰিছে। সেয়ে তেওঁলোকৰ তেনে সমালোচনা যুক্তি আৰু তথ্যৰ বাহিৰে আন উপায়ে খণ্ডন কৰা কঠিন হ'ব। কিন্তু বন্দুক বোমাৰ ভাবুকিৰে তেওঁলোকক উত্তৰ দিবলৈ যোৱাৰ অৰ্থ হ'ব তেওঁলোকৰ যুক্তিৰ আগত নিজৰ অসহায়তা প্ৰমাণ কৰা। সংবাদ পত্ৰৰ স্বাধীনতা তেন্তে থাকিল ক'ত? "নিৰপেক্ষভাবে" আল্‌ফাক মৃদু সমালোচনা কৰিলে আপত্তি নাই, কিন্তু তীব্ৰভাবে আল্‌ফাৰ লক্ষ্য বা কাৰ্য্যপন্থাক সমালোচনা কৰিলে ভবলীলা শেষ কৰাৰ হুকুমেই কেনে ধৰণৰ স্বাধীনতা?

ইতিমধ্যে কমলা শইকীয়াৰ হত্যাকাণ্ড আৰু দেবব্ৰত শৰ্মাৰ হত্যা কৰাৰ চেষ্টা দুয়োটা ঘটনাক বাইজে নিন্দা কৰিছে, একবাক্যে। তাৰে এজন সাংবাদিক,' আনজন বিৰোধী ৰাজনৈতিক দলৰ কৰ্মী'। এই দুয়োটা ঘটনা সম্পৰ্কে সম্পূৰ্ণ নীৰৱ থাকি আলফাই যেতিয়া কয়, তেওঁলোকে সংবাদপত্ৰৰ স্বাধীনতাত বিশ্বাস কৰে তেতিয়া আমি স্বাধীনতা মানে কি বুজিম ? তেওঁলোকে আচলতে এনে নৃশংস হত্যাকাণ্ডৰ বিৰুদ্ধে বিবেকবান ৰাইজৰ হৈ-চৈ লৈ কাণ দিয়া নাই। আগৰ অৱস্থানকে নিৰ্বিকাৰ-ভাবে পুনৰ দোহাৰিছে।

ঠিকেই তেওঁলোকৰো আন কাৰোপৰা শিক্ষা লবলগীয়া একো নাই।

শিক্ষাবিদ সকলে কিন্তু কয়, জীৱন্ত মানুহে আজীৱন শিক্ষা লাভ কৰিব পাৰে, কৰা উচিত। কেতবোৰ নিম্ন পৰ্যায়ৰ জীৱজন্তুৱেহে এটা বয়সৰ পিছত শিক্ষা লাভ কৰিব নোৱাৰে।

## সদৌ অসম ছাত্ৰ সন্থাৰ ভূমিকা

সদৌ অসম ছাত্ৰ সন্থাৰ ভূমিকা কি হোৱা উচিত, তাকে লৈ সম্প্ৰতি কিছু আলোচনা আৰম্ভ হৈছে। ছাত্ৰ সন্থায়ো একান্তমনে শৈক্ষিক কাৰ্য্যসূচী ( academic calendar ) ইত্যাদি প্ৰস্তুত কৰাত মনোনিবেশ কৰিছে। আন বহুতে কৈছে যে যে ছাত্ৰ সন্থাই ক্লাছত নিয়মিত পাঠদান হোৱা, সময়মতে পৰীক্ষা হোৱা, আদিৰ ওপৰত জোৰ দিয়াহে উচিত।

কোৱা বাহুল্য যে ছাত্ৰসন্থাৰ ৰাজনৈতিক ভূমিকাত ব্যতিব্যস্ত হৈ এচাম ৰাজ-নৈতিক নেতাই তেওঁলোকক পঢ়াশুনাৰ চকিদাৰিত লগাবলৈ বিচাৰিছে। ছাত্ৰসন্থাৰ এতিয়া দিনকাল ভাল নহয়। তেওঁলোকে নিৰুপায় হৈ শিক্ষা সম্পৰ্কীয় বিষয়ত চকুকাণ দিবলৈ বাধ্য হৈছে। অবিৰত শোভাযাত্ৰাত সিমান ছাত্ৰ আৰু পোৱা নাযায়। কিন্তু সুদিন আহিলে তেওঁলোকে পুনৰ ৰাজনৈতিক ভূমিকা লবলৈ আশা কৰে বুলি ভাবিলে নিশ্চয় ভুল নহব।

কিন্তু ছাত্ৰসন্থাক হঠাতে ৰাজনীতি বিসৰ্জন দি ক্লাছৰ প্ৰিফেক্ট্ বা ওজাছাত্ৰৰ ভূমিকা লবলৈ কোৱাটোও অবান্তৰ। অসম জোৰা আন্দোলন কৰি এচাম ছাত্ৰই চৰকাৰ গঠন কৰিছিল। সেই সুযোগ বা লক্ষ্য সতকাই এৰিব পৰা টান। তাতে ছাত্ৰসন্থাৰ সংগঠন এতিয়াও সবল আৰু সক্ৰিয়। তাৰ নেতৃত্বই তেওঁলোকৰ চিন্তাধাৰা বা কাৰ্য্যধাৰা চলাই ৰাখিবলৈ বিচাৰিব।

কিন্তু ইও ঠিক যে তেওঁলোকৰ ৰাজনৈতিক নেতৃত্বক ৰাইজে এতিয়া আগ্ৰহৰ চকুৰে নাচায় ! বৰং কিছু সন্দেহ আৰু ভয়েৰে তেওঁলোকৰ ৰাজনৈতিক কাৰ্য্যকলাপ লক্ষ্য

কৰে। যোৱা নিৰ্বাচনৰ সময়ত অসম গণ পৰিষদৰ হৈ স্পষ্ট ওকালতি কৰি তেওঁলোকৰ ৰাজনৈতিক সম্পৰ্কবোৰ স্পষ্টকৈ দেখুৱাই দিলে। সেয়ে একেজাপে ৰাইজৰ আস্থা তেওঁলোকে পুনৰ অৰ্জন কৰিব নোৱাৰিব।

আমি ভাবোঁ যে শিক্ষানুষ্ঠানৰ চাৰিবেৰৰ মাজত আবদ্ধ নাথাকিলেও ছাত্ৰ-ছাত্ৰীৰ সমস্যাবোৰ লৈ Seriously আৰু সুদীৰ্ঘকাল ধৰি তেওঁলোকে মূৰ ঘমোৱা উচিত। আন্দোলন আদি কিছুদিন এইক্ষেত্ৰতে আবদ্ধ ৰখা ভাল হ'ব। যেনে, সময়মতে পাঠ্যপুথি প্ৰকাশ আৰু বিতৰণ, পৰীক্ষাৰ ক্ষেত্ৰত মূল্যায়ণৰ সঠিক, নিৰ্ভৰযোগ্য পদ্ধতি গ্ৰহণ স্কুল কলেজত পৰ্যাপ্ত সংখ্যক শিক্ষক নিয়োগৰ ব্যৱস্থা, পাঠদানৰ ক্ষেত্ৰত ছাত্ৰ-ছাত্ৰীৰ মতামতৰ প্ৰতি শিক্ষকৰ সহাঁৰিৰ ব্যৱস্থা ইত্যাদি।

আচলতে ছাত্ৰ সকলৰ শৈক্ষিক সমস্যাই এতিয়া বহুত। ইন্‌ড'ৰ ষ্টেডিয়াম, ছুইমিং পুল আদি ক্ষেত্ৰত সদায় গলাবাজী কৰা হয়। কিন্তু অলপতে গম পালোঁ। গুৱাহাটীৰ মাজ মজিয়াত সান্মানিক (Major) বিষয়বোৰৰ ওপৰত লাইব্ৰেৰিত এখন, কিতাপ নোহোৱাকৈ এখন কলেজে গুৱাহাটীৰ মাজমজিয়াত সুন্দৰকৈ সান্মানিক পাঠ্যক্ৰম চলাই, আছে !! এইবোৰ বিষয়ত ছাত্ৰসন্থাৰ দায়িত্ব নাই নেকি ?

তাৰ উপৰিও ছাত্ৰ সমাজত চলা মদ আৰু ড্ৰাগছ আৰু ভি ডি অ'ৰ যোগেদি চলা ক্ষতিকৰ "ব্লু ফিল্ম"ৰ বিৰুদ্ধেও অভিযান চলোৱাৰ সময় হৈছে। ছাত্ৰ সকল একো একোজন ঋষি-মুনিত পৰিণত হোৱাৰ সকাম নাই। কিন্তু এতিয়াই কিছু সংযম শিক্ষা কৰিলেহে ভৱিষ্যতে কাম কৰিব পাৰিব।

আৰু দেশৰ কাম ? তেনে সংকটৰ কাল আহিলে কোনেও তেওঁলোকক হাতে ভৰিয়ে বান্ধি নেৰাখে। কিন্তু অনাহকত দেশসেৱা কৰি দিল্লীত ঘূৰি ফুৰিলে ৰাইজৰ চকু স্থিৰ হয়।

সৰ্বশেষত সন্ত্ৰাসবাদ সম্পৰ্কে তেওঁলোকৰ মত আৰু স্পষ্ট, আৰু সুদৃঢ় হোৱা ভাল।

# নিৰ্বাচন ঃ অসম পৰ্ব, জনজাতীয় জাগৰণ, আল্‌ফাৰ লগত আলোচনা, ইত্যাদি

নিৰ্বাচনে এইবাৰ সকলোৰে চকু কঁপালত তুলিলে। সহজে জিকিম বুলি আশা পালি থকা সকলৰো আৰু কোনোক্রমে পাৰ হ'ব পৰা যাব বুলি ভবা সকলৰো। হয়তো আল্‌ফাৰ অত্যাচাৰত অনা-অসমীয়া ধনী মানুহখিনিৰ লগতে অনা-অসমীয়া সাধাৰণ মানুহখিনিৰো ভিতৰি আমঠু ক'লা পৰি গৈছিল। আল্‌ফাৰ লগত অসম গণ পৰিষদৰ সম্পৰ্ক দুয়ো পক্ষই অস্বীকাৰ কৰিলেও সাধাৰণ মানুহৰ মনত তেনে বিশ্বাস বদ্ধমূল আছিল। অসমীয়া মানুহৰো বুজন চাম এটাই এই বাবেই অসম গণ পৰিষদৰ বিৰুদ্ধে ভোট দিছিল।

নিৰাপত্তা। অসমৰ স্বাধীনতা, বিপ্লৱ, মুক্তি এইবোৰ এতিয়াও সাধাৰণ ৰাইজৰ বাবে ঝংকাৰময় শব্দ মাথোন। কিন্তু নিৰাপত্তা কি, নিৰাপত্তাৰ অভাৱ হলে কি হয়, তেওঁলোকে হাঁড়ে-হাঁড়ে বুজি পায়। অৱশ্যে পৃথিৱীৰ বহু দেশ, বহু অঞ্চলতে নিৰাপত্তা এতিয়া নাই। কিন্তু সেইবোৰ ঠাইৰ ৰাইজে জানে যে চৰকাৰে তেওঁলোকৰ নিৰাপত্তাৰ বাবে যথাসাধ্য চেষ্টা কৰিছে। অসম গণ পৰিষদ চৰকাৰৰ বিষয়ে সেই কথা কব নোৱাৰি। এই ক্ষেত্ৰত তেওঁলোকে এনে এক অনীহা আৰু দায়িত্বজ্ঞান শূন্যতা প্ৰকাশ কৰিছিল যে ভাবিলে এতিয়াও আঁচৰিত লাগে। ৰাইজে তেওঁলোকক পাটত ৰাখিব কিয় ?

অৱশ্য, অসম গণ পৰিষদ বিধ্বস্ত হ'লেও উটি ন'গল। ১৯ খনকৈ আসন তেওঁলোকে পালে। অৰ্থাৎ অসমৰ আঞ্চলিক অভাৱ অভিযোগ তথা অসমীয়াৰ ন্যায্য দাবী সম্পৰ্কে চিন্তাধাৰা এতিয়াও প্ৰবল। যি কোনো কাৰণতে নহওক— হয়তো দহবছৰৰ সুদীৰ্ঘ প্ৰচাৰৰ ফলস্বৰূপে-সেইবোৰ দাবী আৰু অভাৱ-অভিযোগৰ প্ৰতিনিধি বুলি এচাম ৰাইজে তেওঁলোকক এতিয়াও ভাবি আছে। তেওঁলোকে অৱশ্যে যোৱা ৫টা বছৰে ৰাইজৰ এনে আস্থা সমৰ্থন কৰিব পৰা কোনো কৃতিত্ব দেখুওৱা নাই। কিন্তু তেওঁলোকৰ পৰা ফালৰি কাটি নতুনকৈ আঞ্চলিক দল গঠন কৰা সকলকো ৰাইজে বিশ্বাসত লোৱা নাই। বৰং দেখা যায়, কিছু সন্দেহহে কৰিছে।

সি যি নহওঁক, আঞ্চলিকতাবাদী সকলে চিন্তা কৰা উচিত যে অসমৰ অনা-অসমীয়া নাগৰিক সকলৰ মনত্তৰ আওকাণ কৰাৰ ফল বিষম। কোনো ধৰণৰ

দমন-পীড়ণৰ দ্বাৰা এই সকল লোকক সৈমান কৰা সম্ভৱ নহয়। অসমীয়া মানুহৰ তুলনাত তেওঁলোকৰ অধিকাৰ আকৰ বুলিও তেওঁলোকে নাভাৱে। এই সকল লোকক আপোন কৰি ল'ব নোৱাৰালৈকে আঞ্চলিকতাবাদৰ ভেটি মজবুত হ'ব নোৱাৰে। আৰু ভাষণ দি, নাচ-গান কৰি ফুচলালেই আপোন কৰা নহ'ব। যদি অর্থ নৈতিক সাম্য বাঞ্ছনীয়, তেনেহলে আগৰ দৰে সকলো সা-সুবিধা এমুঠি অসমীয়া মানুহে দখল কৰিলেও নচলিব।

অসম গণ পৰিষদ চৰকাৰৰ মাজেদি প্ৰতিফলিত হোৱা ফেছীবাদী মানাবৃত্তিৰ বাবেই ইন্দিৰা কংগ্ৰেছৰ ক্ষমতালৈ প্ৰত্যাৱৰ্তন সম্ভৱ হ'ল। কাৰণ এনে ফেছীবাদী কৌশলৰ ফলত ইন্দিৰা কংগ্ৰেছৰ বিৰোধী অন্যান্য দল বোৰেও প্ৰকাশ্যে কামকাজ কৰিব নোৱৰা হৈ পৰিল। এই দলবোৰৰ অর্থবল ইন্দিৰা কংগ্ৰেছৰ দৰে বিপুল নহয়, সংগঠনো আছিল সীমাবদ্ধ। তেওঁলোকৰ প্ৰভাব-প্ৰতিপত্তি কিছু থকা হলেও ইন্দিৰা কংগ্ৰেছৰ এনে বিৰাট সাফল্য সম্ভৱ নহ'লহেঁতেন। সেই সুযোগ কৰলৈ গ'লে ১৯৮০ চন মানৰ পৰা তেওঁলোকে নাপালেই। আনহাতে কংগ্ৰেছৰ বিপুল অর্থবল আৰু ভাৰতব্যাপি সংগঠনৰ জোৰত তেওঁলোকে অতি কম সময়তে অসম গণ পৰিষদৰ বিকল্প হিছাপে নিজকে ৰাইজৰ আগত ঠিয় কৰাব পাৰিলে। বিশেষকৈ ক্ৰমবৰ্দ্ধমান ফেছিবাদী বাতাবৰণৰ প্ৰতিক্ৰিয়া স্বৰূপেই ৰাইজে সদলবলে ইন্দিৰা কংগ্ৰেছৰ পিনে ঢাপলি মেলিছে।

বাওঁপন্থী দলবোৰে মুকলি পৰিস্থিতিত উশাহ লবলৈ পাই ভাবিলে যে দুর্গ দখল হৈ গ'ল। কিন্তু বামগণতান্ত্ৰিক মৰ্চাই শক্তিশালী ঐক্যবদ্ধ গোষ্ঠী হিছাপে ৰাইজৰ আগত আত্মপ্ৰকাশ কৰিব নোৱাৰিলে। বৰং তেওঁলোকৰ মাজত আসনৰ ভাগ লৈ শেষলৈ দৰ ভাও চলি থকাত ৰাইজৰ আস্থা হেৰালহে। ফলত শৰৎ সিংহ, সোণেশ্বৰ বৰা, হেমেন দাসৰ দৰে যোগ্য আৰু শক্তিশালী প্ৰাৰ্থীও ভোটযুদ্ধত তিষ্টিব নোৱাৰিলে। নিৰ্বাচনৰ পৰা ৰাইজৰ প্ৰত্যাশা বাওঁপন্থী আৰু গণতান্ত্ৰিক দলবোৰে সঠিকভাৱে বুজি পাইছে নে? সংখ্যালঘু সকলে বিচৰা ৰাষ্ট্ৰিয় নিৰপত্তা আৰু অসমীয়াখিনিয়ে বিচৰা সা-সুবিধাৰ ৰক্ষণা-বেক্ষণ—এই দুটা বিষয়ে তেওঁলোকৰ বক্তব্য কি আছিল? যদি কিবা বক্তব্য আছিলো, সংশ্লিষ্ট ৰাইজৰ বাবে সেই বক্তব্য কিমানদূৰ বিশ্বাসযোগ্য আছিল?

• ইন্দিৰা কংগ্ৰেছৰ জয় যদিও সন্দেহাতীত, তেওঁলোকৰ সন্মুখত থকা সমস্যাও ভীষণ জটিল। অভ্যন্ত, কর্তৃত্ববাদী কাৰ্য্যপন্থা, আমোলাতন্ত্ৰৰ ওপৰত নিৰ্ভৰশীলতা, ৰাজনৈতিক সমস্যাক আইন শৃংখলাৰ সমস্যা, বুলি ভৰাৰ অভ্যাস, আৰু বাহিৰৰ

বৃহৎ পুঁজিৰ লগত ঘনিষ্ঠতা—এইবোৰ পৰিচিত পথেৰে অসমৰ জটিল সমস্যাৰাজিৰ সমাধান কৰা টান হ'ব। তেওঁলোকে কষ্ট কৰি নতুন কাৰ্য্যপন্থা আৰু নীতিৰে অসমৰ অৰ্থনীতি আৰু ৰাজনীতিৰ মৌলিক সমস্যাবোৰ সমাধান কৰিলে অৱশ্যে বেলেগ হ'ব। আমি সেই আশাৰে বাট চাই ৰলো। চৰকাৰ থন ৰাইজৰ বাবে, সি এমুঠি মানুহৰ জমিদাৰী নহয়।

এই নিৰ্বাচনত শইকীয়াই সংগঠক আৰু সেনাধ্যক্ষ হিছাপে তেওঁৰ কৃতিত্ব দেখুৱালে। অসম গণ পৰিষদৰ আমোলত ইন্দিৰা কংগ্ৰেছ চেপেটা লাগি আছিল। আৰ পিছত সংযুক্ত মুক্তি বাহিনীৰ অভিযানত তেওঁলোকৰ ভালেকেইজন নিহত আৰু আহত হ'ল, আৰু বহুতে মঠাউৰি ভঙা বানৰ দৰে দল এৰি পলাল। তাৰ পিছত কৌশলী প্ৰচাৰ আৰু পৰিচালনাৰ জৰিয়তে এই দলৰে বিপুল জয় সাব্যস্ত কৰা কম কৃতিত্বৰ কথা নহয়।

কিন্তু অৰ্থ নৈতিক উন্নয়ন, ৰাজনৈতিক জট ভঙা আৰু দায়িত্বশীল প্ৰশাসন এনে সাফল্যতকৈ বেলেগ। অসমৰ ৰাইজৰ স্বাৰ্থত আমি আশা কৰিম এইবোৰ লক্ষ্য সাধনতো শইকীয়া কৃতকাৰ্য্য হওক।

বিপদ এইখিনিতে যে সূত্ৰধাৰ হিছাপে তেওঁ যিবোৰ নটুৱাক নচুৱাই আছে, সেইবোৰ মেজৰ এৰেহাৰ আশাত গললৈ জপিয়াই থকা আশাধাৰী চতুষ্পদ জীৱ বিশেষ। সিহঁতে বাটেৰে গৈ থাকোতে ওথ গছ দেখিলেই প্ৰসাৱ কৰে, ৰাজ্যৰ আৱৰ্জনা একান্তমনে শুঙি ফুৰে, আৰু পাহৰি যায় যে শিকলি হাতত লৈ থকা জন সিহঁতৰ মালিকহে, চাকৰ নহয়। এইবোৰ উচ্ছিষ্টজীৱী জীৱৰ হাততে নীতি বা কাৰ্য্য পন্থাৰ ভাৰ এৰি দি তেওঁ নিশ্চিন্ত হলে সকলোৰে দুচিন্তাৰ কাৰণ হ'ব। কংগ্ৰেছ সংস্কৃতিৰ ধাৰক বাহক এই সুন্দৰসেৱী সকলে আকৌ সুদিন আহিল বুলি জিভাৰ লেলাৰটি উলিয়াই জপিয়াবলৈ ধৰিছে। শইকীয়াই সিহঁতক চৌহদৰ পৰা উলিয়াই চুৰাপাতলিত ঠাই নিদিলে তেওঁৰ হিচাবত ভুল হ'ব, খোজ পিছলিব, দলৰ লগতে অসমো ঘোৰ সংকটত পৰিব। ভতুৱাৰ দলক বৰঘৰত ঠাই নিদিয়ে যেন। সিহঁতে সম্পাদকীয় লিখিব বুলি ভয় খাব নালাগে॥

## জনজাতীয় জাগৰণ

পৰ্য্যবেক্ষক সকলে কৈছে যে অৱদমিত জনগোষ্ঠী সকলৰ প্ৰতিবাদ আৰু জাগৰণে এইবাৰ নিৰ্বাচনতো সুস্পষ্ট প্ৰভাৱ পেলাইছে। BPAC আৰু ABSU য়ে এটা বিশেষ অঞ্চলত তেওঁলোকৰ প্ৰাধান্য সন্দেহাতীতভাৱে প্ৰমাণ কৰিলে। PTCA ৰ সমৰ ৰঞ্জন চৌধুৰী, চৰণ নাৰ্জাৰি, প্ৰভৃতি নেতা দক্ষ আৰু অভিজ্ঞ। কিন্তু জনজাতীয়

বাইজে তেওঁলোকৰ প্ৰতি সমৰ্থন নজনালে। P. T. C. A ৰ নেতা সকলে অসমীয়া বাইজৰ লগত মিলিজুলি থকাৰ বাবে বিচ্ছিন্নতাবাদীৰ চিন্তাত বিশেষ উদগনি দিয়া নাছিল। তদুপৰি জনসাধাৰণৰ অধিকাংশৰ মাজত তেওঁলোকৰ খুপনি ঢিলা হৈ আহিছিল। সৰ্বসাধাৰণ বড়ো ৰাইজে ভাবিছে যে P. T. C A ৰ দ্বাৰা প্ৰদৰ্শিত পথেৰে তেওঁলোকে ৰাজনৈতিক ক্ষমতা পাব নোৱাৰে। ৰাজনৈতিক ক্ষমতা অবিহনে তেওঁলোকৰ আশা আকাংক্ষাও পূৰণ নহ'ব বুলি ধৰি লৈছে।

তেওঁলোকৰ এই আকাংক্ষা আৰু চেপা দি ৰাখিব পৰা নাযাব। সীমিত অঞ্চলত তেওঁলোকক স্বায়ত্ত শাসন দিবই লাগিব। কিন্তু মন কৰিব লাগিব যে তেওঁলোকে যি বিস্তৃত এলাকা 'বড়ো লেণ্ড' বুলি দাবী কৰে, তাৰ এটা বিশেষ অংশতহে এই নিৰ্বাচনত তেওঁলোকৰ প্ৰাধান্য প্ৰতিপন্ন হৈছে। আন ঠাইত ইন্দিৰা কংগ্ৰেছ বা আনকি অসম গণ পৰিদেই আহিছে। সন্দেহ নাই যে স্বায়ত্ত শাসন তেওঁলোকে নিৰ্বাচনত প্ৰতিপত্তি দেখুৱা অঞ্চলতে ন্যায় আৰু যুক্তিসংগত হ'ব।

কিন্তু অসমৰ লগত সংযোগ, শিক্ষা, বাণিজ্য, সংস্কৃতি আদি পথেদি প্ৰস্তাৱিত বড়োলেণ্ড স্বায়ত্তশাসিত অঞ্চলৰ যোগাযোগ থাকিলে উভয় পক্ষৰ লাভ। কথাটো আমি যেন কাৰ্য্যক্ষেত্ৰত পাহৰি নাযাওঁ-বিশেষকৈ তেওঁলোকক এই কথা পতিয়ন নিয়াৰ লাগিব অসমৰ বুদ্ধিজীৱী সকলেই।

ASDC য়েও তেওঁলোকৰ দাবী নিৰ্বাচনৰ জৰিয়তেই বলিষ্ঠভাবে 'আগবঢাই আনিছে। জিলা পৰিষদৰ শাসন বিধি আৰু ক্ষমতাৰ যথাযোগ্য সংস্কাৰ হবই লাগিব। আনহাতে কাৰ্বি আংলং অঞ্চলৰ লগত অসমৰ ঘনিষ্ঠতাত ছেদ পৰাবো প্ৰয়োজন নাই।

URMCA ৰ সাফল্য ভবাতকৈ বহুত কম হ'ল। তেওঁলোকে বহু সমষ্টিত নিজৰ প্ৰাৰ্থী নিদি কেইটামান সমষ্টিতে যদি জোৰ দিলেহেঁতেন, এক উদীয়মান ৰাজনৈতিক শক্তি হিচাপে নিজৰ অস্তিত্ব বেছি ভালকৈ প্ৰতীয়মান কৰিব পাৰিলেহেঁতেন বিশেষকৈ বাওঁপন্থী-গণতান্ত্ৰিক দলবোৰৰ লগত তেওঁলোকে প্ৰতিযোগিতাত ননমা হলেই ভাল আছিল। অসমৰ সমাজ আৰু ৰাজনীতিৰো এটা সমস্যা বা দ্বন্দ্ব এওঁলোকে দাঙি ধৰিছে, কিন্তু তেওঁলোকৰ চিন্তাধাৰা ৰাইজে সম্পূৰ্ণৰূপে গ্ৰহণ কৰা বুলি প্ৰমাণিত নহ'ল। আশাকৰো তেওঁলোকেও আত্মসমালোচনা কৰিব।

## কেন্দ্ৰীয় মন্ত্ৰীসভা

মিত্ৰদলবোৰৰ সমৰ্থন সত্বেও ইন্দিৰা কংগ্ৰেছ সংসদত একক সংখ্যাগৰিষ্ঠতা নাপালে। তথাপি তেওঁলোকে চৰকাৰ গঠন কৰিছে, কাৰণ শীঘ্ৰে আন এটা নিৰ্বাচনৰ

বাবে আন দলবোৰো প্ৰস্তুত নহয়, বাইজো নহয়। অন্তত : ডুবছৰমান দেশত এই Mood থাকিব। ইতিমধ্যে মোটামুটি যিবোৰ জাতীয় লক্ষ্যত তেওঁলোকে আন দলবোৰৰ সমৰ্থন পাব, সেইবোৰ লক্ষ্যব প্ৰতি মনোযোগ কেন্দ্ৰীভূত কৰি দক্ষতা আৰু বিচক্ষণতা দেখুৱাব পৰিলে তেওঁলোক লাভবান হ ব।

ভাৰতীয় জনতা পাৰ্টিয়ে ধৰ্মীয় সাম্প্ৰদায়িকতাৰ সহায়েৰে পুনৰ বতাহ গৰম কৰিবলৈ বিচাৰিব পাৰে। কাৰণ আনবোৰ বিষয়ত বিৰোধীদলবোৰৰ লগত তেওঁলোকৰ মনৰ মিল নাই। এই বিষয়তো নাই, কিন্তু এই বিষয়ত তেওঁলোকে অকলেই জনমানস প্ৰভাৱিত কৰিব পাৰে। সেয়ে ইন্দিৰা কংগ্ৰেছে প্ৰথমৰে পৰা ধৰ্মীয় সাম্প্ৰদায়িকতাৰ বিৰুদ্ধে ধ্বনি দি বিজেপিকে অকলশৰীয়া কৰিবলৈ বিচাৰিছে।

মন্ত্ৰী সভাতো তাৰে প্ৰতিফলন দেখা গৈছে। মুছলমান আৰু অন্যান্য সংখ্যালঘু সকলৰ প্ৰতিনিধি এইবাৰৰ মন্ত্ৰী সভাত লক্ষ্যণীয় ভাৱে বুজন সংখ্যক। পৰিষদীয় ( Cabinet ) পৰ্যায়ৰ মন্ত্ৰী সকলো কৰ্মঠ আৰু দক্ষ বুলি পৰিচিত। নৰসিংহ ৰাও ৰাজীৱ মন্ত্ৰীসভাৰ এমুঠি বিশিষ্ট আৰু সম্যক্‌দৰ্শী সদস্যৰ মাজত এজন আছিল। তেওঁ স্বৈৰতন্ত্ৰী পৰিবেশৰ পৰা ইন্দিৰা কংগ্ৰেছক তথা দেশক উদ্ধাৰ কৰিব পাৰিলে দেশৰেই মংগল। উত্তৰ পূবৰ পৰাও যথেষ্ট প্ৰতিনিধি মন্ত্ৰীসভাত আছে।

এইখন মন্ত্ৰীসভা সফল কাম হলে আমাৰ লোকচান নহ'ব। কিন্তু আমাৰো ৰাজহুৱা অৰাজনৈতিক সংগঠনৰ পৰা অসম তথা উঃ পূৰ্বাঞ্চলৰ স্বকীয়া সমস্যা সম্পৰ্কে প্ৰধানমন্ত্ৰীক শীঘ্ৰে স্মাৰকপত্ৰ দিয়া উচিত হ'ব।

## আলফাৰ লগত আলোচনা

অসমৰ ভাবী মুখ্যমন্ত্ৰীৰূপে মনোনীত হৈ হিতেশ্বৰ শইকীয়াই কৈছে যে তেওঁ আলফাৰ নেতা সকলৰ লগত আলোচনা কৰিব। শুভ সংবাদ। আলফাৰ নেতা সকলেও নিশ্চয় লক্ষ্য কৰিছে যে সশস্ত্ৰ সংগ্ৰামৰ কাৰ্য্যসূচী নিৰ্বাচনৰ জৰিয়তে ৰাইজে প্ৰত্যাখ্যান কৰিছে। তেওঁলোক আলোচনাত বহক।

বিষয় কি হ'ব ? (১) অস্ত্ৰ বৰ্জনৰ বিনিময়ত সংগঠনটোৰ ওপৰত নিষেধজ্ঞা তুলি দিয়া, (২) বন্দী সকলৰ মুক্তি, (৩) বিচ্ছিন্নতাবাদ বৰ্জনৰ বিনিময়ত সংবিধানৰ কিছু প্ৰয়োজনীয় সংশোধন; (৪) অসমৰ নিয়োগ নীতি আৰু শিল্পায়নৰ নিৰ্দিষ্ট নীতি আৰু পথ, (৫) থলুৱা সংস্কৃতিৰ ৰক্ষণ আৰু বিকাশৰ উপায়, ইত্যাদি। নেতা সকলে এইবোৰ বিষয়ৰ ওপৰত বিশ্বাস থকা বুদ্ধিজীৱীৰ দিহা লওক।

সংগঠনটো মৰি যাবলৈ কাৰো কাৰো আপত্তি থাকিব পাৰে। কিন্তু একাংশ কৰ্মীক চাকৰি বা ব্যৱসায়ৰ সুযোগ দিয়াৰ কথা উঠিব। তেওঁলোকে যেন পুলিচৰ চাকৰি নলয়। সৰু সৰু সমবায়ভিত্তিক শিল্পব্যৱসায়ৰ বাবে ঋণ বিচৰাই ভাল হ'ব।

# আলোচনাৰ বাবে আলফা আগবাঢ়ি আহক

## আলফাৰ অনুসন্ধানত

অলপতে আমাৰ এজন বন্ধুৱে অসমত বুদ্ধিজীৱী বিচাৰি হাবাথুৰি খাইছিল। অৱশেষত তেওঁ দেখিলে যে অসমত বুদ্ধিজীৱী নাই, সকলো চৰকাৰৰ "দালাল"! কোৱা বাহুল্য যে তেওঁ বুদ্ধিজীৱী সকলক উধাই-মুধাই গালি পাৰিলে।

বুদ্ধিজীৱী শূন্যত ওপজি নাথাকে। চৰকাৰৰ "দালাল" নোহোৱা সকল সমাজৰ আন কোনো শক্তিৰ "দালাল" নহয় বুলি কোৱা টান। প্ৰশ্ন হৈছে কোনো এক বিশেষ বিষয়ত চৰকাৰ পক্ষৰ দৃষ্টিভংগী আৰু নীতি শুদ্ধ নে অশুদ্ধ, জনহিতকৰ নে জনবিৰোধী? ঠিক তেনেকৈ চৰকাৰবিৰোধী শক্তিবোৰে কোনো এটা বিষয়ৰ ওপৰত যি অৱস্থান লয়, সেইটো শুদ্ধ তথা জনহিতকৰ হয় নে নহয়, সেই প্ৰশ্ন অতি প্ৰাসংগিক। বিতৰ্কৰ জৰিয়তে তাৰ উত্তৰ ওলাব।

এই মুহূৰ্ত্তত অসমবাসী ৰাইজৰ সমুখত প্ৰশ্ন হৈছে: "আল্‌ফাৰ সন্দৰ্ভত মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই লোৱা নীতি তথা সিদ্ধান্ত সমীচীন হৈছে নে নাই?"

কিছুমানে কব যে হিতেশ্বৰ শইকীয়া এক বিশেষ দলৰ নেতা। আলফাই এই দলটোক অসমৰ শত্ৰু বুলি চিহ্নিত কৰিছে। এই দলটোৱেও আলফাৰ বিৰোধিতা কৰি আহিছে। অসম আন্দোলনৰ ক্ষেত্ৰত ইন্দিৰা কংগ্ৰেছে বহু জনবিৰোধী, দমনমূলক ব্যবস্থা লৈছিল। শেহতীয়াকৈ বজ্‌ৰং পৰিকল্পনাও ইন্দিৰা কংগ্ৰেছৰ ওকালতিৰ ফল আছিল। সেয়ে এই দলৰ পৰা কেতিয়াও অসমৰ স্বাৰ্থৰ অনুকূলে যোৱা নীতি বা সিদ্ধান্ত আশা কৰিব নোৱাৰি। সেয়ে শইকীয়াৰ পদক্ষেপ সমূহক প্ৰৱঞ্চনামূলক বুলি ভবাই উচিত হ'ব। সেয়ে আলফাৰ লগত আলোচনা কৰিবলৈ বিচাৰি শইকীয়াই কেউপিনে খেপিয়াই ফুৰিছে। কিন্তু আলফাই দেখাকে দিয়া নাই।

ওপৰৰ যুক্তিটো সম্পূৰ্ণ ভিত্তিহীন বুলি আমি নকওঁ। অসম আন্দোলনৰ বিৰোধিতা যে ইন্দিৰা কংগ্ৰেছে কৰিছিল আৰু সেই আন্দোলন দমন কৰিবলৈ যে এসময়ত প্ৰচণ্ড দমননীতি চলাইছিল, সেই বিষয়ে সন্দেহ নাই। কিন্তু আজি নিৰ্ভয়ে এই কথাও ক'ব পাৰি যে অসম আন্দোলনৰ ভিত্তিত কিছু ন্যায়সংগত অভাব-অভিযোগ থাকিলেও আন্দোলনটো চলাবৰ সময়ত বহু অযুক্তিকৰ, নিষ্ঠুৰ আৰু অমানুষিক কৌশল গ্ৰহণ কৰা হৈছিল। আন্দোলনটো শান্তিপূৰ্ণভাবে আৰু যুক্তিৰে বিৰোধিতা কৰা সকলৰ ওপৰত বেছিভাগ আন্দোলনকাৰীয়ে প্ৰচণ্ড দমন-পীড়নৰ পথ

লৈছিল। বহুলোকক নিৰ্বিচাৰে হত্যা কৰা হৈছিল। এনে নিষ্ঠুৰতাই চূড়ান্ত ৰূপ লৈছিল নে'লিত য'ত অভিবাসী মুছলমান জনগণে ১৯৮৩ ৰ নিৰ্বাচনৰ পৰা আঁতৰি থকা সত্বেও হিংস্ৰভাৱে আৰু পাইকাৰি হাৰত তেওঁলোকক হত্যা কৰা হৈছিল।

এনে পৰিস্থিতিৰ সৃষ্টি হোৱাৰ পিছত, ৰাজ্যিক চৰকাৰে কঠোৰ দমনমূলক ব্যৱস্থা লোৱাটো একেবাৰে অপ্ৰত্যাশিত নাছিল। ১৯৮৩ৰ নিৰ্বাচন যে অসমীয়া ৰাইজে বিচৰা নাছিল, সেই বিষয়ে সন্দেহ নাই। নিৰ্বাচন অনুষ্ঠিত কৰাৰ নামত হোৱা চৰকাৰী হত্যালীলা ভাৰতীয় গণতন্ত্ৰৰ ওপৰত এটা মচিব নোৱাৰা কলংক আছিল। কিন্তু সমগ্ৰ পৰিস্থিতিটো সৃষ্টি হোৱাত আন্দোলনৰ নেতৃত্বয়ো যে বৰঙণি যোগাইছিল, সন্দেহ নাই। চৰকাৰী ফে'ছিবাদৰ বিৰুদ্ধে এটা বেচৰকাৰী ফে'ছিবাদে সমাজত প্ৰভাৱ বিস্তাৰ কৰিছিল।

অসম আন্দোলনত তিনিটা পক্ষৰ স্বাৰ্থ আৰু অধিকাৰৰ প্ৰশ্ন আছিল-অসমীয়া "থলুৱা" জনগণ, অনা-অসমীয়া মূলৰ কিন্তু বৰ্তমান থলুৱা হৈ পৰা জনগণ, কেন্দ্ৰীয় চৰকাৰ। আলাপ-আলোচনা আৰু জটিলধৰণৰ এৰা-ধৰা পদ্ধতিৰ বাহিৰে এই জটিল সমস্যাৰ সমাধান হোৱা অসম্ভৱ আছিল। বলপ্ৰয়োগ এই ক্ষেত্ৰত আছিল অবাস্তৱ, কাৰণ বলপ্ৰয়োগৰে এনে সমস্যাৰ সমাধান নহয়। দুখৰ বিষয় যে অসম আন্দোলনৰ নেতাসকলে চৰমপত্ৰ ( Ultimatum ) আৰু বলপ্ৰয়োগকে আন্দোলনৰ প্ৰধান কৌশল হিছাপে লৈছিল। তেওঁলোকৰ এই মতান্ধতাৰ ফলত অসমীয়া জনগণৰ লাভলৈ চাওঁতে মূল হেৰাইছিল। ১৯৮০ চনত প্ৰধানমন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীয়ে ১৯৬৫ চনকে বিদেশী নিৰ্দ্ধাৰণৰ সময়সীমা কৰিবলৈ ৰাজী হৈছিল। নেতাসকলে গোঁৱাৰামি কৰি সেই প্ৰস্তাৱ নামানিলে। ফলত পিছৰ পাঁচটা বছৰত অসমৰ সমাজ জীৱনত বহু বিশৃংখলা ঘটিল, ছাত্ৰছাত্ৰী সকলৰ শিক্ষাদীক্ষা থান্‌বান্ হ'ল, জাতিয়ে জাতিয়ে অসূয়া আৰু বিৰোধৰ ভাব বৃদ্ধি পালে, উন্নয়নমূলক কাৰ্য্যত ভাঁটা পৰিল। শেষত ১৯৮৫ চনত নেতা সকলে ইন্দিৰা গান্ধীৰ প্ৰস্তাৱতকৈ কম লাভজনক সূত্ৰ এটা গ্ৰহণ কৰিবলৈ বাধ্য হ'ল।

অৰ্থাৎ যথাসময়ত যথাযোগ্য সিদ্ধান্ত ল'ব পৰাটো যি কোনো আন্দোলনৰ নেতা সকলৰ বিচক্ষণতাৰ প্ৰধান প্ৰমাণ। আলফা যে আলোচনাৰ বিৰোধী নহয়, তাৰ প্ৰমাণ পোৱা গৈছিল ৰাজ্যপাল দেবীদাস ঠাকুৰলৈ তেওঁলোকে দিয়া চিঠিখনত। এতিয়া তেওঁলোকে যদিও কৈছে যে স্বাধীনতাৰ বাহিৰে আন কথা তেওঁলোকে আলোচনা নকৰে, এইটো আচলতে আলোচনা বন্ধ কৰা কৌশলহে। অৰ্থাৎ বৰ্তমান সময়ত, আৰু ইন্দিৰা কংগ্ৰেছ তথা হিতেশ্বৰ শইকীয়াৰ লগত, তেওঁলোক আলোচনাত নবহে। এই সিদ্ধান্তটো আমাৰ ধাৰণাত অতি অযুগুত।

হিতেশ্বৰ শইকীয়া সম্প্ৰতি ইন্দিৰা কংগ্ৰেছৰ সৰ্বভাৰতীয় পৰ্যায়ৰে এজন প্ৰভাৱশালী নেতা। তদুপৰি আল্‌ফাৰ লগত আলোচনা কৰিবলৈ প্ৰধান মন্ত্ৰীয়ে তেওঁক সৰ্বোচ্চ পৰ্যায়ৰ কৰ্তৃত্ব দিছে। তথাপি যদি আল্‌ফাই তেওঁৰ লগত আলোচনা নকৰি কেন্দ্ৰীয় চৰকাৰৰ আন প্ৰতিনিধি বিচাৰে, কথাটো স্পষ্টকৈ কোৱাই ভাল। শইকীয়াই তেনে প্ৰতিনিধিৰ লগত আলাপ আলোচনা হোৱাত বাধা নিদিব। অৱশ্যে কৈ থোৱা ভাল হ'ব যে শইকীয়াৰ ইচ্ছাৰ বিৰুদ্ধে যোৱাৰ ক্ষমতা সেই প্ৰতিনিধিৰ থকা টান হ'ব।

আমি অৱশ্য শইকীয়াৰ লগতে তেওঁলোকক আলোচনাত বহিবলৈ কম। ৰাজনীতিত কোনো 'অস্পৃশ্য" নহয়। আণবিক বোমাৰে চীন ধ্বংস কৰিব লাগে বুলি ওকালতি কৰা মাৰ্কিন ৰাষ্ট্ৰনেতা ৰিছাৰ্ড নিক্সনৰ লগতো কালক্ৰমত চীনৰ নেতা মাও জে' ডঙে আলোচনাত বহিছিল। হিট্‌লাৰৰ লগতো স্তালিনে আলোচনাত বহিছিল। পৰিস্থিতিৰ পৰিৱৰ্ত্তনে এনে ঘটনা সম্ভৱ কৰে। তদুপৰি আলাপ-আলোচনা সম্পূৰ্ণ বৰ্জন কৰি কেৱল সংগ্ৰাম চলোৱাটোও গোকাট মূৰ্খামি। পৃথিৱীৰ কোনো সাৰ্থক বিপ্লৱীয়ে কেতিয়াও এনে অভং নীতি লোৱা নাই। গান্ধী নেহৰু নালাগে লে'নিন, মাও, আৰু হো-চি-মিন্, কোনেও শত্ৰুৰ লগত আলাপ-আলোচনা নেওচা দিয়া নাই। ভিয়েটনামৰ জনযুদ্ধৰ আটাইতকৈ তীব্ৰ আৰু হিংস্ৰ স্তৰৰ সময়তো জে'নে'ভাত ভিয়েটনামৰ বিপ্লৱী চৰকাৰৰ লগত আমে'ৰিকাৰ গোপন আলোচনা চলি আছিল। সুখৰ বিষয়ে যে দেৱীদাস ঠাকুৰৰ কাৰ্য্যকালত আলাপ আলোচনা চলাবলৈ আলফাই সম্মতি প্ৰকাশ কৰিছিল। আশাকৰোঁ। এই ক্ষেত্ৰত তেওঁলোকৰ স্থিতি সলনি হোৱা নাই।

সম্প্ৰতি ৰাজীৱ গান্ধীৰ মৃত্যুৰ পিছত ইন্দিৰা কংগ্ৰেছত একনায়কত্ববাদ চলোৱাৰ ধৰণী নোহোৱা হৈছে। সংসদতো ইন্দিৰা কংগ্ৰেছ সবল নহয়। হিতেশ্বৰ শইকীয়ায়ো বুজিছে যে কেৱল দমনীতিৰে আল্‌ফাৰ সমস্যা সমাধান নহয়-বৰং সি এক হিংসাৰ অন্তহীন চক্ৰৰ জন্ম দিব। হিংসাৰ পৰিবেশে তেওঁৰ প্ৰশাসন প্ৰহসনত পৰিণত কৰিব। সেয়ে শইকীয়া আলোচনাৰ বাবে প্ৰকৃতপক্ষে আগ্ৰহশীল। নিৰ্বাচনৰ আগৰে পৰা তেওঁ শান্তিপূৰ্ণ সমাধানৰ কথাকে কৈছে। এনে আলোচনাৰ জৰিয়তে আল্‌ফাই অসমবাসীৰ বাবেঁ মূল্যবান কিছুমান উপকাৰ আদায় কৰিব পাৰিব। নিজৰো ৰাজনৈতিক প্ৰভাৱ বৃদ্ধি কৰিব পাৰিব।

কিন্তু এই বুলিয়েই আল্‌ফাই নিজৰ শক্তি সম্পৰ্কে অতিৰঞ্জিত ধাৰণা কৰা অনুচিত। কাশ্মীৰ বা পঞ্জাবৰ দৰে বহু দশক জোৰা বিশৃংখলা প্ৰয়োজন হলে কেন্দ্ৰীয়

চৰকাৰে সহ্য কৰিব। প্ৰয়োজন হলে আল্‌ফা দমনৰ বাবে পুনৰ সেনাবাহিনীক নমাই দিব-যাৰ ফলত অসমীয়া ৰাইজৰ অবৰ্ণনীয় কষ্ট হ ব। এনে দীৰ্ঘস্থায়ী বিশৃংখলাৰ ফলত অসমত বিভিন্ন সম্প্ৰদায় আৰু জনগোষ্ঠীৰ মাজত অনৈক্য আৰু বিবাদে তিক্ত ৰূপ ল'ব। উন্নয়নৰ কাম-কাজ বন্ধ হৈ নিবনুৱা সমস্যা আৰু তাৰ চিৰসংগী অপৰাধ-প্ৰবণতা বৃদ্ধি কৰিব। সকলোতকৈ ডাঙৰ কথা, অসমৰ বৃহত্তম জনগোষ্ঠী অসমীয়া সকলে আলফ্‌াক অকুণ্ঠ সমৰ্থন জনালেও ( সেইটো কিছুদূৰ সন্দেহজনক ) বাকী শতকৰা ৫০ তকৈ বেছি লোকে আল্‌ফাৰ বিৰোধিতাহে কৰিব। সেয়ে আল্‌ফাই এই মুহূৰ্ত্তে আলোচনাত নমাটোৱেই ৰাজনৈতিক সুবুদ্ধি আৰু সুবিবেচনাৰ পৰিচায়ক হ'ব।

কিছুমান মহলৰপৰা প্ৰচাৰ চলিছে যে আল্‌ফাৰ প্ৰতি সাধাৰণ ক্ষমাদান ইত্যাদি ব্যৱস্থা লৈ হিতেশ্বৰ শইকীয়াই চূড়ান্ত ভণ্ডামি কৰিছে। আচলতে তেওঁৰ পুনৰ মাৰপিট কৰাই মতলব। পোনপ্ৰথমতে কৌশলেৰে বুদ্ধিজীৱীসকলক হাত কৰি লৈ এতিয়া তেওঁ অভ্যস্ত ৰীতিৰে মাৰপিট আৰম্ভ কৰিব। এইটো এক অতি বিষাক্ত আৰু বিভ্ৰান্তিকৰ অপপ্ৰচাৰ। সমগ্ৰ ৰাজ্যৰ আইনশৃংখলা ৰক্ষাৰ দায়িত্ব শইকীয়াৰ হাতত। সাধাৰণ ক্ষমাদান আৰু মুকলি আলোচনাৰ প্ৰস্তাব দিয়াৰ পিছতো যদি আল্‌ফাই কোনো সহাঁৰি নিদিয়ে, বৰং সাধাৰণ আইন-শৃংখলা ভংগ কৰি কিছুমান কাম কৰি থাকে, তেতিয়া কঠোৰ ব্যৱস্থা লোৱাৰ বাহিৰে শইকীয়াৰ হাতত আন কিবা উপায় থাকেনে? তেনে কঠোৰতাই নিশ্চয় অসমৰ ৰাইজক ব্যতিব্যস্ত কৰি মাৰিব। কিন্তু তাৰ বাবে আধা দায়িত্ব আল্‌ফাৰ হ'ব।

বজ্‌ৰং আঁচনিৰ অমানুষিক খুন্দাত যিসকল লোক নিহত আৰু নিখোঁজ হৈছে, আমি তেওঁলোকৰ হৈ প্ৰথমৰ পৰাই উচ্চকণ্ঠে মাত মাতি আহিছোঁ। সেনাবাহিনীকো তীব্ৰ গৰিহণা দিছোঁ। এই সকল লোকক "শ্বহিদ" পাতি দায় সৰাৰ মনোবৃত্তি আমাৰ নাই বাবেই উচ্চতম মহলত এওঁলোকৰ পৰিয়ালৰ বাবে যথোচিত ক্ষতিপূৰণ আৰু সেনাবাহিনীৰ তৰফৰ পৰা ক্ষমা-প্ৰাৰ্থনাৰ দাবী আমি জনাই আহিছোঁ। এইবোৰ কথা ৰাইজৰ ইমান সুবিদিত যে দুই-চাৰি নিন্দুকৰ নিন্দাৰ বাবেই পুনৰ সেই সম্পৰ্কে প্ৰমাণ দিয়াৰ প্ৰয়োজন নাই। কিন্তু এটা অপৰাধে আন এটা অপৰাধ স্খালন নকৰে। সেনাবাহিনীয়ে নিৰপৰাধ লোকক হত্যা কৰা বাবেই আল্‌ফাৰ দ্বাৰা নিৰপৰাধ লোকৰ হত্যা মানি ল'ব নোৱাৰি। সেইটো এক বন্য আৰু পাশৱিক পদ্ধতি বুলি ক'ব লাগিব। ইতিমধ্যে মানবেন্দ্ৰ শৰ্মা, অমিতাভ ৰাভা, ভিম্বেশ্বৰ গগৈ, প্ৰদীপ শইকীয়াক বৰ্বৰৰ দৰে হত্যা কৰি আল্‌ফা অসমৰ জনগণৰ ওচৰত কলংকিত হৈ আছে। আমি ভাবিছিলোঁ যে হিতেশ্বৰ শইকীয়ায়ো অভিজ্ঞতাৰ পৰা শিক্ষা লৈছে, আল্‌ফায়ো ল'ব পাৰিব।

কিন্তু নতুনকৈ অপহৰণ আদি আৰম্ভ কৰি, সম্মানজনক আলোচনাৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰি, আল্ফাই জাননী দিছে যে অভিজ্ঞতাৰ পৰা শিক্ষা লোৱাৰ আগ্ৰহ তেওঁলোকৰ নাই।

শেষত আমি পুনৰ তেওঁলোকক আহ্বান কৰিছোঁ তেওঁলোকে যেন শইকীয়াৰ প্ৰস্তাৱত সঁহাৰি দি আলোচনাত নামে। আলোচনাত যদি অসমৰ বাইজৰ ন্যায়সংগত অভাৱ-অভিযোগ তেওঁলোকে বলিষ্ঠভাবে আৰু আপোচহীন ভাৱে দাঙি ধৰিব পাৰে, তেওঁলোকৰ ৰাজনৈতিক প্ৰভাৱ নষ্ট নহয়, বৰং বৃদ্ধি পাব। হিতেশ্বৰ শইকীয়াই প্ৰবঞ্চনা কৰিব বুলিও ভয় কৰি থাকিব নালাগে। আলোচনা হলে আলোচনাৰ গতি অসমৰ ৰাইজে চোকা নজৰত ৰাখিব। যদিহে তেওঁলোকে সন্দেহ কৰা দৰে শইকীয়াই বাগি দিবলৈ ধৰে বা ফাকি দিয়ে, অসমৰ ৰাইজে শইকীয়াক তাৰ বাবে সমুচিত শিক্ষা দিব। কিন্তু কোনো এজন লোকে দোষ কৰাৰ আগতেই দোষ কৰিব বুলি ধৰাটো যুক্তিযুক্ত নহয়। আৰু তেওঁলোকেই সকলো বুজে অসমৰ ৰাইজে একো বুজি নাপায়, এনে ভাবেৰে অকলশৰীয়াকৈ কিছুমান সিদ্ধান্ত লৈ থাকিলে পৰিণামত তেওঁলোকেই চূড়ান্তভাবে অকলশৰীয়া হৈ পৰিব।

এতিয়লৈকে হিতেশ্বৰ শইকীয়াৰ কাৰ্য্যকলাপত কিছু কিছু আপত্তিজনক কথা পালেও তেওঁৰ প্ৰধান উদ্দেশ্যত সন্দেহ কৰিবৰ থল আমি বিচাৰি পোৱা নাই। আমাৰ উদ্দেশ্যও হিতেশ্বৰ শইকীয়াক সমৰ্থন কৰা নহয়, অসমত শান্তি স্থাপন কৰাত সহায় কৰাহে। আনহাতে আমাৰ মনৰ এচুকত সন্দেহে বাঁহ লৈছে যে আল্ফাৰ উদ্দেশ্যও অসমক মুক্ত কৰা নহয়—হিতেশ্বৰ শইকীয়াৰ পতন ঘটাই প্ৰফুল্ল মহন্তৰ প্ৰত্যাৱৰ্ত্তন ঘটোৱাহে। সেই সন্দেহ ভুল বুলি হাতে কামে তেওঁলোকে প্ৰমাণ কৰক।।

# ইন্দিৰা কংগ্ৰেছৰ ভিত্তি বনাম আঞ্চলিক উগ্ৰবাদ

যোৱা নিৰ্বাচনত সকলো দলেই নিজা নিজা প্ৰচাৰত ইন্দিৰা কংগ্ৰেছৰ শ্ৰাদ্ধ কৰিছিল। দুই এখন চতুৰ সম্পাদক থকা কাকতৰ বাহিৰে বেছিভাগ কাকতেত ইন্দিৰা কংগ্ৰেছৰ বিৰুদ্ধে প্ৰচাৰ চলিছিল। অথচ সকলোকে বিস্মিত কৰি ইন্দিৰা কংগ্ৰেছেই একক সংখ্যাগৰিষ্ঠতা অৰ্জন কৰিলে। সমূহ ভোটৰ শতকৰা ৩০ ভাগো এই দলে পোৱা নাই। কিন্তু বেছিভাগ সমষ্টিতে এই দলৰ প্ৰতি আস্থাবান লোকৰ সংখ্যা আনবোৰ দলৰ সমৰ্থকতকৈ বেছি যেন দেখা গৈছে। তেওঁলোকৰ কেবাজনো প্ৰাৰ্থীক ক'বলৈ গ'লে মানুহে চিনিযেই নাপায়। কেৱল দলটোৰ কথা ভাবিয়েই ভোট দিছে। কিয় ?

এই বিষয়ে সন্দেহ নাই যে বৃজনসংখ্যক অসমীযাই ইন্দিৰা কংগ্ৰেছক ভোট দিলেও ঘাইকৈ বিভিন্ন সংখ্যালঘু জনগোষ্ঠীৰ সমৰ্থনতে ইন্দিৰা কংগ্ৰেছে নিৰ্বাচনত জয়লাভ কৰিছে। অসম গণ পৰিষদ আৰু অন্যান্য আঞ্চলিক দলবোৰে অসমৰ অসমীয়া ভাষী আৰু ঘাইকৈ বৰ্ণহিন্দু জনগোষ্ঠীৰ স্বাৰ্থৰ প্ৰতিনিধিত্ব কৰে। বেছিভাগ সংখ্যালঘু জনগোষ্ঠীৰ ধাৰণা যে তেওঁলোকৰ স্বাৰ্থ আঞ্চলিক দলবোৰে ৰক্ষা নকৰে। কথাটো সম্পূৰ্ণ সত্য নহয়। কোনো কোনো অঞ্চলত অসম গণ পৰিষদেও সংখ্যালঘুসকলৰ উন্নয়নৰ বাবে কিবাকিবি নকৰাকৈ থকা নাই। নীতিগতভাৱেও অবহেলিত কিছুমান সম্প্ৰদায়ৰ উন্নতিৰ বাবে কিছুমান সিদ্ধান্ত লৈছিল। দুখৰ বিষয় যে নীতিগত সিদ্ধান্ত কেতিয়াও কাৰ্য্যত পৰিণত নহ'ল। মুঠতে এই কথা ঠিক যে সংখ্যালঘু সকলৰ উন্নতিৰ বাবে কাম কৰিবলৈ অসম গণ পৰিষদ দলে কোনো উৎসাহ অনুভব নকৰে। তেওঁলোকৰ উৎসাহ অসমীয়া ভাষী হিন্দুসকলৰ বাবেহে বেছি। অকো এই ক্ষেত্ৰতো তেওঁলোকে অৱশেষত এনে কিছুমান সৰুসৰা চক্ৰৰ স্বাৰ্থৰক্ষাত নিমগ্ন হ'ল যে সৰহভাগ অসমীয়া মানুহেই তেওঁলোকৰ প্ৰতি বিতুষ্ট হ'ল।

ইন্দিৰা কংগ্ৰেছে তাহানিৰ কংগ্ৰেছৰ এটা ঐতিহ্য বজাই ৰাখিবলৈ যত্ন কৰিছে। স্বাধীনতা সংগ্ৰামৰ দিনৰেপৰা কংগ্ৰেছ অসমবাসী সকলো বাইজৰ মাজত ব্যাপ্ত সংগঠন। অৱশ্যে তাৰ মাজতো কংগ্ৰেছত অসমীয়া ভাষী গোষ্ঠীৰ প্ৰাধান্য আছিল। আজিও সেই পৰম্পৰা একধৰণে বাচি আছে। কিন্তু অসমীয়া সমাজত প্ৰতিপত্তি কৰা বৰ্ণহিন্দুসকলৰ প্ৰাধান্য আৰু কংগ্ৰেছত এতিয়া নাই। ইন্দিৰা গান্ধীয়ে মহেন্দ্ৰমোহন চৌধুৰীক গুচাই

শৰৎ চন্দ্ৰ সিংহক অসমৰ মুখ্যমন্ত্ৰী পতা দিনৰেপৰা অসমৰ কংগ্ৰেছত বিভিন্ন পিছপৰা আৰু অৱহেলিত সংখ্যালঘু গোষ্ঠীৰ প্ৰভাৱ বাঢ়িছে। আজি সেয়ে আহোম গোষ্ঠীৰ লোক এজন অসমৰ মুখ্যমন্ত্ৰী হ'ব পাৰিছে—কেইদশকমানৰ পূৰ্বে কথাটো অভাৱনীয় আছিল। অৰ্থাৎ অসমত কংগ্ৰেছৰ গণভিত্তি ঘাইকৈ এনেবোৰ গোষ্ঠীৰ মাজতে আছে।

কিন্তু ইন্দিৰা গান্ধীয়ে ১৯৭১-৭২ চনত এনে কৌশল লোৱাৰ পিছত কোনো স্পষ্ট মতাদৰ্শগত বিবেচনা নাছিল। বৰং নানা প্ৰতিৰোধ আৰু মতবিৰোধৰ বিপৰীতে দিল্লী তথা নিজৰ হাতত ক্ষমতা কেন্দ্ৰীভূত কৰিবলৈকে তেওঁ এনে কৌশল লৈছিল। বিভিন্ন শক্তিয়ে এনে কেন্দ্ৰীভূত ক্ষমতাৰ বিৰোধিতা কৰিছিল। এচাম বৃহৎ পুঁজিপতি বৃহৎ সামন্তবাদী মাটিৰ মালিক সংগঠিত শ্ৰমিক শ্ৰেণী, ৰক্ষণশীল, হিন্দু আৰু মুছলমান সংগঠন, স্বাধীন পুঁজিবাদী পথৰ সমৰ্থকসকল, আৰু বিভিন্ন অঞ্চলত বহুদিনৰে পৰা প্ৰভূত্ব কৰা কেতবোৰ আঞ্চলিক শক্তিয়ে ইন্দিৰা কংগ্ৰেছৰ এই প্ৰৱণতাৰ তীব্ৰ বিৰোধিতা কৰিছিল। তেওঁলোকৰ বিৰুদ্ধে সংগ্ৰাম কৰি ইন্দিৰা গান্ধীয়ে এক সুবৃহৎ ঐককেন্দ্ৰিক ৰাষ্ট্ৰযন্ত্ৰ গঢ়ি তুলিছিল। এই ৰাষ্ট্ৰযন্ত্ৰৰ বিশাল আমোলা বাহিনী আছিল তেওঁৰ অন্যতম ভিত্তি। বৃহৎ একচেটিয়া পুঁজিৰ শক্তিৰ বিপৰীতে তেওঁ ৰাজহুৱা খণ্ডৰ ৰাষ্ট্ৰীয় পুঁজিৰ ওপৰত অধিক নিৰ্ভৰ কৰিছিল। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰি তেওঁ দেশৰ উৎপাদন বৃদ্ধিৰ চেষ্টা কৰিছিল। ই তেওঁৰ এক "গতিশীল আধুনিক" ভাবমূৰ্তি তৈয়াৰ কৰি দিছিল। কিন্তু তেওঁৰ এই তাৎপৰ্য্যপূৰ্ণ কাম-কাজৰ পিছত দেশৰ জনগণৰ মুক্তি বা প্ৰগতিৰ হাবিয়াসতকৈ প্ৰবল আছিল ৰাষ্ট্ৰযন্ত্ৰৰ নেতৃত্বৰ যোগেদি পোৱা ক্ষমতা, গৌৰৱ আৰু সম্মানৰ আকাংক্ষা।

কিন্তু ভাৰতীয় গণতান্ত্ৰিক সংবিধানত নিৰ্বাচন অবিহনে এই ৰাষ্ট্ৰযন্ত্ৰ দখল কৰা অসম্ভৱ। সেয়ে জনগণৰ মাজত দাৰিদ্ৰ্য দূৰীকৰণ বা তেনে ধৰণৰ কাৰ্য্যসূচী লৈ, পিছপৰা আৰু অনুসূচিতসকলক অধিক স —সুবিধা দি, সংখ্যালঘুসকলক হাত কৰি নিজৰ দলৰ গণভিত্তি তৈয়াৰ কৰিবলৈ ইন্দিৰা গান্ধীয়ে পৰিকল্পিত প্ৰচেষ্টা চলাইছিল। সেই কৌশলেৰে বিভিন্ন অঞ্চলৰ উচ্চ বৰ্ণৰ বিভিন্ন প্ৰভাৱশালী গোষ্ঠীৰ প্ৰত্যাহ্বান তেওঁ ওফৰাই দিবলৈ বিচাৰিছিল। ৰাষ্ট্ৰীয় খণ্ডৰ শিল্পব্যৱসায়ৰ লগত নিজৰ বিশ্বাসী মানুহক জড়িত কৰি নিৰ্বাচনী অভিযানত প্ৰয়োজনীয় ধন সংগ্ৰহ কৰিছিল। বিভিন্ন অঞ্চলৰ ইন্দিৰা কংগ্ৰেছৰ নেতা সকলো নিৰ্বাচনী পুঁজিৰ স্বাৰ্থতে তেওঁৰ বশীভূত হৈছিল। ইয়াৰ উপৰিও সকলো সময়তে তেওঁৰ ব্যক্তিগত ভাবমূৰ্তি উজ্জ্বল কৰি দলৰ কৰ্মীসকলৰ একনিষ্ঠ আনুগত্য আদায় কৰাৰ চেষ্টা চলিছিল। বৈদেশিক নীতিৰ ক্ষেত্ৰতো বিশেষ উদ্যমেৰে তেওঁৰ ভাবমূৰ্তি উজ্জ্বল কৰা হৈছিল। কিছু সাল-সলনি হ'লেও ৰাজীৱ গান্ধীৰ দিনতো এই পৰম্পৰা ৰক্ষা কৰা হৈছিল।

এতিয়া ইন্দিৰা কংগ্ৰেছৰ তেনে সৰ্ববাদীসম্মত নায়ক নাই। সোণকালে হয়তো নোলাবও। সেয়ে ইন্দিৰা কংগ্ৰেছৰ কেতবোৰ নীতি সলনি হোৱাৰ সম্ভাৱনা দেখা দিছে। ইন্দিৰা গান্ধীৰ দিনত বিশেষকৈ ৰাষ্ট্ৰীয় খণ্ড আৰু প্ৰতিৰক্ষাৰ লগত ছোৱিয়েট ৰছিয়াৰ ঘনিষ্ঠ সম্পৰ্কই ৰাষ্ট্ৰযন্ত্ৰক দেশৰ অন্যান্য পুঁজিৰ তুলনাত কিছু পৰিমাণে সবল আৰু স্বতন্ত্ৰ কৰি তুলিছিল। সেয়ে ইন্দিৰা গান্ধীয়েও টাটা-বিড়লাক সিমান খাটিৰ কৰিব লগা হোৱা নাছিল। কিন্তু পেৰেষ্ট্ৰইকাৰ খুন্দাত ছোৱিয়েট অৰ্থনীতি দুৰ্বল হৈ পৰাত ভাৰতীয় ৰাষ্ট্ৰযন্ত্ৰই তাৰ আগৰ তেজ ভালেখিনি হেৰুৱাইছে। কোনো কোনো ইন্দিৰা কংগ্ৰেছী মন্ত্ৰীয়ে ৰাষ্ট্ৰীয়খণ্ড বাতিল কৰাৰ কথাও কৈছে। ৰাষ্ট্ৰযন্ত্ৰ আগৰ তুলনাত তাৰ বলিষ্ঠতা হেৰুৱালে স্বৈৰতন্ত্ৰী ৰাজনীতিৰ প্ৰতি ইন্দিৰা কংগ্ৰেছৰো ধাউতি টুটি আহিব পাৰে। তেতিয়া বিভিন্ন প্ৰবল গোষ্ঠীবিলাকক সন্তুষ্ট কৰি তাৰ ওপৰেদি ষ্টিমৰোলাৰ চলোৱাৰ সলনি কিছু মিলিজুলি কাম কৰাৰ মানসিকতাই গঢ় লব পাৰে। এনেযেও "সমাজবাদী" ইন্দিৰাই টাটা-বিড়লাৰ ওপৰত মাধমাৰ দিয়াৰ কথা সপোনতো ভবা নাছিল।

ৰাজীব গান্ধীৰ মৃত্যুৰ পিছত আমি এই শিতানতে মন্তব্য কৰিছিলোঁ যে বিদেশী পুঁজিৰ হেঁচাত সেও মানি ভাৰতৰ বজাৰখন মুকলি কৰিবলৈ এতিয়া দেশৰ ওপৰত হেঁচা দিয়া হব। সেইবাবেই পথৰ কণ্টক ৰাজীব গান্ধীক আঁতৰাই দিয়া হ'ল। এই ক্ষেত্ৰত এল-টি-টি-ই নিমিত্ত মাত্ৰ। ইতিমধ্যে দেশৰ মুদ্ৰা ধনৰ অৱমূল্যায়ন কৰা হৈছে। ৰাষ্ট্ৰযন্ত্ৰৰ নানা নিয়ন্ত্ৰণৰ পৰা পুঁজিক মুকলি কৰি দিয়া হৈছে। বিদেশী পুঁজিৰ আহ-যাহৰ বাটো শীঘ্ৰে সুচল কৰা হব পাৰে। আই-এম-এফৰ সঁজাতী দল এটা অলপতে ভাৰতলৈ আহিব। এইবোৰ লক্ষণে সূচায় দেশীয় আৰু আন্তৰ্জাতিক পৰিস্থিতি অনুযায়ী ইন্দিৰা কংগ্ৰেছে তাৰ নীতি সলনি কৰিবও পাৰে।

কিন্তু দঃ কোৰিয়া আদি বিশ্ব বেংক আৰু আই এম এফৰ অনুগ্ৰহপ্ৰাপ্ত দেশবোৰত স্বৈৰতন্ত্ৰ প্ৰবল। তাত পুঁজিৰ গতিবিধি স্বাধীন কিন্তু গণতন্ত্ৰ সীমাবদ্ধ। ভাৰততো ইন্দিৰা কংগ্ৰেছে তেনে কৌশলেই লব পাৰে নেকি? সময়েহে সেই প্ৰশ্নৰ উত্তৰ দিব পাৰিব।

বহুকাল ধৰি স্বৈৰতন্ত্ৰী ৰীতিত অভ্যস্ত ইন্দিৰা কংগ্ৰেছে কামকাজৰ বেলেগ ৰীতি গ্ৰহণ কৰোঁতে এনেয়েও সময় লব। ইন্দিৰা কংগ্ৰেছী চৰকাৰৰ প্ৰিয় পদ্ধতি হৈছে ওপৰৰ পৰা এটা সিদ্ধান্ত লৈ আমোলাৰ জৰিয়তে তাক জনসাধাৰণৰ ওপৰত জাপি দিয়া। বহু সময়ত সিদ্ধান্তবোৰ কেন্দ্ৰীয়ভাবে দিল্লীতে লোৱা হয়। যেহেতু বিভিন্ন অঞ্চলৰ সমস্যা বেলেগ, জনসাধাৰণৰ বাবে গুৰুত্বপূৰ্ণ বিষয় বা issue বেলেগ, সেয়ে এনে

কেন্দ্ৰীয় আৰু একপক্ষীয় সিদ্ধান্ত আঞ্চলিক জনগণৰ অপ্ৰিয় হয়। সেই অসন্তোষ বা বিদ্ৰোহৰ গণতান্ত্ৰিক স্বীকৃতিৰে তাৰ লগত বুজাবুজিলৈ অহাৰ অভ্যাস ইন্দিৰা কংগ্ৰেছৰ নাই। বৰং দমনপীডনেৰে এইবোৰ বাধা জয় কৰাই ইন্দিৰা কংগ্ৰেছী ৰীতি। এইবাবেই দেশৰ বিভিন্ন অঞ্চলত উগ্ৰবাদী মনোভাৱ প্ৰবল হৈ উঠিছে। অবশ্যে ৰাষ্ট্ৰীয় মৰ্চা চৰকাৰেও উগ্ৰবাদক প্ৰশ্ৰয়হে দিলে, ৰাজনৈতিকভাবে তাৰ সমাধান কৰিব নোৱাৰিলে।

অথচ ইন্দিৰা কংগ্ৰেছক সম্পূৰ্ণ স্বৈৰতন্ত্ৰী শক্তি বুলিলে এই নিৰ্বাচনত তাৰ সাফল্য বুজিব পৰা নাযাব। অৰ্থাৎ কিছুমান দুৰ্বল, নিপীডিত গোষ্ঠীৰ আশ্ৰয়স্থল হিছাপেও জনমানসত ইন্দিৰা কংগ্ৰেছ প্ৰতিষ্ঠিত। কিন্তু তেওঁলোকক ৰক্ষণা-বেক্ষণ দিয়াৰ নামত প্ৰভাৱশালী আঞ্চলিক গোষ্ঠীক ক্ষুন্ন কৰাও শুভফলপ্ৰসূ নহ'ব।

আনহাতে আঞ্চলিক উগ্ৰবাদী শক্তি কেন্দ্ৰীয় স্বৈৰতন্ত্ৰৰ শত্ৰু হলেও নিজেও স্বৈৰতন্ত্ৰী প্ৰবণতাৰ পৰা মুক্ত নহয়। অসমত উচ্চ বৰ্ণৰ আৰু অসমীয়া ভাষী অগ্ৰসৰ লোকসকলৰ স্বাৰ্থতে সি ঘাইকৈ ৰক্ষা কৰে। সেইবাবেই বিভিন্ন সংখ্যালঘু গোষ্ঠীয়ে তাৰ বিৰুদ্ধে ইন্দিৰা কংগ্ৰেছৰ পিনে ঢাল লৈছে সাময়িকভাবে। তেওঁলোকৰ কাৰো কাৰো বিদ্ৰোহে বিচ্ছিন্নতাবাদী ৰূপো লৈছে।

ভাৰতৰ বৃহৎ পুঁজিপতি মহল আৰু তেওঁলোকৰ সমৰ্থকসকলে স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে গণতন্ত্ৰৰ কথা ক'ব পাৰে। কাৰণ তেওঁলোকৰ দখলত থকা সম্পদৰ জোৰত তেওঁলোকে স্বৈৰতন্ত্ৰৰ বিৰোধিতা কৰিব পাৰে। কিন্তু অসমৰ আঞ্চলিক দলবোৰে কাৰ প্ৰতিনিধিত্ব কৰে? তেওঁলোকৰ প্ৰকৃত ধনবল কিমান? এমুঠি ঠিকাদাৰ বা ব্যৱসায়ী যাৰ মূলধনৰ মূল উৎস ৰাজ্যিক চৰকাৰখনেই। এওঁলোকৰ স্বতন্ত্ৰ শক্তি আছেনে?

বহুদিন আগতে ডঃ অমলেন্দু গুহৰ লগত মোৰ এটা বিতৰ্ক হৈছিল। ডঃ গুহৰ মতে অসমীয়া বুৰ্জোৱা, পে'টি-বুৰ্জোৱা, বা ক্ষুদ্ৰ বুৰ্জোৱা। তাৰ কোনো স্বতন্ত্ৰ শক্তি নাই। আনহাতে মই কৈছিলোঁ যে দুৰ্বল আৰু পৰনিৰ্ভৰশীল হ'লেও অসমীয়া বুৰ্জোৱাই স্বতন্ত্ৰ বজাৰ বা অৰ্থনৈতিক ভিত্তি বিচাৰে। তাৰ ভাষা-সংস্কৃতিৰ সংগ্ৰাম স্বতন্ত্ৰতা লাভৰ সংগ্ৰামৰে অংশ বিশেষ। এই বিতৰ্ক আজিও প্ৰাসংগিক।

ডঃ গুহৰ মতৰ সাৰবত্তা সাম্প্ৰতিক বহু ঘটনাই বহু পৰিমাণে প্ৰমাণ কৰে। অসমৰ উন্নত বা উচ্চাকাংক্ষী মধ্যবিত্ত মাত্ৰৰে আকাংক্ষা বৃহৎ ভাৰতীয় পুঁজিয়ে দিয়া সুযোগ সুবিধা আয়ত্ত কৰি সমৃদ্ধি আৰু সন্মানৰ জখলাৰে ওপৰলৈ উঠা। সেয়ে বিপুল সংখ্যক অসমীয়া মধ্যবিত্তৰ মনত এতিয়া থলুৱা ভাষা আৰু সংস্কৃতিৰ প্ৰতি আনুগত্য নিতান্তই যান্ত্ৰিক। ইংৰাজী আৰু হিন্দীৰ প্ৰতি তেওঁলোকৰ আকৰ্ষণৰ প্ৰমাণ দেখাৰ। তেওঁ-

লোকৰ আকাংক্ষা অসমৰ চাৰিচুকৰ বাহিৰলৈ বিয়পি গৈছে আৰু "আন্তৰ্জাতিক মানসিকতা"ৰ প্ৰতি তেওঁলোক গদগদ্ হৈছে। আঞ্চলিক উন্নয়নৰ প্ৰতি তেওঁলোক নিস্পৃহ।

কিন্তু তেনে ধৰণৰ সুযোগ সুবিধা সকলোৰে ভাগ্যত নঘটে। নতুন দিল্লীৰ গবেষণাগাৰ, ৱাশ্বিংটনৰ বিশ্ব বেংকৰ কাৰ্যালয় সেনা বাহিনীৰ ওপৰ থলপাবোৰ- কেইজন অসমীয়াই এনেধৰণৰ সুবিধা আৰু সন্মান আশা কৰিব পাৰে ?

অথচ অসমতে তেনে ধৰণৰ সুযোগ-সুবিধা প্ৰচুৰ পৰিমাণে উলিয়াবলৈ অসমৰ উন্নয়ন সিমান ক্ষিপ্ৰ আৰু ব্যাপক নহয়। অসমীয়া মধ্যবিত্তৰ বাবে সেয়ে ৰাজ্যিক প্ৰশাসনৰ ওপৰত দখল এক প্ৰায় অপৰিহাৰ্য্য দাবী। অথচ ইন্দিৰা কংগ্ৰেছে ৰাজ্যিক প্ৰশাসন দখল কৰিলে চাকৰি বাকৰি, ঠিকাঠকলি, মান-সন্মানৰ সিংহভাগ অসমীয়াই নাপাব, সকলো গোষ্ঠীৰ মাজত সমানে ভাগ হব। সুবিধাৰ পৰিমাণ আৰু সংখ্যাও কমিব পাৰে—যিহেতু সিদ্ধান্তবোৰ দিল্লীতে লোৱা হ'ব।

অসমীয়া উগ্ৰবাদীসকলে ভাবিছিল যে সেনা বাহিনীৰ নিষ্ঠুৰতাৰ পৰিণাম স্বৰূপে নিৰ্বাচনত ইন্দিৰা কংগ্ৰেছ ধৰাশায়ী হব। কিন্তু ইন্দিৰা কংগ্ৰেছে দীৰ্ঘকালৰ বাবে শাসনভাৰ পালেহে। সম্ভৱতঃ সেই বাবেই নিৰ্বাচনৰ পিছত শইকীয়া মন্ত্ৰীসভাই শপত গ্ৰহণ কৰাৰ পিছদিনাই তেওঁলোকে আক্ৰমণ আৰম্ভ কৰিলে। নাগালেণ্ড, মণিপুৰৰ উগ্ৰবাদীয়ে স্থানীয় শাসক গোষ্ঠীৰ হৈ কাম কৰাৰ দৰে অসমৰ উগ্ৰবাদী সকলেও আঞ্চলিক প্ৰতিপত্তিশালী গোষ্ঠীৰ ( hegemonic group ) সপক্ষে কাম কৰিছে যেন লাগে। সহজে এই সংগ্ৰাম তেওঁলোকে এৰি নিদিব।

আমাৰ ধাৰণা যে এনে দৃষ্টিভংগী আৰু নীতি বাস্তৱসন্মত নহয়। ইয়াৰ শেষফল হব অসমৰ বিভিন্ন গোষ্ঠীৰ মাজত সংঘাত বৃদ্ধি কৰি অসমখন থানবান কৰি পোলোৱা। অসমীয়া মধ্যবিত্তই অসমবাসী অন্যান্য গোষ্ঠীৰ সুখ দুখৰ কথা আন্তৰিকতাৰে চিন্তা কৰক, সুযোগ-সুবিধাৰ ভাগ সকলোকে দিয়ক। সকলোৰে মাজত বুজাবুজি, মিলা-প্ৰীতিৰ সেতু হিচাপে ভাষা সংস্কৃতিৰ আশাশুধীয়া সেৱা কৰক। অসমৰ সৰ্বাংগীণ উন্নয়নৰ বাবে সংশ্লিষ্ট সকলো পক্ষৰ ওপৰত হেঁচা দিয়ক। অসমতো উন্নয়নৰ পৰিবেশ গঢ়ি তোলক।

# অসমীয়া জাতীয়তাবাদ চলিবনে ?

## উৎপাদনশীল, উৎপাদনক্ষম অৰ্থনীতি আৰু কৃষ্টি

অসমীয়া জাতীয়তাবাদৰ ভিত্তি সেইটো নহয়। বৰং ৰাজ্যিক চৰকাৰৰ দখলহে তাৰ ভিত্তি-যাতে চাকৰি-বাকৰি গোটাব পাৰি, ঠিকাপাৰ্মিট যোগাৰ কৰিব পাৰি, চৰকাৰী তহবিলৰ টকা আইনী-বেআইনী ভাবে লুটিব পাৰি।

প্ৰথমতে এনে ধৰণৰ চৰকাৰ দখলৰ পৰা অসমীয়া ভাষীৰ বাহিৰে অধিকাংশ গোষ্ঠী বঞ্চিত হয়। দ্বিতীয়তে অসমীয়া ভাষাৰ মাজতো মাত্ৰ এমুঠিমানেহে এনে অন্যায় সুযোগ লাভ কৰে। সমূহীয়া ভাবে জাতিটোৰ একো লাভ নহয়।

প্ৰকৃততে যিটো শ্ৰেণী অসমীয়া জাতীয়তাবাদৰ প্ৰবক্তা তাৰ ভূমিকা প্ৰকৃত বুৰ্জোৱাৰ নহয়।

তাহানিখনতে ডঃ অমলেন্দু গুহৰ লগত মোৰ এটা বিতৰ্ক হৈছিল। মই কৈছিলোঁ যে অসমৰ মধ্যবিত্ত শ্ৰেণী পংগু আঞ্চলিক বুৰ্জোৱা। ড° গুহৰ মত আছিল এই শ্ৰেণী পালিবুৰ্জোৱা (petit—bourgeois)। যদি আঞ্চলিক বুৰ্জোৱা হয়, তেনেহ'লে শ্ৰেণীটোৱে অৰ্থনৈতিক শক্তি আৰু উৎপাদন ক্ষমতা আজন কৰাত জোৰ দিব, আৰু যদি পালি বুৰ্জোৱা হয় তেন্তে বৃহৎ বুৰ্জোৱাৰ এৰহা চুহি শকত হ'ব'ল বিচাৰিব। অসমীয়া জাতীয়তাবাদৰ শক্তিশালী ভাবাবেগ আৰু জনসমৰ্থন দেখি মই মোৰ ধাৰণাটো কৰিছিলোঁ। এতিয়া মাজে মাজে ভাবোঁ, ডঃ গুহৰ ধাৰণাই সঠিক আছিল নেকি।

অসমীয়া মধ্যবিত্তৰ মাজত যি স্বদেশপ্ৰেম দেখোঁ, সেইটো বহু সময়ত সুবিধাবাদৰ মুখা। অসমৰ তথা অসমীয়া ৰাইজৰ উন্নতি তেওঁলোকৰ লক্ষ্য নহয়। বৰং সৰ্ব-সাধাৰণ অসমীয়া ৰাইজৰ সহায় সমৰ্থন লৈ আন্দোলন কৰি নিজে (বা নিজৰ ল'ৰা ছোৱালীৰ বাবে) অসমৰ বাহিৰত বা কেন্দ্ৰীয় চৰকাৰৰ তলত ডাঙৰ চাকৰি-বাকৰি যোগাৰ কৰা অথবা অৰ্থোপাৰ্জানৰ সুকণ্ডা বিচৰাই তেওঁলোকৰ কাৰ্য্যপন্থা। সেয়ে খলুৱা অৰ্থনীতি আৰু সংস্কৃতিৰ অৱস্থালৈ তেওঁলোকৰ চকু নাই। তাৰ উন্নতিৰ বাবে বিশেষ চেষ্টা নাই। তাৰ প্ৰকৃত উন্নতি বা শ্ৰীবৃদ্ধিৰ বাবেও কোনো চেষ্টা নাই। জ্যোতিপ্ৰসাদ বা বিষ্ণুৰাভাৰ নামত মিটিং পতাতে সি শেষ।

তেওঁলোকে খোলোচাকৈ যদি ক'লেহেঁতেন যে অসমীয়া জাতিৰ স্বকীয় অস্তিত্বত তেওঁলোকৰ আস্থা নাই, তেওঁলোকেবৰং অতি শীঘ্ৰে শতকৰা এশভাগেই উত্তৰ ভাৰতীয় হৈ যাবলৈ বিচাৰে, তেনেহ'লে অসুবিধা নাছিল। কিন্তু সেইকণ সৎসাহস নাই বৰং ভণ্ডামি কৰি অসংখ্য সাধাৰণ মানুহক আন্দোলনত নমাই নিজে লাভবান হোৱাই তেওঁলোকৰ ৰীতি।

এনে কৌশলে সাধাৰণ অসমীয়া মানুহক স্বচ্ছলো নকৰে, নাইবা তেওঁলোকৰ সংস্কৃতিও সবল নকৰে। বৰং বিজতৰীয়া অপসংস্কৃতিৰ বলহে বৃদ্ধি কৰিব।

আমি সেয়ে কওঁ, এইবোৰ স্বতন্ত্ৰতাৰ ঢং দেখুৱাই লাভ নাই। তেওঁলোকে নিজকে দালাল বুলি স্বীকাৰ কৰক আৰু সকলো বিষয়তে "পাক্কা হিন্দী-হিন্দু" হ'বলৈ চেষ্টা কৰক আৰু অসমৰ নিছলা ৰাইজেও এওঁলোকৰ লগ এৰাই ভাল হ'ব। যদি নিজৰ স্বতন্ত্ৰবীয়া ভাষা-কৃষ্টি আদি বচাব খুজিছে তেন্তে অসমৰ ওপৰত প্ৰভুত্ব কৰাৰ মিছা মোহ এৰি বাকীবিলাক গোষ্ঠীৰ লগত মিলিজুলি থাকিবলৈ শিকক। বামপন্থী নেতৃত্বত ভাৰতৰ শোষিত, নিপীড়িত কোটি কোটি মানুহৰ যুটীয়া সংগ্ৰামত মিলিত হওক।

# মে'দাম-মেফিৰ চিন্তা ঃ এটা ব্যক্তিগত মত

পৃথিবীৰ সকলো জাতিৰ মাজতে একালত জাতিৰ পিতৃপুৰুষ সকলৰ স্মৃতি তৰ্পণ কৰাৰ আৰু তেওঁলোকৰ প্ৰতি নৈবেদ্য দিয়াৰ নিয়ম আছিল। বিশ্বাস কৰা হৈছিল যে পূৰ্বপুৰুষ সকলে অন্য এক অপাৰ্থিব জগতত মৃত্যুৰ পিছৰ পৰাই বাস কৰে আৰু তেওঁলোকৰ বংশধৰ সকলৰ ওপৰত চকু ৰাখে। তেওঁলোকক সন্তুষ্ট ৰখাটো বৰ্তমানৰ সতিসন্ততি সকলৰ এক প্ৰধান ধৰ্মীয় কৰ্তব্য। মেদাম-মেফিও এনে এক ধৰ্মীয় অনুষ্ঠান।

আজিৰ যুগত ধৰ্মীয় আচাৰ অনুষ্ঠানৰ আকৰ্ষণ টুটি আহিছে। বৈজ্ঞানিক যুক্তিৰ আগত কেতবোৰ প্ৰাচীন বিশ্বাসে থাৰৰিব নোৱৰা হৈছে। তথাপি যে এই অনুষ্ঠান আহোম সকলৰ মাজত পুনৰ সজীৱ ৰূপত দেখা গৈছে, তাৰ কাৰণ কি ?

যুক্তি মানৱ জীৱনৰ আদৰ্শ ধৰণী হ'লেও যুক্তিয়ে এতিয়াও জীৱনৰ সকলো দিশ সমানে সামৰি ল'ব পৰা নাই। বিশ্ব চৰাচৰৰ লগত মানুহৰ সম্পৰ্ক কেৱল যুক্তিৰ নহয়। নিজ হাতে ৰোৱা গছ জোপাৰ লগতো মানুহৰ সম্পৰ্ক কেবল ফল খোৱাতে শেষ নহয়। সেয়ে ধৰ্মীয় আচাৰ অনুষ্ঠানৰ জৰিয়তে মানুহে জগতখনৰ লগত অব্যৱ-হাৰিক সম্পৰ্ক এটা ৰাখিবলৈ বিচাৰে। অৱশ্যে এইক্ষেত্ৰত ধৰ্মীয় বিশ্বাসে যাতে বিজ্ঞানৰ অগ্ৰগতিত বাধা নিদিয়ে, ঘটনাৱলীৰ বস্তুনিষ্ঠ অধ্যযন বন্ধ নকৰে, সেই বিষয়ে মানুহ সচেতন হৈ থকা ভাল। সম্প্ৰতি পশ্চিমৰ দেশবোৰতো সৰ্বসাধাৰণ ৰাইজে যান্ত্ৰিক জীৱনত অতিষ্ঠ হৈ নানা অদ্ভূত-অদ্ভুত ধৰ্মলৈ মতলীয়া হৈ পৰিছে।

কিন্তু অসমততো পুৰণিকলীয়া ধৰ্মৰ অভাৱ নাই। সেইবোৰৰ অৱস্থাও জৰাজীৰ্ণ নহয়। তেন্তেনো আহোম সকলে মেদাম-মেফিৰ উৎসৱ পাতিবলগীয়া হৈছে কিয় ? নিঃসন্দেহে নিজৰ গোষ্ঠীগত অস্তিত্ব বা পৰিচয়ৰ প্ৰতি আগ্ৰহৰ বাবেই উলহ মালহকৈ এই উৎসৱ পাতিবলৈ আহোম ৰাইজ আগবাঢ়ি আহিছে। আহোম সকল অসমীয়া ৰাইজৰ অবিচ্ছেদ্য অংগ, তেওঁলোকৰ মাতৃভাষাও অসমীয়া।

কিন্তু তেওঁলোকে সম্প্ৰতি অনুভৱ কৰিছে যে তাৰ মাজতে তেওঁলোকৰ জাতীয় পৰিচয় সম্পূৰ্ণ নহয়। আৰু কিছুমান পৰম্পৰা আছে যিবোৰে কোনো কোনো ক্ষেত্ৰত আহোম সকলক বৃহত্তৰ অসমীয়া জাতিৰ মাজতে এক স্বকীয়া চিনাকি দিয়ে। তেওঁলোকে এই পৰিচয়টোও মূল্যহীন নহয় বুলি বুজিছে।

ধৰি লোৱা যাওক, আহোম সকলে তেওঁলোকৰ স্বকীয়া ৰীতি-নীতি, পৰম্পৰা, সকলো বিসৰ্জ্জন দিলে। তেতিয়া তেওঁলোক কিবা বিমূৰ্ত্ত অসমীয়া সত্তাত বিলীন

হ'ব পাৰিবনে ? দৰাচলতে নোৱাৰে। তেওঁলোকে তেতিয়া বৰ্ণহিন্দুৰ মাজত চলা ৰীতি-নীতি আৰু পৰম্পৰাকে নিজৰ বুলি আঁকোৱালি ল'ব লাগিব। প্ৰশ্ন হ'ল : নিজৰ ৰীতি-নীতি পৰম্পৰা এৰি বৰ্ণহিন্দুৰ পৰম্পৰা আৰু ৰীতি-নীতি কি যুক্তিত তেওঁলোকে গ্ৰহণ কৰিব ? সেইবোৰ উচ্চতৰ বা অধিক উন্নত বা অধিক সভ্য বুলিয়েই তেনে ৰীতি-নীতি আদি গ্ৰহণ কৰিব লাগিব।

কিন্তু আমি কেনেকৈ নিশ্চিত হয় যে চকলং হোম পোৱাৰ দৰে সভ্য বা উন্নত নহয় ? আচলতে তেনে ধাৰণা যুক্তিসংগত নহয়। নিজা গোষ্ঠীৰ ৰীতি-নীতি, পৰম্পৰা এৰি আন গোষ্ঠীৰ ৰীতি-নীতি আদি গ্ৰহণ কৰিলে তাৰ উপৰিও আন এটা সমস্যা হয়। হিন্দু সমাজত সকলো মানুহৰ জন্মগত সমতাৰ ধাৰণা নাই। উচ্চ-নীচ নানা জাতিত তাহানিৰে পৰা হিন্দু সমাজ বিভক্ত। এনে স্থলত বৰ্ণহিন্দুৰ ৰীতি-নীতি আদি নিৰ্বিচাৰে গ্ৰহণ কৰাৰ অৰ্থ হ'ব নিজকে নীচ জাতি বুলি মানি লোৱা। ফলত সমাজত জাতি বা গোষ্ঠী হিচাপে পদানত আৰু অৱহেলিত হৈ থকাৰ আশংকা দেখা দিয়ে। কাৰণ সমাজতত্ত্বৰ নিয়ম অনুযায়ী সমাজত প্ৰতিপত্তি কৰা গোষ্ঠীবোৰে নিজ নিজ সংস্কৃতিকে সমাজৰ অন্যান্য গোষ্ঠীবোৰৰ ওপৰত আদৰ্শ সংস্কৃতি বুলি সদায় জাপি দিবলৈ বিচাৰে। সেইটো নিৰ্বিবাদে মানি ললে সেই প্ৰবল গোষ্ঠীবোৰৰ ৰাজনৈতিক আধিপত্যও মানি ল'বলগীয়া হ'ব পাৰে। সেইবাবেই অসমীয়া সমাজৰ অন্তৰ্ভুক্ত নানা জাতি আৰু গোষ্ঠীৰ সাংস্কৃতিক স্বকীয়তাৰ প্ৰশ্নটো এতিয়া গুৰুত্বপূৰ্ণ হৈ উঠিছে। তেওঁলোকে এই সমাজৰ মাজত নিজৰ আত্মসন্মান আৰু ৰাজনৈতিক ক্ষমতা নেহেৰুৱাবৰ বাবেই নিজৰ সাংস্কৃতিক ঐতিহ্য খামুচি ধৰিব লগীয়া হৈছে। কাৰণ যোৱা এশবছৰ কালৰ ভিতৰত এটা কথা প্ৰমাণিত হৈছে : উচ্চতৰ সংস্কৃতিৰ অধিকাৰী বুলি বৰ্ণহিন্দু সকলে সকলো ক্ষেত্ৰতে নিজৰ উচ্চ আসন সুৰক্ষিত কৰিছে আৰু পিছপৰা গোষ্ঠী বিলাকে উন্নয়নৰ প্ৰাপ্য সা-সুবিধাও হেৰুৱাবলগীয়া হৈছে।

সেয়ে মেদাম-মেফি আদি অনুষ্ঠান আমাৰ আহোম গোষ্ঠীৰ আত্মৰক্ষাৰ অস্ত্ৰ হৈ পৰিছে। এইটো স্বাভাৱিক অনিবাৰ্য্য ঘটনা।

কিন্তু প্ৰাচীন ঐতিহ্য আঁকোৱালি লৈয়েই কোনো গোষ্ঠী বৰ্তি থাকিব পৰিবনে ? তাহানিৰ মন্ত্ৰ-তন্ত্ৰত সম্পূৰ্ণ নিমজ্জিত হোৱাৰ ফল হ'ব আধুনিক আৰু প্ৰগতিশীল ধ্যান-ধাৰণাৰ লগত যোগাযোগ হেৰুৱা আৰু আন গোষ্ঠীৰ প্ৰতি অন্ধ বিদ্বেষ বা অবজ্ঞাৰ ভাব পোষণ কৰা। বৰ্ণ হিন্দুৰ যি অবজ্ঞা বা বিদ্বেষ আমি বেয়া পাইছোঁ, আমি নিজেও তাৰ বশীভূত হৈ পৰিম। এনে এচাম মানুহক নিজৰ সুবিধা মতে ধুৰন্ধৰ ৰাজনৈতিক নেতাই চলাই ফুৰিবলৈকো সুবিধা হ'ব। কিন্তু গোষ্ঠীটোৰ মানুহখিনি সমূহীয়াভাৱে তলতে পৰি থাকিব।

অৰ্থাৎ আত্মসম্মানৰ বাবে নিজ ৰীতি-নীতিৰ প্ৰতি শ্ৰদ্ধা আৰু মমতাৰ যেনে প্ৰয়োজন তেনেদৰে অন্যান্য গোষ্ঠীৰ ৰীতি-নীতিৰ প্ৰতি সহিষ্ণুতা আৰু শ্ৰদ্ধাও প্ৰগতিৰ বাবে অপৰিহাৰ্য্য। প্ৰগতিৰ অন্যতম চৰ্ত হ'ল মুকলি মনেৰে আনৰ ভাল গুণ, ভাল ৰীতি-নীতি আদৰি নিজৰ কৰি ল'ব পৰা মনোভাৱ। আন গোষ্ঠীয়ে যিবোৰ উপাদানেৰে আনৰ ওপৰত দাসত্ব বা অধীনতা জাপি দিবলৈ বিচাৰে, সেইবোৰ বৰ্জন কৰি যিবোৰ উপাদান নিজৰ উন্নতিৰ আহিলা হ'ব পাৰে তাকে আঁকোৱালি ল'ব পৰাই উন্নতিকামী আৰু উন্নতিশীল গোষ্ঠীৰ লক্ষণ। ইংলেণ্ডলৈ চাওক। তাৰ বহু বস্তুগত কৃষ্টিও বাহিৰৰ পৰা লোৱা। চাহখোৱা আৰু দীঘলঠেঙা ( Long pants ) চীনৰ পৰা ধাৰ কৰা। ডিউক অব্ বেলিংটনে যেতিয়া প্ৰথম লং পেণ্ট পিন্ধি ক্লাবলৈ গৈছিল, তেওঁৰ দৰে গণ্যমান্য ভদ্ৰলোককো ক্লাবত সোমাবলৈ নিদি উলিয়াই পঠোৱা হৈছিল। অথচ এইবোৰৰ বাবে ইংৰাজ জাতিৰ আত্মগৌৰৱ হ্ৰাস পোৱা নাই।

কেৱল ব্যৱসায় বাণিজ্যৰ বাবেই নহয়, উন্নয়নৰ বাবেও এতিয়া বিভিন্ন জাতি আৰু গোষ্ঠীৰ মাজত আদান-প্ৰদানৰ প্ৰয়োজন বাঢ়িছে। সেয়ে আহোম সকলো কেৱল নিজকে লৈ থাকিব নোৱাৰিব, আনৰ লগতে খোজ দি আগুৱাই যাবও লাগিব। সেয়ে ইতিহাসৰ বিশাল স্ৰোতৰ ধাৰাত অসমীয়া জাতিৰ ওচৰ চাপি যোৱা যি প্ৰক্ৰিয়া আৰম্ভ হৈছে, তাক বাধা দি বা তাৰ পৰা ফালৰি কাটি যোৱাৰ প্ৰয়োজন নাই। আমি এতিয়া অসমীয়া এৰি টাই ভাষা গ্ৰহণ কৰিবলৈ যোৱা, বা বৈজ্ঞানিক ধ্যান-ধাৰণা নেওচি কেৱল প্ৰাচীন তন্ত্ৰ-মন্ত্ৰৰে সাধনা কৰিব খোজাটো প্ৰতিক্ৰিয়াশীল পদক্ষেপহে হ'ব।

অৱশ্যে আমি আমাৰ গোষ্ঠীগত আত্মগৌৰৱ এৰি পেলোৱাৰ সকাম নাই। আধুনিক ধ্যান-ধাৰণাৰ লগত নিতান্ত সংগতিহীন আচাৰ নীতিৰ বাহিৰে আন গোষ্ঠীগত নীতি নিয়ম হেলাৰঙে মানি চলিব পাৰোঁ। অসমৰ বুৰঞ্জীত আৰু অসমৰ সাহিত্য সংস্কৃতিত আমাৰ অৱদান লৈ আমি গৌৰৱ কৰিব পাৰো। মন কৰিবলগীয়া কথা এয়ে যে এই ক্ষেত্ৰত অন্যগোষ্ঠীৰ লোকেওবিশেষ আপত্তিৰ কাৰণ বিচাৰি নাপাব। অথচ বহল অসমীয়া সমাজত এই বিষয়ে উল্লেখ বা আলোচনা যথেষ্ট পৰিমাণে নহয়।

সেয়ে মেদাম মৈফিত অতীতৰ শিপাৰ লগত আমাৰ সম্পৰ্ক বিচাৰি যোৱাৰ লগে লগে প্ৰদৰ্শনী, আলোচনা চক্ৰ আদিৰ জৰিয়তে অসমৰ শিক্ষা, অৰ্থনীতি, সাহিত্য, সংস্কৃতি আদিত আহোম সকলৰ অৱদান সুঁৱৰিব লাগে, প্ৰচাৰ কৰিব লাগে। তেতিয়া আমাৰ উঠি অহা চামে বুজিব যে চুকাফাৰ পৰা লাচিতৰ দিনলৈ, লাচিতৰ পৰা কৃষ্ণকান্ত সন্দিকৈৰ দিনলৈ আহোম সকল গতিশীল, সৃষ্টিশীল আৰু সতেজ হৈ আছে। প্ৰতিকূল পৰিস্থিতি সাহসেৰে যুঁজ দিব পাৰিছে, নিজেকে প্ৰতিষ্ঠা কৰিব

পাৰিছে। এনে প্ৰেৰণা তেওঁলোকৰ বাবেও মূল্যবান হ'ব। আজিৰ সৰ্বব্যাপি টুলুঙা, সম্ভীয়া চিন্তাৰ পৰা মুকলি হৈ তেওঁলোকে আহোমৰ আৰু সমগ্ৰ মানৱ জাতিৰ উন্নতিত বৰঙণি দিব পাৰিব।

## প্ৰচাৰৰ পৰা সাবধান!

সাপ্তাহিক জনজীৱন'ৰ ২৪ জানুৱাৰী সংখ্যাত কবি স্বৰ্গীয় মোহনকৃষ্ণ মিশ্ৰৰ শোক-সভাৰ এটা বিৱৰণ প্ৰকাশ পাইছে। তাত মোৰ বক্তৃতাৰ সাৰাংশ পঢ়ি নিজেই চমৎকৃত হ'লো। বিৱৰণত কোৱা হৈছে যে মই কৈছিলোঁ এই বুলি: "সত্তৰৰ দশকত আমি আমাৰ ত্যাগ, শ্ৰমৰ, স্বপ্নৰ বিনিময়ত এখন সুন্দৰ সমাজ আশা কৰিছিলো। মিশ্ৰও তাৰ ব্যতিক্ৰম নাছিল"।

পাঠকে পঢ়িলে ভাবিব যে নিজৰ ঢোল কোবাবলৈকে আমি এই কথা কৈছিলোঁ। আচলতে আমি কৈছিলো কি? সত্তৰৰ দশকত "আমি সকলোৱে" প্ৰগতিশীল সাহিত্যৰ চৰ্চ্চাত নামিছিলো সমাজৰ ৰূপান্তৰ হ'ব বুলি আশা কৰি। কিন্তু একদশকৰ ভিতৰতে তাৰ ঠাইত সমাজত এক ফেছিবাদী পৰিবেশ গঢ়ি উঠিল। সি প্ৰগতিশীল সাহিত্যকে নিষিদ্ধ কৰিব খুজিলে আৰু প্ৰগতিশীল লেখক সকলক আক্ৰমণৰ লক্ষ্য কৰিলে।

স্বৰ্গীয় মোহন কৃষ্ণ মিশ্ৰৰ জীৱন এই বহল পটভূমিত বিচাৰ কৰিছিলো। কিন্তু ৰিপৰ্ট ওলাল এই ধৰণে যেন আমি "আমাৰ" ত্যাগ শ্ৰমৰ জয়গান কৰিছিলো আৰু স্বৰ্গীয় মোহনকৃষ্ণ মিশ্ৰই তাত অংশ গ্ৰহণ কৰা বাবে পিঠি চপৰিয়াইছিলো। এনে চমৎকাৰ প্ৰচাৰে যি কোনো লোককে 'প্ৰচাৰ বিমুখ' কৰি তুলিব।

# অসম আৰু এক পঞ্জাব হ'ব নেকি, আল্‌ফা বনাম জনসাধাৰণৰ ইচ্ছা

## অসম আৰু এক পঞ্জাব হ'ব নেকি ?

অলপতে কেইদিনমানৰ ভিতৰতে আলফাই কেইবা জনে লোকক হত্যা কৰা বুলি ধাৰণা কৰাৰ থল ওলাইছে। নিহত লোক কেইজন হয় নিম্নবৰ্গৰ পুলিচ বিষয়া, নহয় ইন্দিৰা-কংগ্ৰেছৰ লগত কিবাপ্ৰকাৰে জড়িত লোক। সেনাবাহিনীৰ অভিযানৰ প্ৰত্যুত্তৰ স্বৰূপে হত্যাকাণ্ডবোৰ সংঘটিত কৰা হৈছে। হত্যাকাণ্ড বোৰৰ অন্তৰালত কিছু উদ্দেশ্য আছে। প্ৰথমতে তাৰ দ্বাৰা অসমৰ ৰাইজক জাননী দিয়া হৈছে যে সেনাবাহিনীৰ অভিযানে আল্‌ফাৰ সংগঠন শেষ কৰি দিব পৰা নাই, তেওঁলোকৰ কৰ্মক্ষমতাও অটুট আছে। ই এক ধৰণৰ মনস্তাত্বিক উদ্যোগ। দ্বিতীয়তে, তেওঁলোকে ইংগিত দিবলৈ বিচাৰিছে যে ৰাইজৰ হেঁচাত সেনাবাহিনী আঁতৰি গ'লে আৰু নিৰ্বাচন অনুষ্ঠিত হলে ইন্দিৰা কংগ্ৰেছক মূৰ দাঙি উঠিবলৈ দিয়া নহ'ব, আৰু আৰক্ষী বিভাগকো আইন-শৃংখলাৰ দায়িত্ব এৰি দিয়া নহ'ব।

কেইজনমান নিৰস্ত্ৰ আৰু বিপদৰ আশংকা নকৰা মানুহক অতৰ্কিতে হত্যা কৰা বৰ টান কাম নহয়। কিন্তু ঘটনাসমূহে প্ৰমাণ কৰে যে সেনাবাহিনীৰ তালাচীয়ে আল্‌ফাৰ সংগঠন ছিন্ন-ভিন্ন কৰি পেলোৱা নাই, তেওঁলোকে ৰাইজৰ লগতে এতিয়াও মিলি আছে। আৰু তেওঁলোকৰ কাৰ্য্যপন্থাও—অৰ্থাৎ অসামৰিক লোকক অতৰ্কিতে হত্যা কৰা—সলনি হোৱা নাই।

আল্‌ফাই বাৰেপতি কৈ আছে যে তেওঁলোকে জনসাধাৰণৰ ইচ্ছানুযায়ী তেওঁলোকৰ কাৰ্য্যসূচী তৈয়াৰ কৰিব। কিন্তু অসংগঠিত জনসাধাৰণৰ প্ৰকৃত মতামত কি জনা বৰ সহজ কথা নহয়। এচাম বাতৰি কাকতে যেনে ধৰণে প্ৰচাৰ চলাই আছে, তাৰ পৰা কাৰো কাৰো ধাৰণা হ'ব পাৰে যে আল্‌ফাৰ লক্ষ্য আৰু কাৰ্য্যসূচীৰ প্ৰতি অসমৰ ৰাইজৰ সম্পূৰ্ণ আৰু আন্তৰিক সমৰ্থন আছে। কোৱা বাহুল্য যে এই ধাৰণা সঠিক নহয়। জনসাধাৰণ বিভ্ৰান্ত আৰু কিছুদূৰ সন্দেহগ্ৰস্ত। তেওঁলোকে ভাৰত তথা অসম চৰকাৰৰ পৰা অসমৰ তেনে কোনো উপকাৰ হোৱা নাই বুলি বুজিছে, কিন্তু আল্‌ফাৰ নেতৃত্বতো অসমৰ ৰাইজৰ প্ৰকৃত মংগল হ'ব পাৰে বুলি পতিয়ন যোৱা নাই। সেয়ে এই সময়ত অসমৰ প্ৰতিজন মানুহে পৰিস্থিতিৰ বিষয়ে সঠিক আৰু স্পষ্ট ধাৰণা এটা ল'বলৈ চেষ্টা কৰিব লাগিব।

সেনা বাহিনীৰ অত্যাচাৰৰ বিৰুদ্ধে, প্ৰশাসনৰ ঠাইত সৈনিকৰাজ চলোৱাৰ বিৰুদ্ধে, ক্ৰমে জনমত সৃষ্টি কৰি, যথাশীঘ্ৰে অসমক সেনা বাহিনীৰ কবলৰ পৰা মুক্ত কৰিবলৈ সকলো স্বাধীন-চিতীয়া নাগৰিক একমত হ'ব। দুই চাৰিজনক বাদ দিলে অসমত তাৰ ব্যতিক্ৰম নোলাব। কিন্তু তেনে কাৰ্য্যসূচীৰ ঠাইত অ'ত-ত'ত হত্যাকাণ্ড চলালে সেনাবাহিনীক অসমৰ পৰা পঠিয়াব পৰা যাবনে? কেতিয়াও নাযায়। বৰং তেনে হত্যাকাণ্ডই জনসাধাৰণৰে এচামৰ মাজত বিশ্বাস জন্মাব যে সেনা বাহিনী আঁতৰি গ'লে অৰাজকতা বেছি হ'ব। সেনা বাহিনী তথা চৰকাৰৰ মাজতো এনে ভাব সৃষ্টি কৰিব যে অসমত এনে তৰহৰ অঘোষিত সামৰিক শাসন আৰু কিছুদিন চলাব লাগে। তেতিয়া জনসাধাৰণ আৰু চেপা খাই থাকিব লাগিব, গণতান্ত্ৰিক প্ৰক্ৰিয়াৰ দ্বাৰা ৰাইজৰ আত্মশাসন ঘূৰি অহাত আৰু পলম হ'ব আৰু বিষাক্ত হিংস্ৰ পৰিবেশ আৰু ঘনীভূত হৈ পৰিব। আততায়ী দল আৰু সেনাবাহিনী উভয়ৰে কাম-কাজ অধিক উগ্ৰ, অধিক হিংস্ৰ হৈ পৰিব। অসম আন এখন পঞ্জাবত পৰিণত হ'ব।

এনে পৰিস্থিতি হলে স্বাভাৱিকতে আমাৰ শিক্ষা-দীক্ষা আমাৰ অৰ্থনৈতিক উন্নয়ন, আমাৰ ভাষা-সংস্কৃতিৰ গঠনমূলক কামত সম্পূৰ্ণ ভাটা পৰিব। আমাৰ যৎসামান্য উন্নয়ন বন্ধ হৈ গ'লে আমি পুনৰ বৰ্বৰতাৰ পিনে পিছ হুহকিহে যাম। তদুপৰি অসমত আমাৰ লগত ইমানদিনে মিলিজুলি থকা জনগোষ্ঠীসমূহে বিৰক্ত হৈ আমাৰ লগ এৰি বেলেগে খোজ দিয়াৰ কথা ভাবিব পাৰে। তেনে পৰিণাম আমি যদি নিবিচাৰোঁ, তেন্তে সেনাবাহিনীৰ অতিচাৰ আহ্বান কৰি অনা সন্ত্ৰাসবাদকো আমি গৰিহণা দিব লাগিব, তাৰ প্ৰতি আমাৰ অনাস্থা স্পষ্ট ভাষাত প্ৰকাশ কৰিব লাগিব।

## আল্‌ফা বনাম জনসাধাৰণৰ ইচ্ছা

আল্‌ফাৰ উগ্ৰ কৰ্মকৰ্তা আৰু ততোধিক উগ্ৰ তেওঁলোকৰ লেমটো সকলে নামহীন "বুদ্ধিজীৱী" নামৰ এবিধ জীৱৰ বিৰুদ্ধে নানা সতৰ্কবাণী শুনাই আছে। কৈছে যে "এদিন জনতাৰ আদালত"ত তেওঁলোকৰ বিচাৰ হ'ব। সন্দেহ নাই যে এই ৰক্ত-পিপাসু "জনতাৰ আদালতে"ই অসমত এশৰো ওপৰ মানুহৰ অকাল মৃত্যু ঘটাইছে আৰু লক্ষীপথাৰৰ গণশ্মশানত ঝৈইবাজনৰো মৃতদেহত তাৰ সুবিচাৰৰ অদ্ভুত সাক্ষ্য প্ৰমাণ থৈ গৈছে। তেনে আদালতৰ প্ৰতি আমাৰ ভৰসা যে নাই, নক'লেও চলে।

অসমৰ জনসাধাৰণে এই জনতাৰ আদালত পাতি দিয়া নাই। অসৎ অভিপ্ৰায় লৈ বা ন্যায়-অন্যায় ৰ ধাৰণা ভৰিবে গছকি এচামলোকে নিজেই এই "জনতাৰ আদালত"

পাতি লৈছে। ইয়াৰ বিচাৰত আল্ফাৰ বিৰুদ্ধে যুক্তি দিয়া বা প্ৰচাৰ কৰা মানুহ মাত্ৰেই অসমৰ জনসাধাৰণৰ শত্ৰু। এই কথা মানৱ-অধিকাৰৰ অধিকাৰী মহাশয় সকলে মানেনে? সেনা বাহিনীৰ অতিচাৰত যি সকলে তীব্ৰ প্ৰতিবাদ কৰিছে, তেওঁলোকে এনেবোৰ ঘটনাৰ বিৰুদ্ধে প্ৰতিবাদ কৰিছেনে? এনেবোৰ ঘটনা ঘটোৱা সকলক মানৱ অধিকাৰ ৰক্ষাৰ দায়িত্ব সোঁৰবাই দিছেনে? আমি উভতি দাবী কৰোঁ। যে মানৱ অধিকাৰৰ নামত এনে একপক্ষীয় ধাৰণা প্ৰচাৰ কৰা আৰু ভণ্ডামিৰ প্ৰশ্ৰয় দিয়া সকলকহে জনগণে প্ৰথমতে বিচাৰ কৰিব লাগে।

অসমক ভালপোৱাৰ একচেতিয়া অধিকাৰ বা সেই ভালপোৱাৰ প্ৰকাশ কেনে হ'ব, তাক নিৰ্ণয় কৰাৰ একচেতিয়া অধিকাৰ আল্ফাৰ নাই। বন্দুক দেখুৱাই সমালোচনা আৰু ভিন্ন মত বন্ধ কৰি তেওঁলোকে অসমীয়া ৰাইজৰ কোনো উপকাৰ সধা নাই। কাৰণ বিতৰ্ক আৰু বিভিন্ন পন্থাৰ প্ৰতিযোগিতাৰ মাজেদিহে দেশৰ মংগলৰ প্ৰকৃত পথ ওলাই আহিব।

অসম যে অবহেলিত, অসমৰ জনসাধাৰণৰ উন্নতি যে লেহেম আৰু দুৰ্বল আমি বুজোঁ। কেন্দ্ৰীয় চৰকাৰৰ অৱহেলা আৰু স্থানীয় দলসমূহৰ দুৰ্নীতি তথা স্বজন-প্ৰীতিৰ বাবে অসমৰ উন্নতি ব্যাহত হৈছে। তাৰ বিৰুদ্ধে প্ৰবল জনমত গঠন কৰি আন্দোলন গঢ়ি তুলি, উন্নয়নৰ পৰিবেশ আৰু সম্ভাবনা সৃষ্টি কৰিব লাগে। এই উন্নয়নত অসমীয়া ভাষাৰ উপৰিও অসমবাসী আন আন জনগোষ্ঠীৰ বিপুল সংখ্যক মানুহ চামিল হ'ব লাগিব। তাৰ বাবে তেওঁলোকৰ মনৰ শংকা মাৰ নিওৱা আৰু বিশ্বাস উৎপাদন কৰা স্পষ্ট আৰু বিশদ কাৰ্য্যসূচী তেওঁলোকৰ আগত দাঙি ধৰিব লাগিব। এনে গুৰুত্বপূৰ্ণ কাম ভৱিষ্যতলৈ মুলতুবী ৰাখি এচাম উগ্ৰপন্থীয়ে কেৱল অসমক স্বাধীন কৰাৰ ওপৰত গুৰুত্ব দিছে।

স্বাভাৱিকতে অসমবাসী আন গোষ্ঠীৰ মানুহৰ মনত সন্দেহ হৈছে যে ইমানদিনে অসম-অসমীয়াৰ নামত অবাধ লুণ্ঠন চলোৱা দগাবাজ বিলাকৰে নতুন অৱতাৰ হৈছে এই উগ্ৰপন্থী বিলাক। অসম আন্দোলনৰ সময়ত জোৰ জবৰদস্তি কৰি নেতৃত্বৰ বাহিৰে আন সকলোৰে মুখ বন্ধ কৰা যি অশুভ প্ৰৱণতা দেখা গৈছিল, সিয়েই আজি বন্দুক লৈ সশস্ত্ৰ ৰূপত দেখা দিছে নেকি? এনে ধৰণৰ সন্দেহ মাৰ নিয়াবলৈ আমি কোনো প্ৰমাণ দেখা নাই।

কিন্তু ঘন ঘোৰ মেঘৰ মাজত ভুমুকিয়াই যোৱা সূৰ্য্যৰশ্মিৰ অভ্যাসৰ দৰে বৰ্তমানৰ পৰিস্থিতিৰো এটা শুভ দিশ নথকা নহয়। এচাম যুৱ উগ্ৰপন্থী কাৰ্য্যকলাপত আকৃষ্ট হোৱা বাবেই কেন্দ্ৰীয় চৰকাৰ আগৰ তুলনাত অসমৰ উন্নয়নত ধন বিনিয়োগ কৰিবলৈ অধিক আগ্ৰহান্বিত যেন দেখা গৈছে। ই অসমৰ বাবে এক দুৰ্লভ সুযোগ।

নানা ৰক্তাক্ত খেলিমেলিত এই সুযোগ হেৰাই যোৱাৰ আগতেই আলাপ-আলোচনাৰ জৰিয়তে সুযোগ গ্ৰহণ কৰিব লাগিব।

আল্ফাৰ নেতাসকল যদি প্ৰকৃত দেশপ্ৰেমিক হয়, তেনেহ'লে তেওঁলোকে এই সুযোগ গ্ৰহণ কৰক। সমগ্ৰ অসমৰ ৰাইজে এতিয়া কেন্দ্ৰীয় চৰকাৰৰ লগত তেওঁলোকৰ আলাপ-আলোচনা বিচাৰিছে। অৰাজকতা কোনেও বিচৰা নাই। যদি অসমৰ ন্যায্য দাবী তেওঁলোকে কেন্দ্ৰীয় চৰকাৰৰ আগত দাঙি ধৰি তাক পূৰণ কৰাব পাৰে, তেওঁলোকৰ অতীতৰ ভুলভ্ৰান্তি ৰাইজে পাহৰি পেলাব। নহ'লে আন হঠকাৰীৰ দৰে ইতিহাসত এদিন তেওঁলোকো পৰিচিত হ'ব জনগণৰ শত্ৰু বুলি।

## লোক পিয়লৰ প্ৰশ্ন

আমাৰ অসমীয়া ভাষী লোকসকলে বুবুজে, অসমৰ কিছুমান জনগোষ্ঠীয়ে (বিশেষকৈ তাৰ সচেতন চামে) কিমান মনস্তাপ আৰু ক্লেশৰ মাজত অসমীয়া সমাজত থাকিব লগীয়া হৈছে। সিদিনা মোৰ ঘৰলৈ দুজনমান অচিনাকি মুছলমান ছাত্ৰ আহিছিল, তেওঁলোক চৰ অঞ্চলৰ বাসিন্দা। তেওঁলোকে জনালে যে তেওঁলোকৰ অঞ্চলত কিছুমান মানুহে খুব প্ৰচাৰ চলাইছে এইবাৰ লোকপিয়লত মাতৃভাষা বাংলা বুলি লিখিবৰৰ বাবে। কৈছে যে ইমানদিনে অসমীয়াকে মাতৃভাষা বুলি লোৱাৰ ফলত একো লাভ নহ'ল—বৰং মানুহ মৰিল, ঘৰ জ্বলিল, বাংলাদেশী বুলি টানি-আঁজুৰি হাৰা শাস্তি কৰিলে। সেয়ে এইবাৰ হেনো বাংলকে মাতৃভাষা বুলি লিখিবলৈ আহ্বান দিছে।

ছাত্ৰ দুজন বিমোৰত পৰি মোৰ ওচৰলৈ আহিছিল। তেওঁলোকে অসমীয়া মাধ্যমতে পঢ়াশুনা কৰিছে। অসমীয়া ভাষাৰ প্ৰতি তেওঁলোকৰ অনুৰাগ আছে। কিন্তু উক্ত প্ৰচাৰক সকলে আঙুলিয়াই দিয়া দৰে তেওঁলোকেও অনুভৱ কৰে যে অসমীয়া সমাজত তেওঁলোকৰ অৱস্থা অনিশ্চিত, সংশয়াচ্ছন্ন। তেওঁলোকে মোক সুধিলে, তেওঁলোকে কি কৰা উচিত।

তেওঁলোকৰ এই বিশ্বাস দেখি মোৰ চকুলো ওলাবৰ উপক্ৰম হ'ল। আমাৰ কেতবোৰ কাঠচিতীয়া দেশপ্ৰেমিকে এই নিৰ্মল অন্তঃকৰণৰ যুৱকসকলক কেনে জুইৰ মাজলৈ ঠেলি দিছে। মই অলপ ভাবি ক'লোঁ যে অসমীয়া সমাজত তেওঁলোকৰ নাগৰিক আৰু মানবীয় অধিকাৰ পূৰ্ণমাত্ৰাত অৰ্জন কৰিবলৈ তেওঁলোকে নিঃসংকোচে সংগ্ৰাম চলাই যোৱা উচিত। কিন্তু বিচ্ছিন্নতাবাদী পথেৰে নগৈ অসমীয়া মানুহখিনিৰ মাজত থকা গণতান্ত্ৰিক লোকসকলৰ সমৰ্থন লৈহে তেওঁলোক আগবাঢ়ি যোৱা ভাল হ'ব। কাৰণ ইয়াৰ আগতে তেওঁলোকৰ পূৰ্বপুৰুষে স্বেচ্ছাই নিজেকে অসমীয়া বুলি কৈছিল। এতিয়া সেই সিদ্ধান্ত সলনি কৰিলে অসমীয়া উগ্ৰ জাতীয়তাবাদী বিলাকে তীব্ৰ জাতিবিদ্বেষ প্ৰচাৰ কৰিবলৈ সুযোগ পাব। ইয়াৰ অৰ্থ এনে নহয়

যে প্ৰাপ্য সকলো সা-সুবিধাৰ দাবীত তেওঁলোকে আন্দোলন নকৰিব, বঞ্চনা-প্ৰতাৰণা সহ্য কৰি থাকিব।

তেওঁলোকে বস্তুত সহ্য কৰিছে, আৰু দহবছৰ বাট চাওক। অহা দহবছৰৰ ভিতৰতো যদি অসমীয়াই তেওঁলোকক সুখ দুখৰ সমভাগী কৰি নলয়, তেনেহ'লে তেওঁলোকে অসমীয়া পৰিচয় এৰি দিব পাৰে। আৰু এই লোকপিয়লেই অসমীয়াৰ বাবে শেষ সুযোগ বুলি জাননী দিয়ক।

## টুলুঙাৰ অবিৰত জয়যাত্ৰা

সম্প্ৰতি উগ্ৰপন্থী কাৰ্য্যকলাপ সম্পৰ্কে চলি থকা বিতৰ্কত জনতাৰ উকিল কেতবোৰে আমাক জেৰা কৰিবলৈ গৈ কেতবোৰ চমকপ্ৰদ কৌশলৰ আশ্ৰয় লৈছে। তেওঁলোকে ৰাইজক জুৰি মানি লৈ কেতবোৰ আমোদজনক অভিযোগ আমাৰ বিৰুদ্ধে আনিছে। তলত তাৰ যথাযথ উত্তৰ দিয়া হ'ল :

(১) অভিযোগ : আমি সুৰক্ষিত অৱস্থাৰ পৰা আল্‌ফাৰ সমালোচনা কৰিছোঁ।

উত্তৰ : অৰক্ষিত অৱস্থাত বা আল্‌ফাৰ মুক্তাঞ্চলত আলফাৰ সমালোচনা কৰিলে জীৱনৰ সংশয় বুলি কোৱা শুনিছোঁ।

(২) অভিযোগ : আমি চৰকাৰী সা-সুবিধাৰ লোভত আল্‌ফাৰ সমালোচনা কৰিছোঁ।

উত্তৰ : আমি কি কি চৰকাৰী সা-সুবিধা পাইছোঁ, জনাবনে ? বিশ্ববিদ্যালয়ত যিটো ঘৰ পাইছোঁ, তাত ভালদৰে পঢ়াশুনাই কৰিব নোৱাৰোঁ। তাৰ প্ৰতিকাৰ বিচাৰি প্ৰায় কুৰিখন দৰ্খাস্ত কৰিছিলোঁ। ফল নহ'ল। আমি পোৱা চৰকাৰী "সা-সুবিধা" এনেধৰণৰে। অৱশ্যে বহুবছৰ ধৰি প্ৰফেছৰ হিচাপে পোৱা UGC-ৰ কমিটিৰ সদস্যপদ, UPSC-ৰ পৰীক্ষকৰ বাবে—এইবোৰ এৰাই চলিছোঁ।

(৩) অভিযোগ : দুজন আগশাৰীৰ বুদ্ধিজীৱীয়ে প্ৰমাণপত্ৰ দিছে যে আমাৰ বক্তব্যত স্ববিৰোধ আছে।

উত্তৰ : "পৰেৰ মুখে ঝাল খেয়োনা।"—অৰ্থাৎ লোকৰ মুখেৰে জলাৰ সোৱাদ ল'বলৈ নাযাবা। আনকি শ্বেক্সপীয়াৰৰ ওপৰতো তেনেদৰে ওস্তাদি খটাবলৈ গ'লে আহুকালত পৰিবা।

(৪) অভিযোগ : যোৱা দহবছৰে ধনে-মানে অলংকৃত হৈ আমি ৰাইজক উপদেশ দি ফুৰা জগৰত লাল বাহিনীয়ে আমাক তাচ্ছিল্য কৰিছেই।

উত্তৰ : ৰাইজৰ মংগলৰ হকে যিটো ভৱা আৰু কৰা প্ৰয়োজন, যথাসম্ভৱ তেনে পৰামৰ্শই আমি দহবছৰৰো বহু আগৰে পৰা ৰাইজক দি আহিছোঁ। পৰামৰ্শবোৰ এচাম নীল বাহিনীয়ে ( অৰ্থাৎ নীলা শিয়ালৰ জাকে ) সদায় তাচ্ছিল্য কৰিছে, আৰু ৰাইজৰ মাজত বিবেকবান সকলে সদায় আদৰি লৈছে।

# আল্ফাৰ প্ৰচাৰৰ উত্তৰত

সংযুক্ত মুক্তি বাহিনী অসমৰ প্ৰচাৰ বিভাগৰ আহ্বায়ক সিদ্ধাৰ্থ ফুকনে দিয়া উত্তৰটো মনোযোগেৰে পঢ়িলোঁ। সংযুক্ত মুক্তি বাহিনীয়ে যে আন উপায়ে উত্তৰ নিদি যুক্তি-তৰ্কতে সন্তুষ্ট হ'ল, সি আমাৰ পক্ষে গভীৰ স্বস্তিৰ কাৰণ। কিন্তু তেওঁৰ যুক্তিবোৰতহে বিশেষ স্বস্তি নাপালোঁ। সেয়ে এইবাৰ আকৌ কলম তুলি লৈছোঁ। তেওঁলোকৰ দৰে মোৰো সময় তাকৰ, তেওঁলোকে ছাঁবিয়াছলি, গুৰুত্ব সহকাৰে, নললে উত্তৰ নিদিলোঁ হেতেন। সৰ্বসাধাৰণে বুজা ভাষাত লিখা বাবেই তেওঁলোকে যেন ধৰি নলয় যে আমাৰ উত্তৰটোৰ অন্তৰালত যথেষ্ট চিন্তা-চৰ্চা নাই। পণ্ডিতী ভাষা বহু সময়ত চিন্তা গোপনৰ জাল মাত্ৰ।

শ্ৰীফুকনে ক্ৰম অনুসৰি যুক্তিবোৰ দিয়াত আমাৰো উত্তৰ দিবলৈ সুবিধা হৈছে :

(১) আমাৰ হাতত বন্দুক নাই বুলিয়েই যে আমাৰ মতামত হেলাৰঙে বিকৃত কৰিব পাৰিব, সেই অধিকাৰ তেওঁলোকক দিব নোখোজোঁ। ফুকনে কৈছে যে মই হেনো "সমাজথনক অধঃপাতে নিয়া মানুহবোৰক শাসন কৰাই যথেষ্ট" বুলি কৈছোঁ। পুনৰ ১৪ ডিচেম্বৰৰ প্ৰসংগক্ৰমে পঢ়ি চালে দেখিব যে সমাজখনক অধঃপাতে নিয়া মানুহ বিলাকক বাধা দিয়া আৰু শাসন কৰা দৰকাৰ বুলিহে মই কৈছিলোঁ। মোৰ প্ৰশ্নটো আছিল বেলেগ। শাসন কোনে কৰা উচিত? সংগঠিত সংগ্ৰামী ৰাইজে নে এদল সশস্ত্ৰ যুৱকে? আচলতে আল্ফাই কৰা হত্যাকাণ্ডবোৰৰ ঘটনাস্থলীত তেওঁলোকে প্ৰচাৰ পত্ৰ এৰি থৈ যায় আৰু তাৰ পৰাহে স্থানীয় ৰাইজে গম পায় কোনে কিয় কামটো কৰিছে। এই কাৰ্য্যপন্থাই স্পষ্টকৈ ৰাইজ আৰু দলৰ মাজত বিচ্ছেদ প্ৰমাণ কৰে। আমাৰ মতে এইটো শুভ লক্ষণ নহয়। তাতকৈ সংগঠিত আৰু সচেতন হোৱা ৰাইজে বিচাৰ কৰি সামাজিক বৰ্জন আদি উপায়েৰে তেনে দুষ্কৃতিকাৰীক শাসনলৈ আনিলে বেছি ভাল হ'ল হেতেন।

দ্বিতীয়তে, এইবোৰ কাৰ্য্যক যদি "সশস্ত্ৰ প্ৰচাৰ" বুলি ধৰা হয় তেন্তে কব লাগিব প্ৰচাৰটো অতি খৰচী হৈছে। প্ৰচাৰৰ উদ্দেশ্য যদি জনসাধাৰণৰ চেতনা উন্নত কৰা হয়, যদি তাৰ দ্বাৰা আমাৰ সমাজ ব্যৱস্থাৰ মৌলিক দুৰ্বলতা উন্মোচন কৰি বৈপ্লবিক পথৰ প্ৰতি জনগণক আকৃষ্ট কৰা হয় তেনেহলে হত্যাকাণ্ডৰ পৰা সেই শিক্ষা দিয়া নাযায়।

তৃতীয়তে, এনেবোৰ ভ্ৰষ্টাচাৰীৰ মাজত কোনোজন দুৰ্গত জনসাধাৰণৰে অধঃপাতে যোৱা সভ্য, কোনোজন ক্ষুদ্ৰ শোষক বা শোষকৰ দালাল, কোনোজন বা প্ৰকৃততে

অত্যাচাৰী বৃহৎ শোষক। এওঁলোক সকলোৰে বিৰুদ্ধে প্ৰাণদণ্ডৰ সিদ্ধান্ত হব নোৱাৰে।

চতুৰ্থতে, বুৰ্জোৱা আইনৰ অসাৰতা প্ৰমাণ হলেহে এনে ব্যৱস্থা গ্ৰহণ কৰিব পাৰি। আমি জনাত আমাৰ আইন-কানুন একেবাৰে অসাৰ নহয়। অসাৰ বুলি ধৰিলেও সেই শিক্ষা জনগণে হৃদয়ংগম কৰা নাই। সেই প্ৰচাৰ এনেদৰে কৰা সম্ভৱ নে?

"অসহায়, হতাশ জনগণক নিজৰ অন্তৰ্নিহিত সুপ্ত শক্তিৰ উপলব্ধি" এনেদৰে কৰাব পৰা যাবনে? আমাৰ সন্দেহ আছে। জনসাধাৰণে আল্‌ফাৰ শক্তি সম্পৰ্কেহে ভ্ৰান্ত ধাৰণা পোষণ কৰিব পাৰে।

(২) শ্ৰীফুকনে দাবী কৰিছে যে আল্‌ফাৰ কৰ্মী সকলৰ অৱস্থান সমাজৰ বাহিৰত নহয়, সমাজৰ ভিতৰতে। তেনেদৰে কাম নকৰা হলে ইমান দিনে ভাৰতীয় ৰাষ্ট্ৰ-যন্ত্ৰই অতি সহজেই তেওঁলোকক নিশ্চিহ্ন কৰিব পাৰিলেহেতেন।

দাবীটো আমি মানিবলৈ আহুকাল পাইছোঁ। ভাৰতীয় ৰাষ্ট্ৰযন্ত্ৰৰ লগত আল্‌ফাৰ সংঘাত এতিয়াও হোৱা নাই। ৰাইজে বুকুৰ তেজ দি আল্‌ফাক ৰক্ষা কৰিবনে নাই তেতিয়াহে দেখা যাব। তদুপৰি সমাজৰ লগত এক হৈ থকাৰ অৰ্থ তেনে নহয়। উৎপাদন আৰু সমাজ-উন্নয়ণত অংশীদাৰ হোৱা আৰু ৰাইজক সংগঠন আৰু সংগ্ৰামৰ যোগেদি সচেতন আৰু সক্ৰিয় কৰা—এই দুটা চৰ্ততহে তেওঁলোক সমাজৰ একোজন হব পাৰিব। দুয়োটাই কঠিন চৰ্ত।

শ্ৰীফুকনে আপত্তি কৰিছে যে মই ভুলকৈ বা ফাকি মাৰি তেওঁ অসমত শ্ৰেণী বিভাজন হোৱা নাই বুলি ঘোষণা কৰা বুলি অভিযোগ কৰিছোঁ। তেওঁ বোলে এই বুলিহে কৈছিল যে অসমত শ্ৰেণীবিভাজন 'শ্ৰেণী সংগ্ৰাম'ৰ পৰ্যায়ত উপনীত হব পৰাকৈ তীব্ৰ নহয়।

পাঠকে"অসমবাণী" ( ১ ডিচেম্বৰ সংখ্যা )-ৰ সাক্ষাৎকাৰত ফুকনৰ উক্তি পঢ়ি চাওক :

"প্ৰশ্ন : জনগণ বুলি কোৱাৰ লগে লগে কিন্তু তাত বিভিন্ন শ্ৰেণীৰ নেতৃত্বৰ প্ৰশ্নটো আহি যায়।

উত্তৰ : সেইটোৱেইতো। অসমত আমি বিভিন্ন শ্ৰেণী আছে বুলি নাভাবো। আছে, কিন্তু শ্ৰেণী বিভাজনটো তীব্ৰ নহয়।"

অৰ্থাৎ আক্ষৰিক ভাবে আমি তেওঁৰ বক্তব্য বিকৃত কৰা নাই। তাৎপৰ্য্যৰ পিনৰ পৰাও আমি তেওঁৰ বক্তব্যৰ গতিপথৰ ভুল ব্যাখ্যা কৰা নাই। অসমত বিভিন্ন সময়ত বিভিন্ন তীব্ৰতাৰে শ্ৰেণীভিত্তিক সংগ্ৰাম চলা নাই বুলি তেওঁ দাবী কৰিব

নোৱাৰে। কৃষক, শ্ৰমিক আদিয়ে অৰ্থ নৈতিক দাবীত আন্দোলন কৰিছে, উচ্ছেদ, গুলীচালনা প্ৰভৃতি নিপীড়নৰো সম্মুখীন হৈছে এই। তথ্যবোৰ বাদ দি সানমিহলি ভাবে জনগণৰ ( People ) ধাৰণা দাঙি ধৰাটো শিথিল চিন্তাৰ নিদৰ্শন। অৱশ্যে বন্দুক হাতত পৰিলে এনে আহুকলীয়া তথ্য পাহৰি যোৱাৰ প্ৰলোভন হোৱা স্বাভাৱিক। জনজাতীয়, পমুৱা মুছলমান আদি গোষ্ঠীৰ শোষিত লোকসকল মধ্যবিত্ত দৃষ্টিভ্ৰমত আমাৰ চকুত নপৰাটোও দুৰ্ভাবনাৰ কথা। ওদালগুৰি মহকুমাত শোষণ কোনে চলাইছে? নে তেওঁলোককো কিবা যুক্তিত "জনগণৰ" ভিতৰতে ধৰা হৈছে?

ফুকনে কৈছে যে অসমৰ অৰ্থ নৈতিক ভিত্তিৰ দুৰ্বলতাৰ বাবে তাৰ স্বাধীনতাৰ বিৰোধিতা কৰি আমি ভুল কৰিছো। কিয়নো আজিৰ পৃথিৱীত যিকোনো দেশেই কিবা নহয় কিবা সামগ্ৰী বাহিৰৰ পৰা আমদানি কৰে। ফুকন দেউ। আপুনি আমাৰ আপত্তিৰ কাৰণ বুজা নাই। আমদানি কৰাত আপত্তি নাই, কিন্তু আমদানি কৰা সামগ্ৰীৰ পৰিমাণ আৰু আমদানি কৰা সামগ্ৰীৰ সংখ্যাটোহে ভাবিবলগীয়া। বংলাদেশৰ "স্বাধীন" জনগণৰ দুখ দুৰ্দ্দশাৰ সীমা নাই, এমুঠি লোকহে বিলাস-ব্যসনত মত্ত। অসমৰো সেই দুৰ্ভাগ্য নহয়তো?

ভাৰতৰ লগত অসমৰ একাত্মতা হেনো নেপাল আৰু ভূটানৰো আছে। আমি মানি লব নোৱাৰিলোঁ। নেপাল, ভূটান ( আনকি বাংলাদেশৰো ) ভাৰতৰ লগত সম্মিলিত স্বাধীনতা সংগ্ৰাম আৰু আধুনিক সংস্কৃতিৰ পৰম্পৰা নাই। গান্ধী, সুভাষ বসু, ৰবীন্দ্ৰনাথ, ভগৎ সিং, ক্ষুদিৰাম, শৰৎচন্দ্ৰ, জগদীশ বসু, চি ভি ৰমন অসমৰ দৰে সেইবোৰ অঞ্চলত প্ৰাতঃস্মৰণীয় লোক নহয়। ( বাংলাদেশৰ ইতিহাস এক অস্বাভাৱিক প্ৰক্ৰিয়াহে। )

চাহবহুৱা, নেপালী, মৈমনছিঙীয়া আদি গোষ্ঠী অসমৰ স্বাধীনতাৰ দাবীৰ প্ৰতি সিমান সহানুভূতিশীল নহয় বোলাত ফুকন ক্ষুব্ধ হৈছে। আমাৰ দৰে "কেতবোৰ বুদ্ধিজীৱীয়ে চৌবেৰৰ নিৰাপত্তাৰ মাজত থাকি" দিয়া এনে মন্তব্যত সেইসকল লোক সদায় বিপদত পৰা বুলি ফুকনে ৰায় দিছে।

কথাটো সিমান সঁচা নহয় নেকি, ফুকন ডাঙৰীয়া! ১৯৮০, ১৯৮৩ ৰ ভ্ৰাতৃঘাতী পৰিবেশত তেওঁলোকে আমাক বন্ধু বুলিয়েই ভাবিছিল আৰু সশস্ত্ৰ উপায়ে তেওঁলোকক অসমীয়া কৰিব খোজা এচাম লোককহে যমদূত দেখাদি দেখিছিল। এই ক্ষেত্ৰত আপোনাৰ আস্ফালন অন্তঃসাৰ শূন্য বুলিয়েই ভাবো। এইবোৰ গোষ্ঠীৰ লগত একগোট হৈ যৌথ সংগ্ৰাম আৰু যৌথ সংস্কৃতি নিৰ্মাণৰ পৰম্পৰা এটা তৈয়াৰ নকৰালৈকে অসমত সশস্ত্ৰ বিপ্লৱৰ ডাক বিপজ্জনক হ'ব বুলি আমাৰ দৃঢ় বিশ্বাস।

"মৃত্যুওতো এটা শিল্প"—হীৰেন ভট্টাচাৰ্যৰ এই উক্তিৰ বিকাৰগ্ৰস্ত ব্যাখ্যা কৰি এজনে হত্যাৰ ৰাজনীতি সমৰ্থন কৰা বুলি আমি কৈছোঁ। ফুকনে তাৰ উত্তৰত লিখিছে "আপোনাৰ এই আধা দেখা, আধা শুনা, আধা বুজা, প্ৰবৃত্তিক বিকাৰ বুলি উপায় নাই।"

চাবাচ। এতিয়া শুনক, (বা আকৌ পঢ়ি চাওক), অক্টোবৰ, ১৯৮৯ সংখ্যা "স্বাধীনতা"ত (আল্ফাৰ মুখপত্ৰ) চামচুল হুছেইনে কি কৈছে। ছাত্ৰ সন্থাৰ উগ্ৰপন্থী সকলে নৃশংসভাবে এছ এফ আইৰ নিৰঞ্জন তালুকদাৰক হত্যা কৰা দৃশ্য উদ্দীপ্ত হাজাৰিকাই ওচৰৰ পৰা দেখিলে। দেখি তেওঁৰ কি প্ৰতিক্ৰিয়া হ'ল আল্ফাৰ চামচুল হুছেইনে লেখিছে "লৰাজনে প্ৰথমবাৰৰ বাবে ইমান ওচৰৰ পৰা মৃত্যুক প্ৰত্যক্ষ কৰিলে। কিন্তু আচৰিত মৃত্যুলৈতো তাৰ ভয় নালাগিল। ই দেখোন এক ভাস্কৰ্য্য ময় শিল্প, দুহাতেৰে লিকিৰি বিদাৰি উপভোগ কৰিব পৰা খেলাহে মাত্ৰ।" (২ পৃঃ) ফুকনে আৰু বাগী নিদিব। ইয়াত আচলতে হত্যাকেই শিল্প বুলি কোৱা হৈছে, "খেলা" বুলি কোৱা হৈছে।

অসমৰ প্ৰাচীন কীৰ্তি চিহ্নবোৰ সংৰক্ষণৰ বাবে তেওঁলোকে একো কৰা নাই বুলি সগৌৰৱে স্বীকাৰ কৰিছে। তাৰ সলনি আগন্তুক বান পানীৰ পৰা ৰাইজক ৰক্ষা কৰিবলৈ মঠাউৰি মেৰামতীত লগা বুলি কৈছে। দ্বিতীয় অভিপ্ৰায়টো নিঃসন্দেহে অতি প্ৰশংসাৰ্হ। অৱশ্যে ভজনে ভজনে বৈপ্লৱিক হত্যাকাণ্ডৰ কথা কাকতত প্ৰচাৰ হৈছে। মঠাউৰি মেৰামতীৰ কথা ওলোৱা নাই কিয়? নে আমি ধৰি লব লাগিব যে এই কথাটোত হত্যাকাণ্ডৰ দৰে ৰাইজৰ "স্বতঃস্ফূৰ্ত্ত সমৰ্থন" নাই? প্ৰাচীন কীৰ্তি চিহ্ন সম্পৰ্কে গোমোঠা মনোভাব শুভ লক্ষণ নহয়। যাৰ অতীত নাই, তাৰ ভৱিষ্যত অসাৰ্থক।

"ৰাইজে কোনো সৰ্বভাৰতীয় দলক সমৰ্থন কৰিব নোৱাৰে" বুলি ফুকনে কোৱা নাই। আমিও সেইদৰে লিখা নাই। "চোৰেৰৰ নিৰাপত্তাৰ মাজত" নথকা আমাৰ বিশ্বাস ভাজন সৎ গঞা যুৱক এজনে আল্ফাৰ এখন ৰাজহুৱা সভাত কথাটো শুনি আহি আমাক জনাইছে।

ফুকন দেউ। হত্যাকাণ্ডৰ বাবে আমাৰ পৰা কোনো গঠনমূলক সমালোচনা আশা নকৰিব। কিন্তু নিপীড়িত জনগণৰ মুক্তিৰ বাবে যিকোনো আন্তৰিক প্ৰয়াসক আমি শ্ৰদ্ধাৰে বিবেচনা কৰিম।

# বিশ্ববিদ্যালয়ৰ পৰিবেশ

অসমত এতিয়া ক'ৰবাত খুন-জখম কিবা এটা হ'লেই কেউপিনৰ পৰা কলৰৱ উঠে: "ধৰ, দুৰ্বৃত্তক ধৰ।" আনকি পুলিচ বিভাগো পিছ পৰি নাথাকি চিঞৰ ধৰে—"ধৰ, দুৰ্বৃত্তক ধৰ।" পিছে প্ৰশ্ন হ'ল এই দুৰ্বৃত্তবোৰ কোন? সিঁহতক ধৰা যায় কেনেকৈ?

ঠিক তেনেকৈ বিশ্ববিদ্যালয়ৰ পৰিবেশলৈও কলৰৱ হয়: "গ'ল, বিশ্ববিদ্যালয়ৰ পৰিবেশ গ'ল।" আনকি পৰীক্ষা পিছুৱা আন্দোলনৰ নায়ক-নায়িকা সকল, লাইব্ৰেৰী চিনি নোপাৱাকৈ নিৰ্বিঘ্নে দুবছৰ কটোৱা সকল, আৰু অধ্যাপক দেখিলেই অবাইচ মাত মতাৰ স্পৃহা হোৱা দেশৰ ধৰণী সকলেও বিশ্ববিদ্যালয়ৰ পৰিবেশ নষ্ট হোৱা বাবে নিয়মিত ক্ষোভ প্ৰকাশ কৰে।

তেখেতে সকলে "বিশ্ববিদ্যালয়ৰ পৰিবেশ" বুলিলে কি বুজে ধৰা টান। হয়তো ফাঁচি বজাবৰ চিনেমা হ'লৰ সমুখৰ পৰিবেশ এটা বিশ্ববিদ্যালয়ত নথকা বাবেই তেওঁলোক ক্ষুব্ধ হৈছে হয়তো পৰীক্ষাৰ দৰে অলাগতিয়াল বস্তু এটাৰে পৰিবেশ কলুষিত কৰাত তেখেতে সকল বিৰক্ত, হয়তো লাইব্ৰেৰীৰ দৰে কবিৰাজী পদাৰ্থ এটা আধুনিক স্মাৰ্ট ছাত্ৰ-ছাত্ৰীৰ মাজত বহুৱাই দিয়া বাবেও তেওঁলোক অসুখী।

অলপতে এগৰাকী প্ৰখ্যাত সাহিত্যিকে লিখিছে যে পঢ়ি-পঢ়ি চকু দুটা নষ্ট কৰাতকৈ তেওঁ প্ৰকৃতি আৰু নাৰীৰ সৌন্দৰ্য্য উপভোগ কৰিবলৈকে দৃষ্টিশক্তি সাঁচি থব। তেখেততকৈ বহুত আগতে আমাৰ বিশ্ববিদ্যালয়ৰ এচাম যুৱকে কথাষাৰৰ তাৎপৰ্য্য উপলব্ধি কৰিছে। সেই সকলে দুই বা ততোধিক বছৰ নয়ন সাৰ্থক কৰি দৃষ্টিশক্তিক বেছ শিক্ষিত কৰি তোলে। তেখেত সকলে আপত্তি কৰে যে দৃষ্টিশক্তিৰ প্ৰকৃত শিক্ষাত সহায় কৰিব পৰা ছাত্ৰীৰ এতিয়া অভাৱ। বেছিভাগ ছাত্ৰীয়েই হেনো "কবিৰাজ" মাৰ্কা।

সঁচাকৈ বৰ দুখৰ কথা। কিন্তু "বিশ্ববিদ্যালয়ৰ পৰিবেশ" বুলিলে এনে ধৰণৰ বাতাবৰণ বুজায়নে?

ডেকা-গাভৰু য'ত থাকে, তাত হাঁহি-ধেমালি, খিকিন্দালি, ৰং-ৰহইচ নাথাকি ক'ত থাকিব? যৌৱনৰ তপত তেজৰ ভমকত আনকি অলপ-অচৰপ মাৰপিটো হ'ব পাৰে। অশালীন প্ৰকাশ ন'হলে ছাত্ৰ-ছাত্ৰীৰ মাজত ৰোমাণ্টিক ধৰণৰ আকৰ্ষণতো আপত্তি কৰাৰ থল নাই। কিন্তু এইটো আমি কিয় পাহৰি যাওঁ যে বিশ্ববিদ্যালয় এখনৰ মূল উদ্দেশ্য সেইবোৰ বস্তু নহয়?

স্নাতকোত্তৰ মহলাটো বিশ্ববিদ্যালয়ৰ নিয়মিত পাঠদানৰ যোগেদি হোৱা শিক্ষাৰ সৰ্বোচ্চ পৰ্য্যায়। কোনো এটা বিষয়ৰ গেহতীয়া আৰু উচ্চতম পৰ্য্যায়ৰ জ্ঞান এই মহলাত লাভ কৰাৰ কথা। অথচ নিৰ্মম সত্য এয়ে যে স্নাতকোত্তৰ মহলাৰ ৰাজনীতি বিভাগত এনে বহু ছাত্র ওলাব যি 'ৰাষ্ট্র' শব্দটোৰ আচল অৰ্থ কি, বুজি পোৱা নাই, বুৰঞ্জীৰ এনে বহু ছাত্র ওলাব যি Marc Bloch, D D Kosombi, Hobs-bawm-ৰ নাম শুনা নাই। বিজ্ঞান সম্পৰ্কে মোৰ জ্ঞান পুতৌ লগা। কিন্তু বিজ্ঞানৰ অধ্যাপকেও আপত্তি কৰা শুনিছো যে তেওঁলোকৰ বিভাগত বিষয়টোৰ প্ৰাথমিক জ্ঞান নথকা ছাত্ৰও আছে। অথচ এনে ছাত্ৰৰ বহুতে ৫০%-ৰ ওপৰ নম্বৰ লৈ স্নাতক হৈ আহিছে।

তেন্তে বিষয়টো সম্পৰ্কে সৰ্বোচ্চ জ্ঞান অৰ্জন কৰা হ'ব কেনেকৈ? তাৰ বাবে অধ্যাপক সকল কিছু পৰিমাণে দায়ী হ'ব পাৰে। কিন্তু স্নাতকোত্তৰ মহলাত শিক্ষকে হাতত ধৰি খুৱাই নিদিয়ে, ছাত্ৰয়ো শিক্ষকৰ ওপৰত বেছি নিৰ্ভৰ নকৰি নিজে অলপ অচৰপ জ্ঞান আহৰণ কৰাৰ চেষ্টা কৰিব লাগে। এই পৰ্য্যায়টো ফোঁপোলা আৰু আধা-সিজা পুথিগত জ্ঞান কিছুমান মগজুত সুমুৱাই লৈ পাৰ কৰিলে বিশ্ববিদ্যালযত ভৰ্তি হোৱাৰ অৰ্থ ই নাথাকিব। অথচ বহু ছাত্ৰৰ ক্ষেত্ৰত এইটো হৈ আছে। যেনে-তেনে এটা ডিগ্ৰী যোগাৰ কৰাই তেওঁলোকৰ উদ্দেশ্য। তেওঁলোকৰ অৱস্থা ৰত্ন-ভাণ্ডাৰত সোমোৱা এন্দুৰৰ দৰে। হীৰা-মুকুতা তেওঁলোকৰ কোনো কামতে নাহে।

অৰ্থাৎ ভিতৰি এই সকল ছাত্ৰই ইয়াৰ দুটা বছৰ ৰামলীলা বা ৰাসলীলা বুলি ভাবিবলৈ লয়। বুজন বয়স পোৱা ছাত্ৰ-ছাত্ৰীয়ে দায়িত্বপূৰ্ণ জীৱনৰ আগলিকালত এনে ধৰণে দুটা বছৰ ফাংফুংকৈ কটাবলৈ ল'লে তেওঁলোকৰ মনত শূন্যতা থাকি যাবই। সেয়ে বিশ্ববিদ্যালয়ত ফটুৱা মনোবৃত্তিৰ অভিব্যক্তি বাঢ়ি আহিছে। যি সকল ছাত্ৰ-ছাত্ৰীয়ে স্নাতকোত্তৰ মহলাৰ শিক্ষা লাভ কৰি আছে, তেওঁলোকৰ এটা বুজন চামে তেনে শিক্ষাৰ গুৰুত্ব উপলব্ধি নকৰিলে শ্ৰেণীৰ পৰা খেলৰ পথাৰলৈকে উচ্ছৃংখলতা বিয়পি পৰিব।

এই শূন্যতাৰ ঠাই কোনো গুৰুত্বপূৰ্ণ বিকল্প কাৰ্য্যকলাপে অধিকাৰ কৰা নাই। এই ধৰণৰ ছাত্ৰ-ছাত্ৰী 'কবিৰাজী'ৰ প্ৰতি যেনেদৰে বিৰক্ত, তেনেদৰে সাহিত্য-সংগীত আৰু খেল-ধেমালীৰ প্ৰতিও নিস্পৃহ। সেয়ে অবিশ্ৰান্ত আড্ডা দিয়া আৰু সকসুৰা চুপতিতে তেওঁলোকৰ সময় পাৰ হৈ যায়। আজি বহুদিন বিশ্ববিদ্যালয়ত শিল্পকলাৰ প্ৰদৰ্শনী হোৱা নাই। বিশ্ববিদ্যালয় সপ্তাহতে অলপ নাটক-নাচ আদি দেখা যায়, পিছত ক'বৰাত বুৰ মাৰে। অৰ্থাৎ সৃষ্টিশীল প্ৰেৰণা আৰু উদ্যমৰ প্ৰকাশ এই পৰিবেশত সেৰেঙা।

অৰ্থাৎ এই পৰিবেশত সাধাৰণ ছাত্ৰ-ছাত্ৰীয়ে নিশিকিলে ভালকৈ বুজিবলৈ, আৰু চিন্তা কৰিবলৈ, নিশিকিলে কলা সংস্কৃতিৰ প্ৰতি আগ্ৰহ আৰু ৰুচিৰ বিকাশ ঘটাবলৈ। তেওঁলোকৰ যি সকলৰ দূৰ গাঁৱৰ পৰা আহিছে, সেই সকলে হয়তো আটকধুধুনীয়া কাপোৰ কিনি পিন্ধিবলৈ শিকিলে, চিনেমা হলৰ আগত কিউ কৰাত পটু হ'ল, 'জেকৃদ্রিয়া','ফুটিল', আদি কেতবোৰ অত্যাধুনিক প্ৰকাশভংগীৰ ঠাঁচ আয়ত্ত কৰিলে। ইমানেই। তেওঁলোকৰ পৰবৰ্তী জীৱনৰ কৰ্মক্ষেত্ৰত সহকৰ্মী সকলে তেওঁ-লোকৰ জ্ঞান, বুদ্ধি, ৰুচি, সাংস্কৃতিক মূল্যবোধৰ পৰা বুজিব নোৱাৰিব যে এওঁলোকে দুবছৰ এটা বিশ্ববিদ্যালয়ত কটাই আহিছে।

ইয়াৰ বাবে আমি শিক্ষক সকলো দায়ী নিশ্চয়। তেওঁলোকৰ বৌদ্ধিক আৰু সাংস্কৃতিক উৎকৰ্ষৰ বাবে যেনে ধৰণে একোটা অনুষ্ঠান গঢ়ি তুলিব লাগে আমি তেনেকৈ গঢ়ি তোলা নাই। আমাৰ নিজৰ জীৱনেই গতানুগতিক, প্ৰেৰণাহীন আৰু উদ্দেশ্যহীন। নাটক, খেল ধেমালি, শিল্প প্ৰদৰ্শনী আদি নিয়মিত ভাবে পাতি উৎসাহ সঞ্চাৰ কৰিবলৈ আমিও একো কৰা নাই। ফলত ঔদাসিন্যৰ চেঁচা বতাহত বহুতৰ প্ৰতিভা দুবছৰ শেঁতা পৰি থাকে।

ৰাজনীতিও বহু পৰিমাণে এই অৱস্থাৰ বাবে দায়ী। আজিকালি ছাত্ৰ-ৰাজনীতি ৰাজ্যিক ৰাজনীতিৰ এক প্ৰধান অংগ। ছাত্ৰ সকলৰ এচামৰ জৰিয়তে ডাঙৰ আৰু গূঢ় ৰাজনৈতিক উদ্দেশ্য সিদ্ধি হয়। ক্ষমতা আৰু সমৃদ্ধি লাভৰ এই চোৰাং বাট আবিষ্কৃত হোৱাত বহু ছাত্ৰই আৰু আনপিনে মন নিদিয়ে। বৰং আন ধৰণৰ কামত লাগিব খোজা ছাত্ৰ-ছাত্ৰীয়ে এওঁলোকৰ সন্দেহ আৰু বিৰক্তি উৎপাদন কৰে। কেতিয়া এইবিধ ৰাজনীতিৰ অৱসান ঘটিব, নিয়তিয়েহে জানে।

তেন্তে পৰিবেশ গঢ়িব কোনে? এই পৰিস্থিতিত ক্ষুব্ধ ছাত্ৰ আৰু শিক্ষকেই তাৰ প্ৰচেষ্টা আৰম্ভ কৰিব লাগিব।

# আইন-শৃংখলাৰ সমাধি

বিহুৰাম বডোৰ হত্যা অসমৰ আইন শৃঙ্খলাৰ অৱনতিৰ জাজ্বল্যমান উদাহৰণ বুলি বিৰোধী দলে মন্তব্য কৰাত শাসক দলৰ সদস্যসকল ইমান ক্ৰুদ্ধ হৈছিল যে আইন-শৃংখলাৰ দুৰ্য্যোগ প্ৰায় লগে লগে ঘটিছিল। আজিৰ বাতৰি কাকতত প্ৰকাশ যে কটন কলেজৰ ৰসায়ন বিভাগৰ ভবনৰ সমুখত বহি থাকোঁতে ছাত্ৰ বিশ্বজিৎ বৰুৱাক এখন মাৰুতি গাড়ীৰে অহা কিছুমান দুৰ্বৃত্তই চোকা অস্ত্ৰেৰে আঘাত কৰি গুৰুতৰ ভাবে আহত কৰে। বহু ছাত্ৰ ছাত্ৰী আদিৰ চকুৰ সমুখতে ঘটনাটো ঘটে। অৱশেষত সন্ত্ৰাসে কিশোৰকো ৰেহাই নিদিয়া হৈছে।

এতিয়া অসমত এটাই কাল্চাৰ নিষ্ঠুৰতাৰ কালচাৰ বৰ্বৰতাৰ কালচাৰ। ডিব্ৰুগড বিশ্ববিদ্যালয়ৰ এগৰাকী শিক্ষক অসম আন্দোলনৰ সমৰ্থক আছিল, আজিও আন্দোলনৰ প্ৰতি তেওঁৰ মনোভাব নেতিবাচক নহয়। এখন চিঠিত তেওঁ মোলৈ এটা ঘটনা বিৱৰি লিখিছে।

"এটা ঘটনা ঘটে ১৩।১০ তাৰিখে শনিবাৰে।—Pharmacology dept-ৰ Head জন কেৰালাৰ মানুহ-জনাৰ্দন। শুনামতে সেইদিনা দুপৰীয়া ১১ বজাত চাৰিজন মান যুৱকে মাৰুতী গাড়ীত উঠি তেওঁৰ ঘৰ পায়হি। ঘৰত নেপাই Dept লৈ যায়।——জনাৰ্দনৰ পৰা কিছুমান Chemicals বিচাৰে। তেওঁ ক'ত আছে কব নোৱাৰো, বেলেগৰ হাতত চাবি থাকে বুলি কয়।—তাৰ পিছত তেওঁক ঘৰলৈ লৈ যাওঁ বুলি গাড়ীত তুলি ঘৰলৈ নানি—চাইবাগিচা এটুকুৰালৈ নি গছত বান্ধি মাৰধৰ কৰে আৰু কাণৰ এটা অংশ কাটে। তাৰ পাছত তেজ লগা অৱস্থাত চোলা পেণ্ট নষ্ট হৈ যোৱা অবস্থাৰে এখন ৰিক্সাত উঠি তেওঁ ঘৰ পায়হি।—

আচৰিত কথাবোৰ হ'ল-দিনদুপৰতে Dept তে তেওঁৰ ওপৰত অত্যাচাৰ হ'ল, অফিচ বা সহকৰ্মীৰ কোনেও একো কৰিব নোৱাৰিলেনে? —আটাইতকৈ আচৰিত কথা, আমি Campus তে আছোঁ, অথচ কথাটো আমি গম নাপাওঁ। ৭ দিনৰ মূৰত গম পাইছোঁ চাকৰ-চাকৰণিৰ মুখেদি শুনি।—"

এয়ে অসমৰ বৰ্তমান আইন-শৃংখলাৰ অৱস্থা। তাকে লৈ পদত্যাগৰ নাটক আৰু এতিয়া কৰা নহয়। আৰু আমি অসমীয়া মানুহ ভেড়াৰ দৰে হৈ এনে কিছুমান কুকুৰনেছিয়া বাঘক আমাৰ ওপৰত ৰজা পাতিছোঁ।

## সন্ত্ৰাসবাদ সম্পৰ্কে, দিল্লীত শইকীয়া

এজন বুদ্ধিজীৱীয়ে দিপিলাচ'ক সম্পৰ্কে আমাৰ মন্তব্যত ভুল উলিয়াই কৈছে যে আমি পৰামৰ্শ দিয়াৰ দৰে কৰ্তৃপক্ষই বি এছ এফ বা চি আৰ পিৰ জোৱানবিলাকক ৰাইজৰ ওপৰত অধেমধে অত্যাচাৰ কৰিবলৈ নিষেধ কৰাৰ অৰ্থ নাই। কাৰণ সম্প্ৰতি ৰাজ্যখনত চলিথকা ক'লা আইনবোৰ বাহাল থকা পৰ্য্যন্ত কেৱল সন্দেহৰ ভিত্তিতে ৰাইজৰ ওপৰত গুলি চলোৱাৰ অধিকাৰ বি এছ এফ আদিৰ থাকিবই।

ক'লা আইনবোৰৰ বিৰুদ্ধে প্ৰথমৰেপৰা ব্যক্তিগতভাৱে আৰু গণতান্ত্ৰিক নাগৰিক সংস্থাৰ জৰিয়তে আমি তীব্ৰ প্ৰতিবাদ জনাই আহিছোঁ। এতিয়াও সেই প্ৰতিবাদ আমি উঠাই লোৱা নাই। সাধাৰণ নাগৰিকৰ জীৱন বিপন্ন কৰা এনে মাৰাত্মক আইনবোৰ কোনো শুভবুদ্ধিসম্পন্ন লোকে সমৰ্থন কৰিব নোৱাৰে।

কিন্তু সেই আইনবোৰ কেন্দ্ৰীয় চৰকাৰে (অসম চৰকাৰৰ সেই ক্ষমতা নাই) উঠাই নলয় মানে অসমত আৰু দহটা দিপিলাচ'ক হ'বলৈ এৰি দিব নোৱাৰি। সেই ক্ষেত্ৰত ৰাজ্য চৰকাৰে ভিতৰুৱাকৈ বি এছ এফ আদিক নিশ্চয় সতৰ্ক কৰি দিব পাৰে। বা কেন্দ্ৰীয় চৰকাৰৰ ওচৰত তীব্ৰ প্ৰতিবাদ জনাব পাৰে। দিপিলাচ'কৰ ঘটনাটো বিশেষ বুদ্ধিবৃত্তি নথকা বি এছ এফৰ জোৱানে ঘটোৱা অসম্ভৱ নহয়। তেনে ক্ষেত্ৰত বি এছ ফৰ শৃংখলাৰ মাজতে জোৱানক সতৰ্ক কৰি দিয়াত একো বাধা নাই। এখন আইনত এটা অধিকাৰ থকা বাবেই যে অধিকাৰটো খুছিমতে অধেমধে ব্যৱহাৰ কৰিব লাগিব, তেনে কথা হ'ব নোৱাৰে।

ক'লা আইনবোৰ শীঘ্ৰে প্ৰত্যাহাৰ কৰক। আৰু বি এছ এফৰ বা চি আৰ পিৰ জোৱান বিলাকে চিকাৰী কুকুৰৰ দৰে আচৰণ কৰাটোও বন্ধ কৰক। ক'লা আইন-বোৰত কতো লিখা নাই যে নাৰী ধৰ্ষণ কৰিব পাৰে—কিন্তু নাৰীধৰ্ষণ হোৱাৰ বাতৰি ওলাইছে। অসমৰ অশান্ত পৰিস্থিতিত আইন ঠিক থাকিলেও অনুশাসন শিথিল হ'ব পাৰে।

কথা হৈছে, সশস্ত্ৰ অভ্যুত্থান বা insurgency সকলোৰে বাবে এক বিভীষিকাময় পৰিস্থিতি। ই চৰকাৰক ব্যতিব্যস্ত কৰে, ঠিকেই। কিন্তু লগে লগে সাধাৰণ নাগৰিকৰ জীৱনলৈকো অশান্তি আৰু আতংকৰ পৰিস্থিতি নমাই আনে। পৃথিৱীত য'তেই এনে ধৰণৰ সন্ত্ৰাসবাদী কাৰ্য্যকলাপ চলিছে ত'তেই চৰকাৰী সেনা আৰু নিৰাপত্তা বাহিনীৰ উন্মত্ত দমন নীতিয়ে নাগৰিকৰ জীৱন ছাৰখাৰ কৰি পেলাইছে। সেয়ে এনে পৰিস্থিতিৰ বাবে ব্যক্তিগত সন্ত্ৰাস আৰু সশস্ত্ৰ অভ্যুত্থানো বহুদূৰ দায়ী।

দিপিলা চ'কৰ ঘটনাৰ পৰাও ই স্পষ্ট যে শক্তিশালী বোমা ফুটি দলং ক্ষতিগ্ৰস্ত নকৰা হ'লে বি এছ এফে এনে উন্মাদ হত্যালীলা চলোৱাৰ চেলুও নাপালেহেঁতেন। এই কথাটো ঢাকি ৰখা হৈছে কিয় ?

গণতান্ত্ৰিক নাগৰিক সংস্থাৰ তৰফৰপৰা দিয়া আৰু আমি ব্যক্তিগতভাৱে দিয়া বহু বিবৃতি আৰু মতব্যক্ত সদায় এটা কথা কৈ অহা হৈছে। সেইটো হৈছে-ব্যক্তিগত সন্ত্ৰাসেই ৰাষ্ট্ৰীয় সন্ত্ৰাসৰ পথ সুগম কৰে। সেই কথাত একশ্ৰেণীৰ বুদ্ধিজীৱীয়ে কাহানিও গুৰুত্ব দিয়া নাই। ফলত সৰ্বসাধাৰণ নাগৰিকৰ ওপৰত নামি আহিছে চৰম নিৰ্য্যাতন।

শেষ চেষ্টা এটা কৰি তেওঁলোকে ক'ব, সেই বোমাটো যে সন্ত্ৰাসবাদীয়ে ফুটাইছিল প্ৰমাণ কি ? কিজানি, চৰকাৰেই চক্ৰান্ত কৰি ফুটাইছিল। আমি তেনেদৰে নাভাবো। কিন্তু কথাটো অসম্ভৱ নহয়। তেতিয়া হ'লেও ক'ব লাগিব যে সন্ত্ৰাসবাদীৰ দায়িত্ব-হীন কাৰ্য্যকলাপেই এনে ছয়তানীৰ সুযোগ চৰকাৰৰ হাতত তুলি দিয়ে।

বি এছ এফ, চি আৰ পি আদি আৰু ক'লা কানুনবোৰ শূন্যৰপৰা অসমৰ ওপৰত পৰা নাই। আইন-শৃংখলাৰ অৱস্থা এচাম অপৰিণত বুদ্ধি সন্ত্ৰাসবাদীয়ে শোচনীয় কৰি তোলাৰ প্ৰতিক্ৰিয়াস্বৰূপেই অসমীয়া ৰাইজৰ ওপৰত এইবোৰ নিৰাপত্তা বাহিনীৰ নিৰ্য্যাতন আৰম্ভ।

তাৰ মানে কেন্দ্ৰীয় চৰকাৰৰ সকলো অৱহেলা অবিচাৰ নীৰৱে সহিব লাগিব নেকি ? নিশ্চয় নহয়। কিন্তু প্ৰতিবাদৰ ভাষা বন্দুক-বাৰুদৰ বাহিৰে আন একো হ'ব নোৱাৰে নেকি ? বিশেষ-বিশেষ দাবীৰ ভিত্তিত প্ৰচাৰ আৰু গণআন্দোলন চলাই চোৱা হৈছিলনে ? নে আঞ্চলিক দল কেতবোৰে তেনে দাবীৰ ভিত্তিত দালালী আৰম্ভ কৰা বাবেই তেনে ধৰণৰ আন্দোলন বৰ্জন কৰিব লাগিব।

**বিঃ দ্ৰঃ** এইখিনি কথা লিখি উঠাৰ পিছতে শ্ৰদ্ধেয় প্ৰবীণ সাংবাদিক কমলা শইকীয়াৰ হত্যাকাণ্ডৰ খবৰ পঢ়িবলৈ পালো। অসম আন্দোলনৰ কালত কেন্দ্ৰীয় চৰকাৰী বাহিনীয়ে, অসম গণ পৰিষদ চৰকাৰৰ আমোলত সেই চৰকাৰে এখেতৰ ওপৰত অত্যাচাৰ চলাইছিল। অৱশেষত হুমলীয়া পুতেকৰ বয়সৰ কিছুমান "দেশ প্ৰেমিব"ৰ হাতত তেওঁৰ মৃত্যু হ'ল। এইবাৰ সন্ত্ৰাসবাদীয়ে কিমান চকুলোটোকে, দেখা যাব।

বি এছ এফ থাকোতেই এনে অৱস্থা। আঁতৰি গ'লে এনে ধৰণৰ অসংখ্য ঘটনা অসমৰ চুকে-কোণে নঘটিবনে ?

আমি সেয়ে প্ৰথমবেপৰা উচ্চকণ্ঠে ৰাইজক আহ্বান দিছোঁ তেওঁলোকে যাতে সংযুক্ত মুক্তি বাহিনী আলোচনাৰ মেজলৈ যাব লাগে বুলি গৰজি উঠে।

## দিল্লীত হিতেশ্বৰ শইকীয়া

যোৱা ১০ তাৰিখৰ দিনা দিল্লীৰপৰা প্ৰকাশ হোৱা বাতৰিকাকতবোৰত হিতেশ্বৰ শইকীয়াই দিল্লীত সাংবাদিক মেলত দিয়া মতামতৰ বিৱৰণ প্ৰকাশিত হয়। উক্ত বিৱৰণবোৰৰ মতে অসমৰ মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই সজোৰে ঘোষণা কৰে যে যে ভাৰতে অসমক কেতিয়াও শোষণ কৰা নাই, কাৰণ অসম ভাৰতৰে অংগ। কেন্দ্ৰ চৰকাৰে অসমৰ প্ৰতি কোনো অবিচাৰ বা অৱহেলা কৰা নাই বুলিও তেওঁ দাবী কৰে। ১৯৪৭ চনৰ তুলনাত অসমৰ চমকপ্ৰদ উন্নতি ঘটিছে বুলিও তেওঁ মন্তব্য কৰে।

হিতেশ্বৰ শইকীয়াৰ ওচৰত অসমৰ নাগৰিক হিছাপে আমাৰ কিছুমান দাবী আছে। তাৰে প্ৰধান হৈছে এইটো যে তেওঁ তথাকথিত কংগ্ৰেছী আৰু ইন্দিৰা কংগ্ৰেছী ঐতিহ্যৰ পৰা আঁতৰি আহি মুকলি মনেৰে কথাবোৰ ভাবিবলৈ শিকক। তেনে কৰিলে তেওঁৰ চৰকাৰো নিৰাপদ হ'ব অসমৰ উন্নতিও কিছুদূৰ নিশ্চিত হ'ব। তাকে নকৰি যোৱা চল্লিশ বছৰে ভাৰতত ঘাইকৈ কংগ্ৰেছী নেতৃত্বত গঢ লৈ উঠা বৃহৎ, অতিকেন্দ্ৰীক, দাম্ভিক আৰু স্বৈৰাচাৰী ৰাষ্ট্ৰযন্ত্ৰৰ অত্যুৎসাহী সমৰ্থক হিছাপে নিজক প্ৰতিষ্ঠা কৰিবলৈ ল'লে অসমীয়া মানুহে তেওঁৰ শাসনকালত সুবিচাৰ পোৱা টান হ'ব। ঘটনাৰ পৰিণতি স্বৰূপে সেনাবাহিনী, বি এছ এফ আদিৰ হাতৰ পুতলা হৈ চলিব লাগিব তেওঁ।

এই কথা ঠিক যে "অসম অৱহেলিত।" "অসম বঞ্চিত।।" ইত্যাদি ধ্বনি দিয়া কেতবোৰ নেতাই ৰাইজৰ মূৰৰ ওপৰত উঠি কেইবছৰমান তাণ্ডৱ নৃত্য চলালে। কিন্তু সেইবাবেই সেই অভিযোগবোৰ মিছা প্ৰমাণিত নহয়। ১৯৪৭ চনৰ তুলনাত আজিৰ অসম কিছু আগবাঢ়িছে ঠিকেই, কিন্তু অগ্ৰগতিৰ মাত্ৰা ভাৰতৰ অগ্ৰসৰ অঞ্চলৰ সমান বুলিব পাৰিনে? মুখ্যমন্ত্ৰী হৈ উঠিয়েই তেওঁ দূৰদৰ্শনত দিয়া বাজহুৱা বিবৃতিত কৈছিল: "তেওঁলোকৰ (আল্ফাৰ) দাবীসমূহ নিৰাধাৰ বুলিও ভবা নাই।" নিৰাধাৰ যদি নহয়েই, তেন্তে সেই দাবীবোৰ দিল্লীৰ দৰবাৰত সজোৰে উত্থাপন কৰাত বাধা কি?

মোৰ এজন শ্ৰদ্ধেয় ডাক্তৰ বন্ধুৱে সিদিনাখন ক্ষোভেৰে মোক কৈছিল: "হে'ৰি, ডঃ গোহাঁই! বে'লেৰে অসমৰ পৰা দিল্লী পাবলৈ তিনিদিন লাগে কিয় কব

পাৰেনে? শিলিগুৰিলৈকে পৰিষ্কাৰ আৰু খাব পৰা খাদ্য ৰে'লত নাপায় কিয়? পানী আৰু বিজুলি নাথাকে কিয়?" ১৯৪৭ চনৰ পৰা আমাৰ এনেধৰণৰ প্ৰগতি আৰু হৈ আছে॥

শইকীয়াৰ বিৰুদ্ধে ব্যক্তি হিছাপে আমাৰ কোনো আক্ৰোশ নাই। কিন্তু তেওঁ মনত ৰখা ভাল হব যে ব্যক্তি হিছাপে তেওঁক সমৰ্থন কৰা বা তেওঁৰ বিৰোধিতা কৰাৰো প্ৰশ্ন নাই। তেওঁ ইমানদিনে বুজি পোৱা উচিত যে তেওঁৰ সহাযত দেশৰ এজন ভব্যগব্য, গণ্যমান্য বুদ্ধিজীৱীৰ শাৰীলৈ প্ৰমোছন লোৱাৰ লোভত আমি কেতিয়াও তেওঁৰ ওচৰত ঘূৰ নোদোৱাওঁ। (সেইবোৰ যাদু "অ-নীল" নীলাশিয়াল বিলাকলৈকে থলো।) তেওঁৰ চেলাচামুণ্ডা আৰু সেনাবাহিনীৰ হৰিভকত সকলে কৰা বিচিত্ৰ চক্ৰান্ততো আমাৰ নোম নলৰে। আমি কেৱল অসমৰ ৰাইজৰ হিতাৰ্থেই সত্য কথা প্ৰকাশ কৰাৰ প্ৰযাস কৰিছোঁ। চৰকাৰৰ পোহনীয়া সাহিত্যিকে ভাবে যে মানুহৰ যৌন জীবনৰ সত্যবোৰহে মহাসত্য আৰু তাক প্ৰকাশ কৰাতহে সাহস। আমাৰ মত কিছু বেলেগ। সত্য সেইটো—যি সমাজৰ উন্নতি প্ৰশস্ত কৰে।

# ধোঁৱা আৰু জুই, বাংলাদেশত গণতন্ত্ৰৰ জয়

## ধোঁৱা আৰু জুই

বাতৰি আৰু উৰাবাতৰি শিল বৰষুণৰ মাজত আচল সত্য ধোঁৱা কোঁৱা হৈ পৰিছে। পুনৰ আবেগিক বাতাৱৰণ এটা সৃষ্টি হৈছে, য'ত ধীৰভাবে আৰু বস্তুনিষ্ঠভাবে কথাবোৰ ভাবি চোৱা অসম্ভৱ হৈ পৰিছে। কিন্তু এই প্ৰসংগতে কিছুমান সতৰ্কবাণী শুনাব পাৰি। বাতৰিবোৰৰ উৎস কি, সেইটো সাৱধানে লক্ষ্য কৰিব লাগিব। যিটো দলৰ দায়িত্বহীনতা আৰু উপদ্ৰৱৰ বাবে অসমত ৰাষ্ট্ৰপতিৰ শাসন আৰোপ কৰা সম্ভৱ হ'ল, সেই দলে নিজৰ দোষ ঢাকিবলৈ প্ৰতিপক্ষৰ বিৰুদ্ধে নানা চাঞ্চল্যকৰ অভিযোগ আনিবই। সেইবোৰৰ বিষয়ে কিছু সন্দেহ পোষণ কৰিবলৈ আমি বাধ্য। তেনেকৈ বেনামী বা অপৰিচিত সূত্ৰৰ পৰা পোৱা খবৰবোৰ 'বিশ্বস্ত সূত্ৰে' বা 'নিৰ্ভৰযোগ্য সূত্ৰৰ পৰা' বুলি প্ৰচাৰিত হলেও আচলতে সিমান বিশ্বাসযোগ্য হব নোৱাৰে। চৰকাৰ পক্ষই য'ত এজন বা দুজন হতাহত বুলি ঘোষণা কৰিছে, তাত আলফাই ১৬০ জন নিহত বুলি দাবী কৰিছে, আৰু কোনো প্ৰবীণ লোকে চাহৰ মেলতো বহি মন্তব্য কৰিছে যে ভাৰতীয় সৈন্য বাহিনীক আল্ফাই কচুকটা দি শেষ কৰিলে। কোৱা বাহুল্য যে ইয়াৰ এটা দাবীও গ্ৰহণযোগ্য নহয়। কিন্তু হতাহতৰ সংখ্যা সিমান বেচি নোহোৱাই স্বাভাৱিক, কাৰণ আলফাৰ প্ৰধান সৈন্যদলে যুদ্ধ নকৰি ঘাঁটিবোৰ এৰি গৈছে আৰু নানা ঠাইত আত্মগোপন কৰিছে।

সেনা বাহিনীৰ বিৰুদ্ধে নিৰ্যাতনৰ অভিযোগ উঠিছে। আৰক্ষী বাহিনীয়ে যেহেতু আল্ফাই কৰা ১১৩ টা হত্যাকাণ্ডৰ এটাৰো অপৰাধীক ধৰিব নোৱাৰিলে, সৈন্য বাহিনীৰ হাততে আপাততঃ আল্ফাৰ সদস্য বিলাকক তদন্ত কৰি ধৰাৰ দায়িত্ব পৰিছে। এই কাম কৰিবলৈ গৈ চেৰাংচোৱাৰ ৰিপ'ৰ্ট থকা লোকসকলৰ বিৰুদ্ধে সেনা বাহিনীয়ে কঠোৰ ব্যৱস্থা লোৱা সম্ভৱ, হয়তো নিৰ্য্যাতনো কৰিছে। কিন্তু পগলাৰ দৰে বাছ-বিচাৰ নোহোৱাকৈ নিৰ্য্যাতন কৰিছে বোলাটো ঠিক নহ'ব। আল্ফাৰ প্ৰতি সমৰ্থন থকা গাঁৱত সেনা বাহিনীৰ আচৰণ ৰুঢ় আৰু নিষ্ঠুৰ হোৱাও অবিশ্বাস্য নহয়। কিন্তু মন কৰিব লাগিব যে শৰণাৰ্থী শিবিৰৰ বহু লোকে তেওঁলোক নিৰ্য্যাতনৰ বলি হৈছে বুলি কোৱা নাই। নাৰী সকলৰ প্ৰতিও কঠুৱা আৰু অসন্মানজনক আচৰণ নিশ্চয় কেতিয়াবা কৰা হৈছে। কিন্তু ধৰ্ষণৰ অভিযোগৰ যথাযথ তদন্ত নোহোৱালৈকে ধৰ্ষণ হোৱা বুলি ধৰি ল'ব নোৱাৰি।

সৈন্য বাহিনীৰ লোকৰ পৰা আমি উচ্চস্তৰৰ শৃংখলা আশা কৰোঁ। তাৰ মাজতো যদি কোনোবাই ধৰ্ষণৰ দৰে বৰ্বতা কৰে, তাক তৎক্ষণাৎ ধৰা পেলাই কঠোৰ শাস্তি দিয়া উচিত। সেই শাস্তি অত্যাচাৰিত মানুহখিনিয়ে যাতে গম পায়, তাৰ ব্যৱস্থাও থকা উচিত। অসমৰ গাঁওবাসী লোক অভাৰতীয় নহয়, নাগৰিকৰ সম্মান আৰু অধিকাৰ তেওঁলোকে দাবী কৰিব পাৰে। এই কথা দঢ়াই দঢ়াই সেনা বাহিনীক কৰ্তৃপক্ষই বুজোৱা উচিত। নহলে অসমৰ গাঁৱেঁ ভুঞে ভাৰত বিৰোধী মনোভাবহে গা কৰি উঠিব। ভাৰতীয় সেনা বাহনিীৰ পৰম্পৰাত গৌৰৱৰ থল যিদৰে আছে, কলংকও নোহোৱা নহয়। নগালেণ্ড আৰু মণিপুৰত এওঁলোকে এসময়ত অত্যাচাৰ কৰিছে। অসমত যাতে তাৰ পুনৰাবৃত্তি নহয়। সেনা বাহিনীক শিক্ষা দিয়া উচিত যে তেওঁলোক জনগণৰহে চাকৰ, কোনো বিশেষ নেতা বা দলৰ চাকৰ নহয়। এই কাম সেনাবাহিনীৰ হাতৰ পৰা শীঘ্ৰে আনৰ হাতলৈ অনাই মংগল হ'ব।

আল্‌ফাৰ বিৰুদ্ধে আমৰ বিৰূপ মনোভাবৰ প্ৰধান কাৰণ তেওঁলোকৰ অমানবীয় নিষ্ঠুৰতা। আল্‌ফাৰ গোপন শিবিৰৰ পৰা এনে নিষ্ঠুৰতাৰ নতুন প্ৰমাণ ওলাইছে। যি যোলটা পুতি থোৱা মৃতদেহ গেলা-পচা অৱস্থাত পোৱা গৈছে সেই কেইটাৰ বিষয়ে কিছুমান 'বিশ্বস্ত সূত্ৰ'ই তুমুল অপপ্ৰচাৰ চলাই আল্‌ফাৰ অপৰাধৰ গুৰুত্ব হ্ৰাস কৰিবলৈ বিচাৰিছিল। কিন্তু যি সময়ত যুদ্ধ চলি থকা নাছিল, সেই সময়ত এইবোৰ মানুহৰ ওপৰত ঠাণ্ডা মগজেৰে চলোৱা অমানুষিক নিৰ্য্যাতনৰ নজীৰ নাই। দুই-এজন বাৰু গুপ্তচৰেই, কিন্তু আৰ্মকা বা বাওঁপন্থী শ্ৰমিক সংগঠনৰ কৰ্মীক হত্যা কৰা হ'ল কোন যুক্তিত? তাৰে কোনো কোনো লোকক ভিভিলৈকে মাটিত পুতি, মূৰত উতলা পানী ঢালি, নাক মুখ প্লাষ্টাৰেৰে বন্ধ কৰি তিলে-তিলে হত্যা কৰা হৈছে। চৰিত্ৰহীন নাৰী ব্যৱসায়ী অসমত কেৱল সেই কেইজনহে ওলাল নে? অসম গণ পৰিষদৰ সমৰ্থকৰ মাজত তেনে লোক নাইনে? কোৱা বাহুল্য এনে টুলুঙা ওকালতিয়ে আল্‌ফাৰ অপৰাধৰ ওজন বৃদ্ধিহে কৰিছে।

অৱশ্যে নিষ্ঠুৰ মানসিকতাৰ কবলত পৰা আৰু বিপথগামী এই যুৱক সকলকো সৎ পথলৈ ঘূৰাই অনাৰ প্ৰয়োজন আছে। তেওঁলোকে বৰ্তমানৰ ভ্ৰষ্ট গণতন্ত্ৰৰ প্ৰতি আস্থা হেৰুৱাই আন কিবা পথ বিচাৰিছে। তেওঁলোকক সংস্কাৰ আৰু সংশোধনৰ সুযোগ দিয়া উচিত। তেওঁলোকৰ বৰ্বৰতা দমন কৰাৰ লগে লগে তেওঁলোকৰ লগত আলোচনা চলাই যোৱা উচিত হ'ব।

ইন্দিৰা কংগ্ৰেছকো এই প্ৰসঙ্গতে এটা সতৰ্কবাণী শুনোৱা প্ৰয়োজন। তেওঁলোকৰ ওপৰত অসম গণ পৰিষদৰ শাসন কালত কি দুঃসহ অবদমন আৰু লাঞ্ছনা

জাপি দিয়া হৈছিল আমি জানোঁ। আশা কৰিছিলো এই অভিজ্ঞতাই তেওঁলোকক দুৰ্গত ৰাইজৰ কাষ চপাই আনিব। কিন্তু তেওঁলোকৰ বৰ্তমান গতিগোত্ৰ দেখি সন্দেহ হৈছে ৰাষ্ট্ৰপতিৰ শাসনকালতে শাসনযন্ত্ৰ ব্যৱহাৰ কৰি পুনৰ ক্ষমতালৈ আহিবলৈ তেওঁলোক অভিলাষী। তেনে চক্ৰান্ত যদি হয়, তেনেহলে তেওঁলোক অসমীয়া মানুহৰ অন্তৰৰ পৰা চিৰ নিৰ্বাসিত হ'ব আৰু আলফাই এক স্থায়ী গণভিত্তি স্থাপন কৰিব।

অসমক ভাল পোৱা সকলো শুভবুদ্ধিশীল লোককে আমি জনাব খোঁজো যে হঠকাৰিতা, উত্তেজনা আৰু অপৰিনামদৰ্শী ৰাজনীতিয়ে বাতৰি কাকতৰ শিৰোনামা সাময়িকভাবে দখল কৰিলেও শেষত অসমৰ বিস্তৰ ক্ষতি সাধন কৰিব। অসমৰ সামজিক জীৱনত পঞ্জাব আদি ৰাজ্যৰ দৰে দীৰ্ঘস্থায়ী ৰক্তাক্ত অৰাজকতা নামি আহিব পাৰে। অসমীয়া জাতীয় চেতনা দুৰ্বল কৰিবলৈ অসমখন খণ্ড বিখণ্ড কৰি পেলোৱা হ'ব পাৰে। সেয়ে হঠকাৰী উগ্ৰপন্থাৰ পৰা আমি সকলো আঁতৰি অহা উচিত। ঐক্যবদ্ধভাবে সেনাবাহিনী আদি ৰাষ্ট্ৰীয় শক্তিৰ অতিশয্যৰ বিৰোধিতা কৰা উচিত। উগ্ৰপন্থী সকলৰ ভিতৰত যি সকলৰ বিচাৰ বুদ্ধি লুপ্ত হোৱা নাই তেওঁলোককো আমি কব খোজোঁ যে এই পথেৰে অসমৰ উন্নয়ন অসম্ভৱ।

# ফে'ছিবাদ, অসমীয়া সাংবাদিকতা আৰু বড়োলেণ্ড

## ফে'ছিবাদ আৰু অসমীয়া সাংবাদিকতা

"আল্‌ফা"ৰ বিনা অনুমতিত "আল্‌ফা"ৰ বিষয়ে কোনো খবৰ বা মন্তব্য প্ৰকাশ কৰিলে মৃত্যুদণ্ড দিয়া হব বুলি "আল্‌ফা"ই দিয়া ভাবুকিক দুজনমান বিশিষ্ট সাংবাদিকে "ফেছিবাদী" আখ্যা দিছিল। এইটো আছিল এক যথাৰ্থ বিশেষণ। মতপ্ৰকাশৰ স্বাধীনতাক বলপ্ৰয়োগ বা হিংস্ৰতাৰ সহায়েৰে ৰুদ্ধ কৰাটো এক পৰিচিত ফেছিবাদী কৌশল।

কিন্তু অসমত বস্তুটো ইমানেই আচহুৱানে? ফেছিবাদী কৌশল যিবোৰ শক্তিয়ে লয়, সিহঁত জনসাধাৰণৰ হিতৈষী বন্ধু হব নোৱাৰে। সেই কথা থাটাং। কিন্তু জনসাধাৰণৰ বন্ধুৰ ভাও জোৰা কিছুমান শক্তিয়ে ফেছিবাদী কোশল ইয়াৰ আগতেও লৈছিল। অসমত সেইবোৰ শক্তিয়েই ফেছিবাদৰ বাবে অনুকূল পৰিবেশ ৰচনা কৰিছিল। সেইবোৰ বিষয়ে দকৈ ভাবি নাচালে আমি আৰু বিপদত পৰিম।

কেনেকৈ? দুটামান উদাহৰণ দিয়া বেয়া নহ'ব। ১৯৭৯-৮০ চনত বাতৰি কাকতৰ প্ৰথম পৃষ্ঠাত প্ৰায়েই প্ৰকাশ পাইছিল যে অমুক গাঁও পঞ্চায়তৰ সভাপতি, অমুক কাৰ্য্যালয়ৰ প্ৰধান সহায়ক, বা অমুক বিদ্যালয়ৰ কোনোবা শিক্ষক বাংলাদেশী। বহুসময়ত সেইবোৰ খবৰৰ বিৰুদ্ধে প্ৰতিবাদ ছপা হোৱা নাছিল, ছপা হ'লেও বহুত পলমকৈ কাকতৰ চকুত নপৰা চুক এটাত সি ঠাই পাইছিল। এনে কৌশলে অসমীয়া ৰাইজৰ মনত কেনে প্ৰতিক্ৰিয়া সৃষ্টি কৰিছিল বুজাই কব নালাগে।

১৯৭৯ চনতে সাড়ম্বৰে প্ৰচাৰ কৰা হ'ল যে গুৱাহাটী মিউনিচিপালিটিৰ চি পি এম সদস্য সকলে কাৰচাজি কৰি বহু বিদেশীৰ নাম চহৰৰ ভোটাৰ তালিকাত সুমুৱাইছে। বাৰে বাৰে খবৰটো প্ৰচাৰ কৰাৰ ফলত অসমীয়া ৰাইজৰ মনত বদ্ধমূল ধাৰণা জন্মিল যে চি পি এম দলটোৱে ইচ্ছাকৃত ভাবে অসমৰ ৰাইজৰ শত্ৰুতা কৰিছে। এই খবৰৰ প্ৰতিবাদ পঠোৱাৰ পিছত বহুদিনৰ মূৰতহে ছপা হ'ল। ইতিমধ্যে যি ক্ষতি হবলগা আছিল, হৈ গ'ল।

১৯৮০ চনত বঙালীৰ আক্ৰমণ, জ্যোতি বসুৰ চক্ৰান্ত, ইত্যাদি শিৰোনামাৰে অসংখ্য বাতৰি প্ৰচাৰ কৰা হৈছিল। ১৯৭৯ চনতে ফুলুং চাপৰিৰ বিছুৰাম বড়ো আৰু হাবিৰাম বড়োক যেতিয়া নৃশংসভাবে উগ্ৰজাতীয়তাবাদী উন্মত্ত জনতাই হত্যা কৰিলে, তেতিয়া সেই অপৰাধ ঢাকিবৰ বাবে প্ৰচাৰ কৰা হ'ল যে সেই দুজন নিহত

লোক উত্তৰ বংগৰ লোক ।। ( উত্তৰ বংগত 'বিহুৰাম' বা 'হাবিৰাম' নাম আছে নে ? ) এনেবোৰ বাতৰিৰ প্ৰতিবাদ, স্পষ্টীকৰণ আদি ছপা কৰা নহ'ল।

১৯৮০ চনত আমি কলিকতাত দিয়া এটা ভাষণ বিকৃত কৰি আমাৰ বিৰুদ্ধে অভিযোগ তুলি এখন চিঠি ছপা হ'ল এখন দৈনিক কাকতত। তাৰ পিছত সেইখন চিঠিৰ সমৰ্থনত কেইবাখনো চিঠি ছপা হ'ল। কলিকতাৰ উক্ত সভাত উপস্থিত থকা এজন ভদ্ৰলোকে এই বিষয়ে প্ৰকৃত সত্য প্ৰকাশ কৰি এখন চিঠি লিখিছিল। চিঠিখন উক্ত দৈনিক কাকতৰ সম্পাদকৰ হাতে হাতে দি অহা হৈছিল। চিঠিখন ছপা হোৱা হলে অপপ্ৰচাৰ আৰু উত্তেজনা হ্ৰাস পালেহেঁতেন। কিন্তু চিঠিখন ছপা নহ'ল। ফলত ৰাজপথত আক্ৰান্ত হৈ মই হাস্পতাল পালাগৈ। এনে কুৎসিত, অমানুষিক পৰিবেশ ৰচনা হৈছিল যে মূৰত আঘাত পোৱা বাবে ৰাতি ১০৫° ডিগ্ৰী জ্বৰত যেতিয়া মই ছাতিফুতি কৰি আছিলো তেতিয়া ওচৰতে বহি দুগৰাকী নাৰ্ছে উচ্চ গুঠি গুঠি মোক কথা শুনাই আছিল—"ভালেই হৈছে।" "উপযুক্ত শাস্তি পাইছে!", "একেবাৰে মাৰি পেলোৱা উচিত আছিল।" ইত্যাদি।

আচৰিত নহয় যে আন্দোলন শাম কাটি অহাৰ পিছত তেনেবোৰ বাতৰি কাকতৰ বিৰুদ্ধে এচাম ৰাইজে অনা অভিযোগৰ বিচাৰ কৰি ভাৰতৰ প্ৰেছ কাউন্সিলে ৰায় দিছিল যে অসমৰ এনে বাতৰিকাকত কিছুমানে বাছ-বিচাৰ নোহোৱাকৈ অসত্য বাতৰি প্ৰকাশ কৰিছে, উৰাবাতৰি প্ৰচাৰ কৰিছে, বিশেষ বিশেষ লোকৰ মন্তব্য বিকৃত কৰিছে আৰু সাধাৰণভাৱে সাংবাদিকতাৰ বিধি লংঘণ কৰিছে।

উল্লেখযোগ্য এয়ে যে তেনে সংবাদিকে প্ৰেছ কাউন্সিলৰ এই তীব্ৰ ভৎৰ্সনাত লাজ বা অনুতাপৰ ভাব প্ৰদৰ্শন নকৰি বৰং তাক দেশপ্ৰেমৰ পুৰস্কাৰ বুলি সগৌৰৱে বৰণ কৰিছিল। অৰ্থাৎ "দেশৰ" বাবে আনৰ মতামত প্ৰকাশ বন্ধ কৰা, আনৰ জীয়াই থকাৰ অধিকাৰ বাতিল কৰা, অসত্য বা বিকৃত বাতৰি প্ৰচাৰ কৰি ব্যক্তি বিশেষ বা সম্প্ৰদায়বিশেষৰ বিৰুদ্ধে হিংস্ৰ উত্তেজনাত উচটনি দিয়া, আনকি কিবা পুৰস্কাৰৰ বিনিময়ত বা আশাত ব্যক্তিবিশেষৰ বিৰুদ্ধে প্ৰণালীবদ্ধ চৰিত্ৰহনন চলোৱা-এনেবোৰ কাম অসমৰ সাংবাদিকতাৰ জগতত অপৰিচিত নহয়। আনকি নতুনকৈ কামত সোমোৱা সাংবাদিক সকলকো এই শিক্ষাই দিয়া হব ধৰিছে হাতে কামে। এইবোৰ ফেচিবাদী কৌশল নহয় কি ? হিটলাৰৰ বৰ্বৰতাৰ মূল প্ৰেৰণা আছিল এনে কিছুমান মনোভাৱ।

সেয়ে মৃত্যুদণ্ডৰ ভয় দেখুৱাই সংবাদিকৰ কলমত শিকলি লগোৱাৰ চেষ্টা অপ্ৰত্যাশিত বা আকস্মিক নাছিল। গণতান্ত্ৰিক ৰীতি-নীতি আৰু মূল্যবোধৰ ওপৰত এনেদৰে হেলাৰঙে কুঠাৰঘাৰি গণতন্ত্ৰৰ ৰাক্যবাগীশ ৰথীয়া সকলেই ফেচিবাদী শক্তিৰ

বাট মুকলি কৰি দিছিল। আজিকালি কালেকো কেবেপ নকৰি পৰীক্ষাত নকল কৰা বীভৎস ভাবে ছোৱালী জোকোৱা, সন্মানিত লোকক খেদি গৈ অপমান কৰা, বাটেঘাটে অশালীন হৈ-চৈৰে বীৰত্ব কৰা বহুসংখ্যক কিশোৰ আৰু যুৱকৰ সংস্কৃতিত পৰিণত হৈছে। বহুতে তাৰ কাৰণ ভাবি বিচুৰ্ত্তি খাইছে। কিন্তু সৎ আৰু বুদ্ধিমান লোকে জানে অসম আন্দোলনৰ সময়তে এইবোৰ অভ্যাসৰ গুটি সিচা হৈছিল।

আজিও সেই ব্যৱস্থাৰ বিৰুদ্ধে কোনো ঐকান্তিক, কাৰ্যকৰী ব্যৱস্থা লোৱা হোৱা নাই। এক ধৰণৰ উগ্ৰ জাতীয়তাবাদে অসম আৰু অসমীয়াজাতিৰ অপূৰণীয় ক্ষতি সাধন কৰিলে। তাকে অৱলম্বন কৰি এবিধ কূটবুধীয়া মানুহে প্ৰচুৰ লাভ কৰিছে। অথচ দেখা যায় সিহঁতৰ স্বৰূপ উন্মোচন কৰি জাতিক সতৰ্ক কৰা লোকৰ মুখ বন্ধ কৰিবলৈ এচাম সাংবাদিকে এতিয়াও নীচ কৌশলৰ আশ্ৰয় লৈ আছে। কেন্দ্ৰীয় মিলিটাৰী ইন্তেলিজে'ন্সৰ পৰা জাতীয়তাবাদ ধাৰ কৰা এনে সাংবাদিক মহলে জাতিৰ উন্নতিত সঁচাকৈ সহায় কৰিব পাৰেনে? এই ধৰণৰ ফেছিবাদৰ বিৰুদ্ধে সময় থাকোতেই সতৰ্ক নহলে এদিন সি নিশ্চয় সকলোৰে মূৰৰ ওপৰত বোমা বন্দুক তুলিব। প্ৰতিবাদ কৰাৰ উপায় আৰু নাথাকিব।

## মৃত্যুদণ্ড মকুব হ'ল?

সাংবাদিকৰ বিৰুদ্ধে ফতোৱা জাৰি কৰি আলফাই যি চাঞ্চল্য সৃষ্টি কৰিছিল, সেই চাঞ্চল্য মাৰ নৌ যাওঁতেই সেই বিষয়ে আলফাই আকৌ মুখ খুলিলে। বিষয়টো যেহেতু ব্যক্তিগত নহয়, ৰাজহুৱা, সেয়ে আমিও আমাৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছোঁ।

আলফাৰ এগৰাকী মুখপাত্ৰই কৈছে যে তেওঁলোকে নিৰ্বিচাৰে সাংবাদিকসকলৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰা নাছিল। কেৱল আলফাৰ বিৰুদ্ধে চলোৱা প্ৰচাৰহে বন্ধ কৰিবলৈ ওলাইছিল। নিৰপেক্ষ সাংবাদিকতাৰ ওপৰত তেওঁলোকে হাত দিব খোজা নাই হেনো।

বিপ্লৱী দল হিচাপে আলফাৰ এই বক্তব্যৰ অস্পষ্টতা আৰু দ্ব্যৰ্থবাচকতাত আমি পুনৰ নিৰাশাবাদী হ'বলৈ বাধ্য হৈছো। কামৰূপ জিলাৰ সংযুক্ত মুক্তি বাহিনীৰ অধিনায়ক হীৰেন পাঠকে বাতৰি কাকতলৈ যি হুকুম নামা পঠাইছিল, তাত খোলা-খুলিকৈ ঘোষণা কৰা হৈছিল যে আলফাৰ বিনা অনুমতিত আলফাৰ বিষয়ে কিবা খবৰ আদি লিখিলেই মৃত্যুদণ্ড দিয়া হ'ব। আলফাই এতিয়া সেই নিষেধাজ্ঞা তুলি লৈছে নে নাই? আগৰ সিদ্ধান্ত ভুল আছিল নে নাই? অনুগ্ৰহ কোৱা হৈছে যে "নিৰপেক্ষ সাংবাদিকতা"ৰ প্ৰতি আলফাৰ কোনো বিৰাগ বা বিদ্বেষ নাই। এতিয়া কথা হ'ল, "নিৰপেক্ষ সাংবাদিকতা" কি বস্তু? আলফাৰ কিবা নীতি বা কাৰ্য্যকলাপৰ

তীব্ৰ সমালোচনা কৰিলে তাক "নিৰপেক্ষ" বোলা হব নে নহয়? নে আল্ফাৰ প্ৰশংসা কৰিলেহে তাক "নিৰপেক্ষ" বোলা হ'ব?

আল্ফাৰ মুখপাত্ৰই হৰেকৃষ্ণলাল দাসক অপহৰণ কৰাৰ পিছত ঘটা ঘটনাৱলী সম্পৰ্কেও মত প্ৰকাশ কৰিছে। তেওঁলোকে আৰক্ষী অধীক্ষক দৌলত সিং নেগীৰ লগতে গাড়ীচালকৰ মৃত্যু হোৱাত দুখ প্ৰকাশ কৰিছে আৰু কৈছে যে অসমৰ বাইজে এনে অসমবিৰোধী সকলৰ পৰা আঁতৰত থাকিলে দুৰ্ভাগ্যজনক মৃত্যুৰ হাত সাৰিব পাৰিব। এতিয়া কথা হৈছে আল্ফাই "অসমবিৰোধী" সকলৰ তালিকা এখন প্ৰকাশ কৰা নাই। তেওঁলোকে কি যুক্তিত কেতিয়া কাক "অসম বিৰোধী" বোলে, ঠিকনা নাই। তেনেহলে সাধাৰণ বাইজে কেনেকৈ গম পাব কাৰ পৰা আঁতৰি থাকিব লাগে? আৰু গাড়ীচালক আদি চাকৰি কৰা মানুহ আঁতৰি থাকেই বা কেনেকৈ?

আল্ফাই "অসম বিৰোধী" বুলি হিতেশ্বৰ শইকীয়াৰ এজন ভায়েকক হত্যা কৰিলে। তেওঁ "অসম বিৰোধী" কেনেকৈ হ'ল তাৰ কোনো উল্লেখ তেওঁলোকৰ বিবৃতিত নাই। ইন্দিৰা কংগ্ৰেছক আমিও সমৰ্থন নকৰোঁ আৰু তেওঁলোকৰ কাৰ্যকলাপ বা নীতি দেশৰ বাবে ক্ষতিকৰ বুলি ভাবো। কিন্তু ইন্দিৰা কংগ্ৰেছত যোগ দি কাম কৰিবলৈ অধিকাৰ যিকোনো ব্যক্তিৰে আছে সেই অধিকাৰ আমি বাতিল কৰিব নোৱাৰো। স্বৰ্গীয় বোহিতেশ্বৰ শইকীয়া আছিল ইন্দিৰা কংগ্ৰেছৰ তেনে এজন সদস্য। তেওঁৰ সেইটোৱেই দোষ আছিল নেকি?

সৰ্বশেষত, আল্ফাই কৈছে যে তেওঁলোকে বিমূৰ্তভাবে গণতন্ত্ৰৰ সেৱা কৰিব খোজা নাই। বিপ্লৱৰ স্বাৰ্থতহে তেওঁলোকে গণতন্ত্ৰ সমৰ্থন কৰে। সম্ভৱতঃ তেওঁলোকে কবলৈ বিচাৰিছে যে আল্ফাক সমৰ্থন কৰি কোৱা কথাহে তেওঁলোকে গণতান্ত্ৰিক বুলি মানিব। কাৰণ তেওঁলোকৰ মতে আল্ফাই বিপ্লৱৰ একমাত্ৰ স্বীকৃত প্ৰহৰী।

কথাটো সিমান সহজ নহয়। বিপ্লৱটো শূন্যত ভাহি নাথাকে। অসম তথা ভাৰতৰ বৰ্ত্তমান পৰিস্থিতিত মুক্ত গণতন্ত্ৰৰ প্ৰতিষ্ঠাইহে বিপ্লৱক আগবঢ়াই নিব পাৰে। নানা ধৰণৰ দমন-পীডন আৰু অৱদমনৰ পৰা জনসাধাৰণক মুক্ত কৰাটো গণতন্ত্ৰৰ লক্ষ্য। বাতৰি কাকতৰ স্বাধীনতা তাৰ অন্যতম ভিত্তি তাৰ জোৰতেই আজি আল্ফাৰ বক্তব্য বাতৰি কাকতৰ প্ৰথম পৃষ্ঠাত প্ৰকাশিত হ'ব পাৰিছে। গণতন্ত্ৰ বাতিল হলে আল্ফাৰ মুখতো সোপা পৰিব। সেয়ে গণতন্ত্ৰ সম্পৰ্কে উন্নাসিকতা ভাল লক্ষণ নহয়।

আল্ফাই সুধিছে, অসমৰ গণতন্ত্ৰবাদী সকলে সৰ্বসাধাৰণ বড়ো বাইজৰ ওপৰত পুলিচে চলোৱা অত্যাচাৰৰ প্ৰতিবাদ কৰিছে নে নাই? আমি নকৰাকৈ থকা নাই। সেয়ে এনে কথা কবলৈ সাহ কৰিছোঁ।

# সন্ত্ৰাসবাদৰ আচল মূৰ্ত্তি

৩০ মাৰ্চৰ ভিতৰতে সকলো সৰ্বভাৰতীয় দল আৰু ভাৰতীয় সংবিধান স্বীকাৰ কৰি লোৱা সকলো আঞ্চলিক দলৰ পৰা সকলো সভ্যকে পদত্যাগ কৰিবলৈ নিৰ্দেশ দি আৰু অন্যথাই মৃত্যুদণ্ড দিয়া হ'ব পাৰে বুলি ইংগিত দি সন্ত্ৰাসবাদীবিলাকে নিজৰ আচল চেহেৰা পুনৰ উদঙাই দেখুৱালে। কিন্তু অসমৰ বাইজ ইমান বিভ্ৰান্ত আৰু বিবুধি হৈ পৰিছে যে এই অন্যায় ফেছিবাদী ফটোৱাৰ বিৰুদ্ধে তেওঁলোকে সমস্বৰে গৰজি উঠা নাই।

সন্ত্ৰাসবাদীৰ মাজত কিছুসংখ্যক যুবক যে সমাজৰ হিত বিচৰা দেশপ্ৰেমিক, সেই বিষয়ে আমাৰ মনত বিন্দুমাত্ৰও সন্দেহ নাই। কিন্তু তেওঁলোকৰ নীতি আৰু কাৰ্য্য-পন্থা যিসকলে তৈয়াৰ কৰি দিছে সেই মহাপুৰুষসকলে সংগঠনটোক এক জঘন্য ফেছি-বাদী ৰূপ দিছে। সংগঠনটোৱে সম্পূৰ্ণ নিজৰ বিচাৰমতে কাম কৰে। সমালোচনা বা মত পাৰ্থক্যক শত্ৰুতা বুলি লয় আৰু সকলোৰে ওপৰত নিজৰ মত জোৰকৈ জাপি দিবলৈ বিচাৰে। এবাৰ আনকি অনুমতি নোলোৱাকৈ খা খবৰ প্ৰকাশ কৰা বা মন্তব্য দিয়া সাংবাদিক মাত্ৰকে মৃত্যুদণ্ড দিয়া হ'ব বুলিও ঘোষণা কৰিছিল। এতিয়া তাতকৈ আৰু এখোপ আগুৱাই গৈ নিজৰ ফে'ছিবাদী চৰিত্ৰ নিজেই উলংগ কৰিছে।

সন্ত্ৰাসবাদী সকলৰ বিষয়ে মোহগ্ৰস্ত সংগঠন বিলাকৰ ইমানতে মোহভংগ হোৱা উচিত। নতুবা তেওঁলোকৰ প্ৰতিদানহীন প্ৰেমে তেওঁলোকক মৃত্যুৰ গৰাহলৈহে ঠেলি দিব। আই পি এফ, চি পি আই প্ৰভৃতি দলে তেওঁলোকৰ বিপদৰ সময়ত তেওঁলোকক সহায়-সমৰ্থন আগবঢ়াইছিল। ভাবিছিল যে তেওঁলোকে এই সমৰ্থনৰ মূল্য দিব। কিন্তু ফেছিবাদী বিলাক কাৰ্য্যক্ষেত্ৰত চূড়ান্ত সুবিধাবাদী। নিজৰ উদ্দেশ্য সিদ্ধি কৰিবলৈ তেওঁলোকে সকলোকে ব্যৱহাৰ কৰিব, কিন্তু কাকো মূল্য নিদিয়ে। বৰং সময় বিশেষে শত্ৰু-মিত্ৰ, সকলোৰে ভাগ্যত মৃত্যুদণ্ডৰ পুৰস্কাৰ ধাৰ্য্য। ইমানতে তেওঁলোকৰ মোহমুক্তি ঘটা উচিত। সন্ত্ৰাসবাদী সকলে বিবৃতিত কি লক্ষ্য বিচাৰিছে সি ডাঙৰ কথা নহয়। কিন্তু ডাঙৰ কথা হৈছে, তেওঁলোকে গ্ৰহণ কৰা কাৰ্য্যপন্থা অত্যন্ত ক্ষতিকৰ, বৰ্বৰোচিত অমানুষিক।

মনকৰিবলগীয়া কথা এয়ে যে সন্ত্ৰাসবাদীয়ে এইবিষয়ে সমৰ্থন কৰা দলবোৰৰ লগতো আগতীয়াকৈ কোনো আলোচনা কৰাৰ প্ৰয়োজন বোধ কৰা নাই। এক-পক্ষীয়ভাৱে সেই সকলকে আঘাত কৰিব পৰা ঘোষণা জাৰি কৰিছে। তাৰ পৰাই তেওঁলোকৰ সৌজন্যহীন বলদৰ্পী মনোভাৱ বুজিব পাৰি। আমি দাবী কৰো—

অসমৰ বাহিৰৰ হৈয়েই আমি দাবী কৰো—তেওঁলোকে যাতে কেন্দ্ৰীয় চৰকাৰৰ লগত আলোচনা কৰাৰ সময়ত এনে টুলুঙা মনোভাৱৰ চিনাকি নিদিয়ে। বিপদৰ বন্ধুকে এনেদৰে ব্যৱহাৰ কৰা সকলে কেন্দ্ৰীয় চৰকাৰৰ লগত আলোচনা কৰাৰ সময়তো দায়িত্বহীন হ'ব পাৰে বুলি সন্দেহ কৰাৰ থল ওলাল।

সংবাদ পত্ৰৰ স্বাধীনতাৰ সৰৱ ধনুৰ্দ্ধৰ সকলৰ প্ৰতিও আমাৰ এক গোহাৰি আছে। বৰ্তমানৰ বৰ্বৰ পৰিবেশত হত্যা কৰাৰ স্বাধীনতা, ধৰ্ষণ কৰাৰ স্বাধীনতা, বেশ্যাৰ ভাষাত গালি-গালাজ কৰাৰ স্বাধীনতাও স্বীকৃত হৈছে নেকি? এনে অধঃ-পতনত তেওঁলোকে সহায় কৰি জাতিটোকে বৰ্বৰতাৰ কবলত পেলাই দিয়া নাইনে? সন্ত্ৰাসবাদীৰ ৰাজনৈতিক বিবৃতি বা গোহাৰি তেখেতসকলে ছপাওক। কিন্তু মৃত্যু দণ্ডৰ ভাবুকি থকা নৃশংস আৰু পাশবিক ঘোষণাবোৰ ছপাইছে কিয়? সন্ত্ৰাসবাদীৰ প্ৰতি সহানুভূতিত গলি গৈ সাংবাদিকতাক বেশ্যাবৃত্তিত পৰিণত কৰিব খুজিছে নেকি? জীৱনৰ জটিল সমস্যাৱলীৰ আও-ভাও নোপোৱা অপইতা কিশোৰ সকলৰ কথা বেলেগ। 'আপুনি বয়স হৈলে বুদ্ধি হইবে ভাল।' কিন্তু জীবনৰ বিয়লিপৰত সোমোৱা প্ৰবীণ সকলেও আধুনিক হাৱাত বকৃডান্স বা ব্ৰেক ডান্স দিব খুজিছে কিয়? মানুহৰ জীৱন, বুদ্ধি, হৃদয়—সকলোবোৰকে নৰ্দমাত পেলাব খুজিছে নেকি? আচৰিত নহয় যে ৰাজনীতিত ফে'ছিবাদে তাণ্ডৱ আৰম্ভ কৰিছে।

তৎসত্ত্বেও আমি কওঁ যে সম্প্ৰতি সকলো সন্ত্ৰাসবাদীকে বধ কৰি সন্ত্ৰাসবাদ নিৰ্মূল কৰিবলৈ ওলোৱা সামৰিক নৈতিক আমি মানবীয় যুক্তিতে সমৰ্থন কৰিব নোৱাৰো। সন্ত্ৰাসবাদী সকল অমানবীয় কাৰণ তেওঁলোক পথভ্ৰষ্ট বা বিপথগামী। তেওঁলোকৰ প্ৰতি সামূহিকভাৱে আমি প্ৰতিশোধৰ ভাৱ ল'ব নোৱাৰো। তেওঁলোকৰ লগত কেৱল আলোচনা চলোৱাই নহয়—বিতৰ্ক, প্ৰচাৰ আদিৰেও শুভ বুদ্ধিশীল লোক-সকলে তেওঁলোকৰ ওপৰত হেঁচা দিবই লাগিব। এনে ৰাজনৈতিক উপায়েহে শেহান্তৰত তেওঁলোকক নিৰস্ত কৰিব পৰা যাব। আনহাতে তেওঁলোকক নিৰ্বিচাৰে বধ কৰিবলৈ ৰাষ্ট্ৰযন্ত্ৰক অবাধ স্বাধীনতা দিলে সি মানুহখোৱা বাঘৰ দৰে আন সংগঠনৰ ওপৰতো এদিন সেই অস্ত্ৰ প্ৰয়োগ কৰিব।

# অসমীয়া মানুহে কাম নকৰে কিয় ?

অসমীয়া মানুহে যে কাম নকৰে, তেওঁলোক যে শ্ৰমবিমুখ, উদ্যোগহীন, বহু কৃতবিদ্য পুৰুষে সেই কথা দোহাৰি আছে—বিশেষকৈ ধনে-মানে সমাজৰ ওপৰলৈ উঠা সকলে এই কথা শয়নে সচিতে বীজমন্ত্ৰৰ দৰে জপিবলৈ ধৰা দেখা গৈছে। তেওঁলোকে চিন্তা কৰি চাওকচোন, কেৱল যোগ্যতা আৰু পৰিশ্ৰমৰ বলতে তেওঁলোক ইমান ওপৰলৈ উঠিল নে ? সমাজৰ কোনো বাহ্যিক ঘটনাই তেওঁলোকক সহায় কৰা নাই নে ? কাৰো সহায়, কাৰো অনুগ্ৰহ তেওঁলোকৰ প্ৰয়োজন হোৱা নাছিলনে ? তেওঁলোক যে যোগ্য আৰু উদ্যোগী সন্দেহ নাই। কিন্তু তেওঁলোকৰ দৰেই যোগ্য আৰু উদ্যোগী বহুলোক অনুকূল পৰিবেশৰ অভাৱত দেশৰ চুকেকোণে মৰহি আছে। ব্যৱসায়-বাণিজ্যৰ কথাই ধৰক। উপযুক্ত সময়ত ১০,০০০ টকাৰ ঋণ এটা নোপো-ৱাৰ ফলত কিমান যুৱকৰ ব্যৱসায় যে ডুব গৈছে, ঠিকনা নাই।

শ্ৰম, যোগ্যতা, প্ৰভৃতিৰ বিচাৰ সদায় থাকিব লাগিব। কিন্তু পুঁজিবাদী মতাদৰ্শই যেনেকৈ একপক্ষীয় ভাবে তাৰ ওপৰত গুৰুত্ব দিয়ে সিও বিভ্ৰান্তিকৰ। উনবিংশ শতাব্দীত ইংলেণ্ড আদি দেশত পুঁজিবাদৰ পয়োভৰৰ সময়ত এই মতাদৰ্শ প্ৰতিষ্ঠিত আৰু প্ৰচাৰিত হয়। কিন্তু বিলাতৰ সৰহ সংখ্যক লোকে একেদিনাই এনে মতাদৰ্শ আৰু আচৰণবিধি গ্ৰহণ কৰিছিল বুলি ভাবিলে ভুল হ'ব। বিশেষকৈ গাৱঁৰ পৰা অহা নতুন শ্ৰমিক শ্ৰেণীক কঠোৰ শাস্তি আৰু অত্যাচাৰেৰে নতুন কৰ্মশৃংখলাত ( Work-discipline ) অভ্যস্ত কৰোৱা হৈছিল। লগে লগে চলিছিল শ্ৰমৰ মৰ্য্যাদা, সময়ৰ মূল্য আদি বিষয়ে তেওঁলোকৰ মাজত অবিৰাম প্ৰচাৰ। কামৰ ওপৰত এনে গুৰুত্ব দিয়া আদৰ্শক সেইকালৰ প্ৰতিভাবান ঔপন্যাসিক ডিকে'ন্সে মিষ্টাৰ মাৰ্ডষ্টন্, মিষ্টাৰ গ্ৰেড্‌গ্ৰাইণ্ড আদি অদ্ভুত কঠোৰ, অমানুষিক চৰিত্ৰ অংকন কৰি ইতিকিং কৰিছিল। জীৱনৰ আনন্দ নিৰানন্দ পৰিশ্ৰমেৰে বিলোপ কৰাৰ ঘোৰ বিৰোধিতা কৰিছিল তেওঁ।

নেপথ্যৰ আচল ঘটনা আছিল পুঁজিবাদী সমাজলৈ উত্তৰণৰ সংকট। পুঁজিবাদী ব্যৱস্থাই গুৰুত্ব দিয়ে প্ৰতিযোগিতা মূলক উৎপাদনত। লাভৰ নিছাত উন্মাদৰ দৰে পুঁজিপতিয়ে শ্ৰমিকক খটুৱাই এই ব্যৱস্থা চালুকৈ ৰাখে। সেয়ে ঘড়ীৰ কাঁটাৰ গতিৰ তালে তালে শ্ৰমিকক কাম কৰিবলৈ বাধ্য কৰা হয় এক মুহূৰ্তৰ অপব্যয় মানে এক মুহূৰ্তৰ মুনাফাৰ ক্ষতি। এনেকৈয়ে এক যান্ত্ৰিক কৰ্মশৃংখলা শ্ৰমিকৰ ওপৰত জাপি

দিয়া হয়। পুঁজিবাদী লেখক, সাংবাদিক, ধৰ্মপ্ৰচাৰক সকলেও ক'বলৈ আৰম্ভ কৰে যে কামেই মানৱজীৱনৰ সাৰমৰ্ম, আনন্দ এক উপকৰণ, আদৰ্কাৰী বস্তু। প্ৰত্যেকজন শ্ৰমিক বা আন মাহুহক শিকোৱা হয় যে যন্ত্ৰৰ দৰে কাম কৰিব পৰাই মাহুহৰ সাৰ্থক আদৰ্শ। বিশেষকৈ পিয়ৰিটান ধৰ্মমতক এই উদ্দেশ্যে পুজিবাদী শাসকশ্ৰেণীয়ে ব্যাপকভাবে ব্যৱহাৰ কৰে।

তাৰ আগতে গ্ৰামাঞ্চলত এক বেলেগ কৰ্মপদ্ধতি আৰু কৰ্মশৃংখলা চলি আছিল। গাঁৱৰ মাহুহ যে এলেহুৱা বা নিষ্কৰ্মা, তেনে নহয়। খেতিবাতিৰ কোনোটো সময়ত গাঁৱৰ একোজন খেতিয়কে খোৱা-শোৱা পাহৰি প্ৰচণ্ড পৰিশ্ৰম কৰিছিল। কিন্তু সেই পৰিশ্ৰম ঘড়ীৰ কাঁটাৰ দাস নাছিল, প্ৰকৃতিৰ চিৰায়ত ছন্দৰ লগত তাৰ সংগতি আছিল— ঋতু অনুযায়ী পৰিশ্ৰমৰ পৰিমাণ নিৰ্দ্ধাৰিত হৈছিল—শস্যৰোৱাৰ সময়ত বা ফছল তুলিবৰ সময়ত পৰিশ্ৰমৰ মাত্ৰা বাঢ়িছিল। বছৰৰ মাজত পৰিশ্ৰমৰ দুখ আগৰ পলুৱাবলৈ নানা উৎসৱ পৰব আছিল। আনকি সেইধৰণৰ পৰিশ্ৰম কাৰখানাৰ কামৰ দৰে নিৰানন্দ আৰু প্ৰাণহীন নাছিল—দল বান্ধি, ইজনে সিজনৰ সান্নিধ্য অনুভৱ কৰি, কেতিয়াবা গীতপদ গায়ো কাম কৰিব পাৰিছিল। কৰ্ম ( work ) আৰু জীৱনৰ ( life ) মাজৰ সীমাৰেখা সেই ব্যবস্থাত ইমান স্পষ্ট নাছিল। কৰ্মই মাহুহৰ জীৱনৰ বস শুহি লৈ যাব পৰা নাছিল। কিন্তু পুজিবাদী কাৰখানাবোৰ আছিল একোটা অস্থায়ী কাৰাগাৰ— য'ত যন্ত্ৰৰ গতিবেগ আৰু ঘড়ীৰ কাঁটাৰ দাসত্বত শ্ৰমিকে দৈনিক ৮/১০ ঘণ্টা ভূতৰ দৰে খাটি কটাব লগীয়া হয়। কাৰখানাৰ বাহিৰতো ( অৱশ্যে সিমান নিৰ্মমভাবে নহয় ) একেধৰণৰ যান্ত্ৰিক সময়ানুবৰ্তিতা গঢ় লৈ উঠে।

তাহানিৰ ব্যৱস্থাত কৰ্ম আছিল মাহুহৰ নিজৰ সম্পদ সৃষ্টি, নিজৰ আত্মপ্ৰকাশ। আজিৰ পুঁজিবাদী যুগত কৰ্ম হৈছে এক বিৰাটাকায় নৈৰ্ব্যক্তিক দৈত্য—যাৰ সেৱাত মাহুহে নিজৰ সৰ্বস্ব ত্যাগ কৰিব লগীয়া হৈছে।

অসমীয়া মাহুহৰ কৰ্মবিমুখতাও সেয়ে কোনো জাতীয় চৰিত্ৰগত দুৰ্বলতা নহয়। পৰম্পৰাগত কৰ্মশৃংখলাত অভ্যস্ত অসমীয়া মাহুহে নতুন, পুজিবাদী কৰ্ম-শৃংখলা আয়ত্ত কৰিবলৈ টান পাইছে। চাৰিওফালে এনে এক পুজিবাদী উদ্যোগ চঞ্চল, কৰ্মমুখৰ পৰিবেশো নাই যে তেনে কৰ্মশৃংখলা সহজে আয়ত্ত কৰিব পাৰিব। তাহানিৰ জীৱনযাত্ৰাৰ প্ৰভাৱৰ পৰা সম্পূৰ্ণ মুক্ত হ'ব নোৱাৰা অসমীয়া মাহুহখিনিক আকৌ পুঁজিবাদৰ নতুন পৰ্য্যায়ৰ ভোগবাদী ( consumerist ) কৃষ্টিয়ে লম্ভিছে বিজ্ঞাপন, টি ভি আদিৰ জৰিয়তে। সেয়ে ব্যাপক দুৰ্নীতি আৰু ভোগবিলাসী

মনোভাবহে গঢ় লৈ উঠিছে। কাম নকৰাকৈ অসৎ উপায়ে ধন উপাৰ্জন কৰাৰ আকাঙ্ক্ষা বাঢ়িছে। কিন্তু ইয়াৰ বাবে অসমীয়া মানুহক দোষাৰোপ কৰি লাভ নাই। পুঁজিবাদী শ্ৰমশৃংখলা আৰু উদ্যোগী মনোবৃত্তি যদি লাগে তেনেহ'লে সমাজত ব্যাপকভাৱে তেনে পৰিবেশ গঢ়ি তুলিব লাগিব। সেই দায়িত্ব শাসক শ্ৰেণীৰহে। উদ্যোগ, শিক্ষা, মতাদৰ্শ সকলোতে তেওঁলোকেহে এনে বাতাবৰণ সৃষ্টি কৰিব পাৰে। অৱশ্যে তেওঁলোকে সকলোকে পতিয়ন নিয়াব পাৰিব লাগিব যে এনে শ্ৰমশৃংখলা সকলোৰে বাবে সমানেই উপকাৰী হ'ব। নহ'লে এমুঠি প্ৰতিষ্ঠা বা লাভৰ বাবে সকলোৱে জান প্ৰাণ দি খাটিবলৈ যাব কিয় ?

# সংযুক্ত মুক্তিবাহিনীৰ সঁহাৰি

ভাৰতৰ বৃহৎ পুঁজিৰ মহলে আৰু ব্যৱসায়ী গোষ্ঠীয়ে প্ৰধান মন্ত্ৰী চন্দ্ৰ শেখৰৰ ওপৰত হেঁচা দিছে যাতে আল্ফাৰ লগত আলোচনাত নবহে। তেওঁলোকৰ হখলত থকা কাকত পত্ৰই সেই মতকে প্ৰচাৰ কৰিছে। কিন্তু অসমৰ জনমত কেন্দ্ৰীয় চৰকাৰৰ লগত আল্ফাৰ আলোচনাৰ বাবে উৎসুক। চন্দ্ৰশেখৰে তাতে হয়ভৰ দি কৈছে যে অসমৰ উগ্ৰপন্থী সকলৰ লগত তেওঁ আলোচনা কৰিব খোজে।

আল্ফাৰ প্ৰচাৰ সচিবে কৈছে যে চন্দ্ৰশেখৰে তেওঁলোকৰ সংগঠনৰ নাম উল্লেখ কৰিব লাগিব। তেওঁলোকে হেনো নিজকে উগ্ৰপন্থী বুলি নাভাবে। কথাটো অৱশ্যে কূটনৈতিক সৌজন্যৰ পিনৰ পৰা গুৰুত্বহীন নহয়। কিন্তু চন্দ্ৰ শেখৰে তেওঁৰ উক্তিৰ যাৰা প্ৰথমতে অসমৰ জনগণক জনাইছে যে অসমত শান্তি স্থাপনৰ বাবে আলোচনা কৰিবলৈ তেওঁ সন্মত। দ্বিতীয়তে তেওঁ ইংগিত দিছে যে আল্ফাৰ প্ৰতি তেওঁৰ মনত কিছু সংশয় আৰু আশংকা আছে, অন্যান্য আন্দোলনৰ দৰে আল্ফাৰ কাৰ্য্যকলাপক তেওঁ একেশাৰীতে থৰ নোখোজে। এই কথাখিনি তেওঁ নজনোৱাকৈ থাকিব নোৱাৰে। তেওঁ বৰং তেওঁৰ উক্তিৰে ক'ব খুজিছে যে আল্ফাৰ দৃষ্টিভংগী মতাদৰ্শ কাৰ্য্যকলাপৰ প্ৰতি তেওঁৰ আস্থা নথকা সত্বেও অসমৰ জনগণৰ মংগলৰ স্বাৰ্থতে তেওঁ আলোচনৰ বাবে সাজু।

উত্তৰত আল্ফাৰ প্ৰচাৰ সচিবে বেলেগ বেলেগ মন্তব্য কৰিছে। এবাৰ কৈছে যে সেনা বাহিনীৰ দমন-নিৰ্য্যাতন বন্ধ নকৰিলে কোনো "নীতিগত" আলোচনাৰ বাবে আল্ফা সাজু নহয়। আকৌ একে উশাহতে কৈছে যে "নিৰপেক্ষ" লোক সকলৰ বাবে নিৰাপদ পৰিবেশ ৰচনা কৰিবলৈ সন্তৰপৰ সকলো ব্যৱস্থা লবলৈ আল্ফাৰ আপত্তি নাই। অৰ্থাৎ আলোচনা হ'ব পাৰে। ৰক্ষা তেও॥

আন এঠাইত আকৌ প্ৰচাৰ সচিবে কৈছে, মেজত বহি আলোচনা কৰাৰ প্ৰয়োজন কি? বাতৰি কাকতক মাধ্যম কৰি লৈ দুয়ো পক্ষই দেখোন মত বিনিময় কৰিব পাৰে। কোৱা বাহুল্য যে এনে মত বিনিময়ে কেৱল অন্তহীন বিতৰ্কৰ জন্ম দিব, নানা মুনিৰ নানা মতে ৰাইজৰ মনত খেলিমেলি বঢাব, কোনো সমস্যাৰ সুস্থিৰ সমাধান নোলাব।

এই কথা ওলাই পৰিছে যে এনে আলোচনাত আল্ফাৰ প্ৰতিনিধিত্ব কৰিব পৰা বিচক্ষণ প্ৰবীণ লোক নাই। যিসকল উপদেষ্টা আছে তেওঁলোকে ৰাইজৰ আগত আল্ফাৰ প্ৰতিনিধি হিছাপে দেখা দিবলৈ টান পাইছে। সেয়ে বাতৰি কাকতৰ পাতত আলোচনা কৰাৰ দৰে অৰ্থহীন প্ৰস্তাৱ আহিছে। আমি কওঁ এক তৃতীয় পক্ষই মধ্যস্থতাকাৰী হিছাপে উভয় পক্ষৰ লগত আলোচনা কৰক। এই পক্ষৰ লোক সকল উভয় পক্ষৰ বিশ্বাসভাজন হ'ব লাগিব। আৰু উভয় পক্ষই আলোচনাৰ ফলাফল সম্পৰ্কে ইতিবাচক মনোভাৱ প্ৰকাশ কৰিব লাগিব। কাৰণ আলোচনাত খুটি-নাটিৰ কথা আছে, দুয়ো পক্ষই দাবী আৰু প্ৰতিদাবীৰ চোপ খেলিলে ন'হব।

# সাৰ্বভৌম অসমৰ গোঁজৰণি, "মহামহা" চিন্তানায়কৰ কথা

## সাৰ্বভৌম অসমৰ গোঁজৰণি

সাৰ্বভৌম অসমে গৰ্জন কৰি কৈছে যে ভাৰত চৰকাৰৰ পদজল পান কৰি বঁটা-বাহন লাভ কৰিব খোজা বুদ্ধিজীৱী আৰু 'মহামহা' চিন্তানায়ক সকলৰ কোনো অনুনয় বিনিয়লৈ তেওঁলোকে কৰ্ণপাত নকৰে। তেওঁলোকে সাৰ্বভৌম অসমৰ বাহিৰে আন কোনো কথাৰ বাবে আলোচনাত নবহে। কাৰণ তেওঁলোক এনে মেৰুদণ্ডহীন, শাসকশ্ৰেণীৰ অনুগ্ৰহপ্ৰাৰ্থী বুদ্ধিজীৱীৰ প্ৰতি দায়বদ্ধ নহয়, অসমৰ স্বাধীনতাপ্ৰিয় বিপ্লৱী জনগণৰ ওচৰতহে দায়বদ্ধ।

এনে বিশেষণ-বিভূষিত বুদ্ধিজীৱীৰ মাজত এই অমুকায়ো পৰিছোঁ। তেওঁলোকে শুনালে যেতিয়া তেওঁলোকক নকওঁ বাৰু। কিন্তু সেনাবাহিনীৰ অজ্ঞ-নিষ্ঠুৰতাত দেদাউৰি পৰা অসমৰ জনগণে সেই চিকিৎসাৰ আৰু এক পৰ্ব নিবিচাৰে বুলি মোৰ এতিয়াও বিশ্বাস। কেৱল সেয়ে নহয়, ভাৰতৰ পৰা বিচ্ছেদত এই বিপ্লৱী জনগণে সমৰ্থন দিয়া নাই বুলিয়েই মোৰ বিশ্বাস। তদুপৰি সাৰ্বভৌম অসমৰ বাবে মানুহৰ জীৱনৰ প্ৰতি নিৰ্মম অৱজ্ঞাৰে শিশুৰ পৰা বৃদ্ধলৈকে নিৰপৰাধ লোকক হত্যাকৰাত আমাৰ বিপ্লৱী জনগণ বিপদত পৰিছে।

অসমৰ এই 'বিপ্লৱী জনগণ'ৰ অৱস্থা হৈছে আমাৰ ডেকা বয়সত এজন বন্ধুৰ ভুইঁতালিৰ বাবে হোৱা মোৰ অৱস্থাৰ দৰে। তাৰ বিয়াৰ ছোৱালী চাবলৈ যাওঁতে লগত লৈ গৈ সি মোক ডাক্তৰ বুলি চিনাকি কৰি দিলে। "হেৰৌ, এইখন গাঁৱৰ মানুহে ডক্টৰক কি কেয়াৰ কৰিব? ডাক্তৰ বুলি ক'লে মোৰেই মান বাঢ়িব।" ছোৱালীজনী অপৰূপ সুন্দৰী আছিল। তাৰ প্ৰবল আগ্ৰহ দেখি ময়ো না নকৰিলোঁ। ভব্যগৰ্ব্য গহীন গম্ভীৰ ডাক্তৰৰ ভাও জুৰিলো। কিন্তু বদমাছ তাতে সন্তুষ্ট নহৈ চিকিৎসক হিচাপে কৃতিত্বৰ দীঘলীয়া প্ৰশংসাত লাগি গ'ল। কেনেকৈ মৰণ পথযাত্ৰীক জীৱন দিলো, দুৰাৰোগ্য বেমাৰৰ পৰা ৰোগীক উদ্ধাৰ কৰিলো, কেনেকৈ ভে'লোৰৰ পৰা নিৰাশ হৈ উভতি অহা ৰোগীক বচালো, ইত্যাদি। তাৰ বিয়াৰ বন্দোবস্তও পকা হ'ল আৰু মোকো গোটেই চুবুৰিৰ বুঢ়াবুঢ়ী বিলাকে বেৰি ধৰিলে। কোনো কাৰো বিশ বছৰৰ পুৰণা কঁকালৰ বিষ, কাৰো সপোনত চঁক খাই টোপনি নহা, কাৰো অম্লপিত্ত, কাৰো উদফাই, কাৰোবাৰ বা তালু অনবৰত গৰম হৈ থকা ... অতিকষ্টে সেই

পৰিস্থিতিৰ পৰা উদ্ধাৰ পোৱা গ'ল। উভতি আহোঁতে বাটত তাক উধাইমুধাই গালি পাৰিলো কিন্তু সি ধূৰ্তই কেৱল হাঁহি-হাঁহি-চৰ্চৰণি খায়।

আমাৰ 'বিপ্লৱী জনগণ' ঠিক এই অৱস্থাতে পৰা নাইনে? চি আৰ পি দেখিলে কিছু 'বিপ্লৱী জনগণ' উধাতু খাই দৌৰে। কোনো কোনো 'বিপ্লৱী জনগণে' ছয়বজাৰ পিছত ঘৰৰ পৰা নোলায়। আৰু এচাম 'বিপ্লৱী জনগণে' শুকান মুখেৰে সেনাবাহিনীৰ শিবিৰত হেৰোৱা ল'ৰা বিচাৰি হাবাথুৰি খায়। আৰু এচামে কেৱল চকুলো টোকে। বিপ্লৱী নহলেও উপায় নাই, কেতিয়া গুলিৰ খুন্দাত মূৰৰ খোলা চুচুৰি হয় ঠিকানা নাই। সেয়ে অসমৰ জনগণ এতিয়া দোৰ্দোৰ বিপ্লৱী হৈছে। এই 'বিপ্লৱী জনগণে' প্ৰসংগ ক্ৰমে লুকাই-চুৰকৈ হ'লেও পঢ়ে। আমি তেওঁলোকৰ ওচৰত দায়বদ্ধ বুলি ৰবাই নকৰো। কিন্তু আমি তেওঁলোকৰ বাবেই লিখোঁ।

সাৰ্বভৌম অসমৰ বিবৃতি যদিও অসম-বৰ্মা সীমান্তৰ পৰা আহে, তথাপি তাৰ ভাষা অবিকল 'বুধবাৰ' কাকতৰ ভাষা। আনকি সাৰ্বভৌম অসমে 'বুধবাৰ' কাকতৰ দৰে একে ভাষাৰ ভুলকে (যেনে 'অবিবেচকী') কৰে। বিপ্লৱে গুৱাহাটীৰ পৰা পাটকাই-লৈকে কেনেকৈ মানুহৰ ভাব-ভাষা এক কৰি পেলাইছে, তাৰ অকাট্য প্ৰমাণ।

'বুধবাৰে'ই এসময়ত লিখিছিল যে অসমৰ বাইজে নিজৰ চিন্তা-ভাবনা, বিচাৰবুদ্ধি বিসৰ্জন দি ছাত্ৰ সন্থাৰ চেঙেলীয়া নেতাসকলৰ ওপৰতে সকলো এৰি দিয়া বাবেই অসম আন্দোলনৰ অধঃপতন ঘটিছিল। তেন্তে এতিয়ানো আমি কোনো সংগঠনৰ হুকুম, ফৰমান, ফটোৱাৰ ওপৰতে নিৰ্ভৰ কৰি চলিলে পাৰ পাম কেনেকৈ? নিজৰ ৰবীয়াকৈ চিন্তা কৰিবই লাগিব।

কিছুমান প্ৰশ্ন উঠিছে। সাম্প্ৰতিক বিবৃতিত কোৱা হৈছে যে সাৰ্বভৌম অসমৰ নায়ক সকলক 'উগ্ৰ অসমীয়া ভাষীৰ সংগঠন হিচাপে চিহ্নিত কৰিবলৈ এচাম ৰাষ্ট্ৰযন্ত্ৰৰ দাসে চেষ্টা চলাই আছে। উত্তৰত তেওঁলোকে কৈছে যে সংগঠনৰ পিনৰ পৰা 'প্ৰতিটো জনগোষ্ঠীৰে ভাষা-সংস্কৃতি চৰ্চাৰ অধিকাৰ তথা আত্মনিয়ন্ত্ৰণৰ অধিকাৰক মুক্তভাৱে স্বীকৃতি প্ৰদান' কৰা হৈছে।

সজ, সজ। পিছে এবছৰ আগতে সংগঠনৰ পিনৰ পৰাই সমান স্পষ্টতাৰে সকলো জনগোষ্ঠী মিলাই 'নিৰ্জাতিকৰণ' কৰাৰ তত্ব প্ৰচাৰ কৰা হোৱা নাছিলনে? সেই বহু প্ৰচাৰিত তত্ব এতিয়া ক'লৈ গ'ল? যদি সেই তত্ব ভুলেই আছিল, তেনেধৰণৰ ভুল সংগঠনটোৱে আৰু কৰিব নোৱাৰেনে? যেনে, এতিয়া আলোচনা কৰিব নোৱাৰাৰ কথাটো। বহু মানুহ-দুমুহ মৰি নাৰকীয় পৰিবেশ হোৱাৰ পিছত কেইবছৰমানৰ মূৰত যদি দেখা যায় যে সংগঠন আলোচনাত বহিছে, তেনেহ'লে আমি কি বুলি ক'ম?

তদুপৰি বিবৃতিটোত কোৱা হৈছে যে অসমৰ 'স্বাধীনতা' নিবিচৰা বহুতীয়া বুদ্ধিজীৱী সকলে অসমৰ জনগণৰ কোনো ন্যায়সংগত অধিকাৰেই নিবিচাৰে, কেন্দ্ৰৰ বিৰুদ্ধে কোনো প্ৰতিবাদেই কৰিব নোখোজে। এই কথাটোও গোটাই মিছা। বৰ্ত্তমান ৰাজনৈতিক ব্যৱস্থাত যে অসমৰ সমূহ জনগণ অৱহেলিত আৰু কিছুদূৰ নিষ্পেষিত কথাটো আন বহুতৰ লগতে এই লেখকেও বহুদিন ধৰি বহুবাৰ কৈছে। সিমান গৰ্জন নকৰিলেও দৃঢ়ভাবেই কৈছে। তাৰ বিৰুদ্ধে গণ আন্দোলনৰ পোষকতাও কৰিছে। সেয়ে সকলো সমালোচকৰ গতি বিপ্লৱী আল্‌কাতৰা সানি নিজে নিৰ্মল হৈ থকাৰ কৌশল মানি লব নোৱাৰি।

সংগঠনৰ কেতবোৰ সিদ্ধান্ত আৰু উক্তি অতি অদ্ভুত। অপহৃত লোকসকলৰ শোকাতুৰা পত্নীসকলে সংগঠনৰ ওচৰত কাতৰ অনুৰোধ জনোৱাত তেওঁলোকক সমিধান দিয়া হ'ল যে, তেওঁলোকে স্বামীসকলৰ প্ৰাণ বচাব খুজিলে অসমখনক স্বাধীন কৰি দিবলৈ ভাৰতৰ প্ৰধানমন্ত্ৰীক খাটনি ধৰা উচিত। অসহায়া আৰু শোকেদুখে বিবুধি হোৱা মহিলাসকলে বাৰু নৰসিংহ ৰাওক সেইবুলি খাটিলেই। তেওঁলোকৰ কথা শুনিয়েই নৰসিংহ ৰাওৱে অসমখনক স্বাধীন কৰি দিবনে ?

সাৰ্বভৌম অসমৰ নায়কসকলে যদি সঁচাকৈ নিজকে এক বিকল্প চৰকাৰ বুলি ভাবেই, তেনেহলে তেওঁলোকৰ আচৰণ আৰু প্ৰকাশিত মতামতত এখন চৰকাৰৰ উপযুক্ত গাম্ভীৰ্য্য আৰু সুবিবেচনা থাকিব লাগিব। যাকে তাকে য'তে ত'তে হত্যা কৰিলে আৰু যিহকে তিহকে কৈ ফুৰিলে টুলুঙা স্বভাৱহে প্ৰকাশ পাব। এইবোৰ বিষয়ত বেছি বিপ্লৱ নকৰাই ভাল নেকি ? "বিপ্লৱী জনগণে" কি কয় ?

## "মহা মহা" চিন্তানায়কৰ কথা

মহা মহা চিন্তানায়ক সকলৰ প্ৰতি এচাম লোক অতিশয় ৰোষান্বিত। তেওঁলোকৰ মতে চৰকাৰী বঁটা বাহন ল্যাভৰ বাবেই আমি এনে 'চিন্তা'ৰ বেপাৰ কৰিছোঁ। আমাৰ যুক্তি আৰু চিন্তাৰ শলাগ ল'লে অৱশ্যে আমি আনন্দ নোপোৱাকৈ নাথাকোঁ। কিন্তু এই ধৰণৰ স্বীকৃতি আমাৰ ক্ষেত্ৰত বাইজৰ পৰাই আহিছে। অসম চৰকাৰেই হওক, বা ভাৰত চৰকাৰেই হওক, আমাক সন্মান কৰাতকৈ অসন্মানেই বেছি কৰিছে। এই ক্ষেত্ৰত দূৰদৰ্শন আৰু আকাশবাণীত সঘনে প্ৰচাৰ কৰা উপলুঙাবোৰৰ আন অৰ্থ কি হ'ব পাৰে ?

পুনৰ কওঁ, জখলাৰ এখিবোৰ খাপত ভৰি দিলে মানুহ গণ্যমান্য হয়, চৰকাৰৰ নিমন্ত্ৰণ সত্বেও শতকৰা নিৰানব্বৈটা ক্ষেত্ৰতে মই তেনে খাপত ভৰি দিয়া নাই।

কাৰণ নিজৰ বিবেকৰ মুখত সোপা দিলেহে নিশ্চিন্তমনে এনেবোৰ থাপত জৰি দিব পৰা যায়। জাতীয়তো হয়েই, আন্তৰ্জাতিক ক্ষেত্ৰতো আমাক বিপদত পেলাবলৈ চৰকাৰ সক্ৰিয়। ১৯০৩ চনত ১৯৬২ চনৰ পিছত চীনলৈ যাবলৈ ওলোৱা দ্বিতীয় ভাৰতীয় সঁজাতী দলত চৰকাৰে মোক যাবলৈ দিয়া নাছিল চক্ৰান্ত কৰি। এতিয়াও বিদেশী বিশ্ববিদ্যালয়ৰ কাৰ্য্যসূচীত যোগ দিবলৈ মই নিমন্ত্ৰণ পাওঁ কাৰ্য্যসূচী শেষ হোৱাৰ পিছত। সেয়ে চৰকাৰী চিন্তাৰ মুখপাত্ৰ হোৱাৰ প্ৰশ্ন নুঠে। পিছে, সমালোচক সকলে এইটোও কব নোৱাৰে যে আমি চি আই এৰ অনুগ্ৰহপ্ৰাপ্ত চৰকাৰবিৰোধী বুদ্ধিজীৱী ॥

## পুনশ্চ :

আজি কিছুকাল ধৰি আল্‌ফাৰ সমৰ্থক সকলে সমালোচক সকলৰ বিৰুদ্ধে নতুন যুক্তিৰ ফৰ্মুটি মাৰিছে কিছুমান। সেইবোৰ এনে—সমালোচক সকল স্থিতাৱস্থাৰ সমৰ্থক,অত্যাচাৰী চৰকাৰৰ সৈতে সহাৱস্থান বিশ্বাসী , ব্যক্তিসন্ত্ৰাসক গৰিহণা দিলেও চৰকাৰী সন্ত্ৰাসৰ লগত তাক একেশাৰীতে থব নোৱাৰি , উগ্ৰপন্থী সকলে জনগণৰ হৈ জনগণৰ স্বাৰ্থতে যুদ্ধ কৰিছে, আৰু সেয়ে আমাৰ সহানুভূতি দাবী কৰে। ইত্যাদি।

সমালোচক সকলে সমাজত চলি থকা চৰকাৰী আৰু বেচৰকাৰী অন্যায়ৰ বিৰুদ্ধে কোনো মাত মতা নাই—এইটো এক নিৰ্লজ্জ দুৰ্ণামৰটনা। যি অৰ্থনৈতিক নীতিৰ ফলত দেশৰ জনগণৰ মূৰৰ ওপৰত দাৰিদ্ৰ্যৰ বোজা বাঢ়িছে আৰু চৰকাৰী দমনযন্ত্ৰই জনসাধাৰণৰ জীৱন কেনে দুৰ্ব্বিষহ কৰি তুলিছে, সেই কথা বাৰে বাৰে উগ্ৰপন্থাৰ কোনো কোনো সমালোচকে কৈছে। সেইটো দেখিও নেদেখা এক জঘন্য অপকৌশল।

কিন্তু সমালোচক সকলক স্থিতাৱস্থাৰ সমৰ্থক বুলি তৰ্কৰ থাটিৰত ধৰি ল'লেও প্ৰশ্ন উঠে—উগ্ৰপন্থী সকলৰ প্ৰদৰ্শিত পথে জনসাধাৰণক ত্ৰাণ কৰিব পাৰিনে ? নে সি সমাজত বিশৃংখলা বঢ়াই নি ফেচীবাদী শাসন প্ৰতিষ্ঠা কৰাত সহায় কৰিব ? জনসাধাৰণে হাতত অস্ত্ৰ নোলোৱাকৈও ফেছিবাদৰ সৈতে যুঁজিব পাৰে। ১৯৭৫ ৰ পৰা ১৯৭৭ৰ ভিতৰতো যুযুঁজাকৈ থকা নাছিল। কিন্তু নেতৃত্বত উগ্ৰপন্থী থাকিলে সেই জনসংগ্ৰাম বিপথগামী হ'বলৈ বাধ্য। আৰু জনসংগ্ৰাম বিপথগামী হলে ফেছিবাদৰ সুবিধা বেছি হয়। মাৰ্কিন আন্তৰ্জাতিক বড়যন্ত্ৰৰো অভিপ্ৰায় সেয়ে।

উগ্ৰপন্থী সকল প্ৰকৃত বিপ্লবী বুলি মানি ল'বলৈ আমাৰ অসুবিধা হৈছে কিয় ? তেওঁলোকৰ আচৰণে কোনো দায়িত্বশীল সংগঠনৰ সুচিন্তিত কাৰ্য্যকলাপৰ প্ৰমাণ

নিদিয়ে। প্ৰকৃত শত্ৰুৰ ঠাইত জনগণৰ মাজৰ অপেক্ষাকৃত নিম্নাখিত প্ৰতিদ্বন্দ্বীৰ ওপৰতে তেওঁলোকৰ বীৰত্ব বেছি। সেই কথা বাদ দিলেও তেওঁলোকৰ কেতবোৰ সিদ্ধান্ত অতি চঞ্চলমতি আৰু অদ্ভুত।

(১) পণবন্দী মুক্তিৰ ক্ষেত্ৰত তেওঁলোকে দিয়া চৰ্তবোৰ ঘনাই সলনি হৈ থাকে কিয়? এনে সংগঠনৰ নিৰ্ভৰযোগ্যতা কিমান?

(২) মদৰ ব্যৱসায়ী সকলৰ ওপৰত নিষেধাজ্ঞা ৩১।৮।৯১ৰ পৰা বাহাল হ'ব বুলি ঘোষণা কৰা হৈছিল। হঠাতে সেই তাৰিখৰ ঠিক আগে আগে আকৌ ঘোষণা কৰা হ'ল যে আচলতে ৩১।৩।৯২ৰ পৰাহে নিষেধাজ্ঞা প্ৰবল হ'ব। বহুতৰ মনত সন্দেহ হ'ব যে আচলতে মদব্যৱসায়ী মহলক হেঁচা দি শকত পৰিমাণৰ ধন আদায় কৰি এই তাৰিখ বদলোৱা হ'ল।

(৩) তিনিচুকিয়া গুৱাহাটীৰ ঠাইত অসমৰ বাহিৰৰ শিলিগুৰি অসমৰ ব্যৱসায়ৰ কেন্দ্ৰ হলে আমাৰ লাভ কি হ'ব? বস্তুৰ দামেই কমিব নে অসমৰ বপ্তানিয়েই বাঢ়িব? এনে শূন্যতা সৃষ্টি কৰি কিবা লাভ আছেনে?

# অম্বিকাগিৰী আৰু অসমৰ সাম্প্ৰতিক জাতীয় সংকট

## আগকথা

এটা কথা সকলোৱে লক্ষ্য কৰিছে যে অসমীয়া জাতীয়তাবাদী লোক সকলে সংকট মুহূৰ্তত লাচিত বৰফুকনৰ দৰে অম্বিকাগিৰীৰ নামো স্মৰণ কৰে। কিন্তু তেওঁলোকে অম্বিকাগিৰীৰ চিন্তাধাৰা কিমান গভীৰভাৱে অধ্যয়ন কৰিছে, সন্দেহৰ কথা। কাৰো চিন্তাধাৰা কাৰ্য্যকৰি কৰাৰ আগতে, তাক নিজৰ জীৱনৰ অংগীভূত কৰাৰ আগতে, চিন্তাধাৰাটো যে কি আছিল জনা দৰকাৰ। এনেহেন্বা অসমীয়াই আগতে আন্দোলন কৰে, পিছত কাৰ্য্যসূচী আৰু লক্ষ্য কি হ'ব ভাবে।

আজিৰ জাতীয়তাবাদী আদৰ্শৰ সদৰ্থক আৰু মংগলজনক দিশবোৰৰ বাটকটীয়া অম্বিকাগিৰীৰ চিন্তাত সেই আদৰ্শৰ কিছুমান নেতিবাচক আৰু বিপজ্জনক দিশবো পূৰ্বাভাস আছে। সেয়ে তেওঁৰ ৰচনাৰ সতৰ্ক, পৰীক্ষামূলক ( critical ) বিচাৰৰ প্ৰয়োজন আছে।

এই প্ৰবন্ধটো এখন সভাত লিখিত ভাষণ হিচাপে পাঠ কৰা হৈছিল। আচৰিত কথা যে প্ৰথমৰ পৰাই এচাম শ্ৰোতাই আগৰ শাৰীত আসন লৈ হাই-উৰুমি কৰি কথা পাতি আছিল, ইফালে সিফালে ঘুৰি ফুৰিছিল, মাজে মাজে ওলাই গৈ আকৌ আসনলৈ ঘুৰি আহিছিল। কথাখিনি ভালদৰে শুনিব খোজা শ্ৰোতাৰ মনোযোগ ব্যাহত হৈছিল আৰু বক্তাৰ ধৈৰ্য্যচ্যুতি ঘটিছিল। তাৰ পিছত দুই-একে অপমান সূচক ইংগিতেৰে আমাৰ বক্তব্যৰ ওজন লঘু কৰা কাণত পৰিছিল। ক্ষমতালোভী মহলৰ প্ৰৰোচনাত বহু অসমীয়াই এনে দুইনম্বৰী কামত হাত পকাইছে। এনে দুই-নম্বৰী আলফাৰ উপদ্ৰৱৰ পৰা আঁতৰত যাতে আমাৰ বক্তব্য ৰাইজে ভালদৰে গমি চাব পাৰে সেই উদ্দেশ্যে ভাষণখিনি পুনৰ্মুদ্ৰিত কৰা হ'ল : ( লেখক )

## কোন দৃষ্টিকোণৰ পৰা বিষয় চোৱা হ'ব

বৰ্তমান অসমত নানা তৰহৰ ৰাজনৈতিক আৰু সামাজিক সমস্যাৰ ঘোৰতৰ সংকটৰ ৰূপ ধাৰণ কৰিছে। সেই সংকটৰ মৰ্ম হৈছে অসমৰ জাতীয় সংকট। অসমৰ সকলো বাসিন্দা এক জাতীয় অস্তিত্ব আৰু চেতনাৰ অংশীদাৰ হৈ থাকিবনে বিভিন্ন জাতীয় সত্তাৰ মাজত বিভক্ত হৈ পৰিব, অসম ভাৰতৰ সৌভাগ্য-দুৰ্ভাগ্য, সুখ-দুখ, উন্নতি অৱনতিৰ অংশীদাৰ হৈ থাকিব নে পৃথকভাৱে তাৰ ভাগ্য অন্বেষণ কৰিব, নে অৱশেষত এই সকলো আকাঙ্ক্ষা আৰু প্ৰচেষ্টাই মৰীচিকাৰ দৰে অসমবাসীক

বিড়ম্বিত কৰিব, এই দশকৰ ভিতৰতে তেনেবোৰ জটিল আৰু উদ্বেগময় প্ৰশ্নৰ সমাধান উলাব।

অতীত আৰু ইতিহাস বৰ্জন কৰি তেনে প্ৰশ্নৰ উত্তৰ বিচাৰিব নোৱাৰি। কাৰণ বৰ্তমানৰ বহু জটিল সমস্যাৰ গাঁথি লাগিছে অতীতৰেই কোনো মুহূৰ্তত—

—সেইবোৰ হয় সময়ৰ লগে লগে নানা আনুষংগিক ধূলি এলান্ধু মিলি অধিক পাকলগা হৈ পৰিছে, নহয় চেতনাৰ অন্তৰালত মৰণ ফান্দৰ দৰে বৈ আছে, তাৰ সাংঘাতিক সুযোগ বিচাৰি। সেইবোৰৰ আঁতিগুৰি নুবুজাকৈ ঘপহ কৰে বৰ্তমানৰ দাম্ভিক আৰু তৰাং আত্মবিশ্বাসেৰে সমস্যাৰ নিৰাকৰণ কৰিবলৈ যোৱাটো যিমানেই সহজ সিমানেই বিপজ্জনক। বৰ্তমান কালত আমি অবলম্বন কৰিব পৰা পন্থা সমূহৰ পৰিসীমাও বহুদূৰ অতীতে নিৰ্ণয় কৰি দিছে। সমস্যা সমাধানৰ উপায় গ্ৰহণ কৰাত আমি কিছু পৰিমাণে স্বাধীন কিন্তু সেই স্বাধীনতাৰে ভৱিষ্যতৰ বাট মোকলাবলৈ যাওঁতে আমি লক্ষ্য কৰিম যে সকলো দিশ আমাৰ বাবে সমানে উন্মুক্ত নহয়। আমি অতীততকৈ কিছু আগবাঢ়ি যাব পাৰিম, কিন্তু আমাৰ ইচ্ছানুযায়ী নহয়।

মন কৰিবলগীয়া কথা এয়ে যে আমি কিবা কৰিবলৈ বিচাৰিলেহে এইবোৰ কথা প্ৰাসঙ্গিক হৈ পৰে। সমস্যাৰ ভীষণতা দেখি আমি হাতভৰি কোঁচাই নিজুঁ মানুহৰ দৰে অদৃষ্টৰ ওচৰত আত্মসমৰ্পণ কৰিব পাৰো আৰু আমাৰ ক্ষুদ্ৰ ক্ষুদ্ৰ জীৱনৰ তৃপ্তি আৰু আৰামৰ চিন্তাত কালাতিপাত কৰিব পাৰো। এইখিনিতেই অম্বিকাগিৰীৰ কণ্ঠই বজ্ৰনিৰ্ঘোষে আমাক সন্ধান দিয়ে অন্য পথৰ :

"দেখা নাই সোৱা। মহা শূন্যত
জঁাপ দি পৰিব মানৱদল,
অসীম কলাৰ মূল খুচৰি
তৃপ্তিৰ জ্ঞান কৌতুহল
তন্ন তন্ন কৰি বিচাৰিব সৃষ্টিকলাৰ
অতল তল,
সকল জগত জিনি গুঞ্জৰিব
মহা মানৱৰ কাকলি কল,
কৰ্মশালিত পাণ্ডপাত হৈ তয়ো হ তাৰ
সংগী ভাই।
তাৰ বাহিৰে মহৎ হোৱাৰ
আন সম্বল একো নাই"

(কৰ্মগীতিকা)

সমস্যা সমাধানৰ অভিযাত্ৰী সাধনাৰেই মানুহ মহৎ হয়। বালিত মূৰ গুজি আত্মৰক্ষাৰ সপোন দেখা মানুহ কেৱল আন মানুহৰ তথা আন শক্তিৰ চক্ৰান্ত আৰু পৰিকল্পনাৰ ক্ৰীড়নক হয়।

অম্বিকাগিৰীৰ ৰচনাৱলীত চকু ফুৰাই চালেই প্ৰমাণ ওলাব যে মোটামুটিভাৱে আমাক আজি ব্যতিব্যস্ত কৰি তোলা সমস্যাবোৰৰ লগত যুজ দিওঁতেই তেওঁৰ জীৱন নিঃশেষ হৈছিল। সেই সমস্যাবোৰৰ ব্যাখ্যা তেওঁ যেনেদৰে দাঙি ধৰিছিল সেইবোৰৰ যেনে সমাধান তেওঁ আগবঢ়াইছিল আজিৰ দৃষ্টিত সেইবোৰৰ কিছুমান ভ্ৰান্ত বা ক্ষতিকৰ বুলিও বিবেচিত হ'ব পাৰে। পাহৰিলে নচলিব যে এক বিশেষ যুগৰ আৰ্থ সামাজিক পৰিস্থিতিৰ তেওঁ সৃষ্টি—আৰু যুগৰ চৰিত্ৰ অনুযায়ী তেওঁৰ চিন্তাধাৰাত ইতিবাচক আৰু নেতিবাচক দুই ধৰণৰ সম্ভাৱনাই আছে। আজি কিছু পৰিমাণে তেওঁ আমাৰ বাটকটীয়া আৰু কিছু পৰিমাণে অধ্যয়ন আৰু সমালোচনাৰ বিষয়। কিন্তু এই সকলোবোৰ বিতৰ্ক তল পেলাই আমাক সচকিত কৰে তেওঁৰ পুৰুষকাৰ, আত্মবিশ্বাস, সংগ্ৰামৰ আহ্বানে।

অৱশ্যে বীৰত্বৰেই জটিল সামাজিক সমস্যাৰ অৱসান ঘটাব নোৱাৰি। এক ইতি-বাচক মনোভাৱ লৈ সমস্যা সমাধানৰ উদ্দেশ্যে ধৈৰ্য্যশীল অধ্যয়ন আৰু বিশ্লেষণ কৰিলেহে সমস্যা সমাধানৰ পথ ওলায়। ভুকুতে কলটো পকাব খোজা ধৈৰ্য্যহীন ইচ্ছাশক্তিবাদ ( Voluntarism ) অৱশেষত হতাশা আৰু ক্ষুব্ধ হিংস্ৰতাৰ মাজত হেৰাই যায়। সমাজ বিজ্ঞানে সেয়ে আমাক সঁকীয়াই দিয়ে যে বাস্তৱৰ পৰিৱৰ্তনৰ বাবে বাস্তৱক অধ্যয়ন মানুহৰ সৃষ্টিশীল সামাজিক জীৱনৰ ভিত্তি। এই অধ্যয়ন আৰু পৰিবৰ্তনৰ সংগ্ৰামে অধ্যয়নকাৰী, পৰিবৰ্তনকামী মানুহৰো পৰিৱৰ্তন সাধে।

## অম্বিকাগিৰীৰ জাতীয়তাবাদৰ পটভূমি

অম্বিকাগিৰীৰ চিন্তাধাৰাৰ মূল প্ৰবাহ হৈছে অসমত অসমীয়াৰ স্বাধিকাৰ প্ৰতিষ্ঠা কৰা আৰু তাৰ ভিত্তিত এক জাতীয় সাংস্কৃতিক জাগৰণৰ উন্মেষ ঘটোৱা। থুল-মূলকৈ এই উদ্দেশ্যে তেওঁ তলত দিয়া কাৰ্য্যসূচী দাঙি ধৰে।

(১) অসমৰ মাটি আৰু সম্পদৰ ওপৰত থলুৱা অসমীয়াৰ স্বত্ব সাব্যস্ত কৰা।

(২) অসমৰ সমূহ জনগণৰ ঐক্য আৰু জাতীয় চেতনাৰ বাবে অসমীয়া ভাষাক প্ৰতিষ্ঠা কৰা, আৰু এই ভাষাতেই এক প্ৰবল জাতীয়বোধ আৰু দেশাত্মবোধ প্ৰচাৰ কৰা।

(৩) শিল্প উদ্যোগ, জ্ঞান-বিজ্ঞান, কলা-কৃষ্টিৰ বিভিন্ন দিশত থলুৱা অসমীয়াৰ

উদ্যম আৰু উদ্যোগত উদ্গনি দি এক সক্ষম, সৃষ্টিশীল জাতি হিচাপে অসমীয়াক গঢ়ি তোলা।

এই কথা নকলে নচলিব যে কোনো কোনো সময়ত এইবোৰ উদ্দেশ্য ঘোষণা কৰোতে যদিও অগ্নিকাগিৰীৰ ভাষা তীব্ৰ আৰু উগ্ৰ হৈ পৰিছিল, মূলত এইবোৰ উদ্দেশ্যৰ মাজত কোনো হিংসা, বা পৰজাতি বিদ্বেষ বা অসহিষ্ণুতাৰ ভেজাল নাই। ঔপনিবেশিক শোষণ শাসনৰ কবলত পৰা অসমৰ থলুৱা জনগণৰ অৱস্থা প্ৰায় মুমূৰ্ষু আছিল। তেওঁলোকে নিজে নিজৰ ভাগ্য নিয়ন্তা হোৱা দূৰৰ কথা বৃটিছ সাম্ৰাজ্যবাদ আৰু তাৰ ৰং-বিৰঙৰ অনুচৰ-অনুগামীৰ নানা কৌশলৰ অসহায় ক্ৰীড়ণক হৈ পৰিছিল।

বৃটিছ শাসিত অসমত সম্পূৰ্ণৰূপে ঔপনিবেশিক বৃটিছ আৰু তাৰ ভাৰতীয় সহযোগী বিলাকৰ দখলত আছিল। সেই নিৰ্মম নিৰবচ্ছিন্ন শোষণৰ কোনো আইন সংগত ৰাজনৈতিক প্ৰতিকাৰ অসমৰ মানুহৰ হাতত নাছিল। দহ বছৰৰ মূৰে মূৰে মাটিৰ খাজনা বঢ়োৱা হৈছিল, কেতিয়াবা শতকৰা এশভাগ। ক্ষুব্ধ প্ৰজাই ৰঙিয়া, পথৰুঘাট, সৰ্থেবাৰী, ফুলগুৰিত এই খাজনা শোষণৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল উনবিংশ শতাব্দীৰ দ্বিতীয়াৰ্দ্ধত। কৃষিজাত দ্ৰব্যৰ মূল্য আছিল তাকৰ আৰু এই কৃষিজাত দ্ৰব্য বিক্ৰী কৰি খাজনা দিবলৈ যোৱা অসমীয়া কৃষক ১৮৪০ চনতে মেজৰ বাটলাৰৰ সাক্ষ্যমতে কেঞা মহাজনৰ কবলত পৰি জনমধৰুৱা হৈছিল। অৱস্থাপন্ন ঘৰৰ যি কেইজন ল'ৰাই উচ্চ শিক্ষা লাভ কৰিছিল, তেওঁলোকো আন প্ৰদেশৰ শিক্ষিত লোকসকলৰ প্ৰতিযোগিতাৰ ফলত চাকৰি-বাকৰি যোগাৰ কৰাত বিশেষ সফল হ'ব পৰা নাছিল। অসমীয়াৰ চকুৰ আগতে বৃটিছ চাহ খেতিয়কে কোটি কোটি টকাৰ চাহশিল্প গঢ়ি তুলি বিলাতৰ সমৃদ্ধি আৰু স্বচ্ছলতাত সহায় কৰিছিল। দুজনমান মাত্ৰ অসমীয়াৰ সৰু-সুৰা বাগান আছিল। বেহা-বেপাৰত অসমীয়া আছিল তেনেই দুৰ্বল। অসমত ধনী মানুহ বুলিলে আছিল মাত্ৰ হাকিম-মুন্সিফ জাতীয় মানুহ। অসমীয়া ভাষাৰ ঠাইত ক'ৰ্ট-কাছাৰি আৰু স্কুল কলেজত বৃটিছে প্ৰৱৰ্তন কৰিছিল বঙালী। বঙালী ভাষা প্ৰৱৰ্তন কৰিলে বংগদেশৰ শিক্ষিত লোকৰ হতুৱাই কম খৰচতে প্ৰশাসন চলোৱা সুবিধা হয়। নতুনকৈ অসমীয়া ভাষাক ঔপনিবেশিক প্ৰশাসনৰ বাবে গঢ়িপিতি লোৱাৰ কষ্টখিনিও কমে। অৰ্থাৎ সেই আমোলত অসমত অসমীয়া মানুহ আছিল মৃতপ্ৰায়।

অসমৰ লাখ লাখ একৰ মাটি ( fee simple ) পৰ্য্যায়ত পেলাই প্ৰায় বিনামূলীয়াকৈ চাহবাগানবোৰক দিয়া হৈছিল। চাহ উদ্যোগৰ পৰা অসমৰ উন্নতি আৰু কল্যাণৰ বাবে খৰচ কৰিবলৈ কোনো ধন নাহিছিল। চাহ উদ্যোগৰ উপাৰ্জন অসমৰ বাহিৰলৈ

সৰ্বাংশে আঁতৰি গৈছিল। তাৰপিছতো চাহ বাগানৰ সুবিধাৰ্থেই চহৰবোৰৰ বাটঘাট বন্দোৱা হৈছিল, চহৰ বোৰৰ সামান্য আয়ৰ পৰা। ৰেল লাইন বন্ধা হৈছিল কেৱল চাহ বাগানৰ সুবিধাৰ বাবে। সেয়ে আজিও নগাঁও, যোৰহাটৰ দৰে প্ৰধান চহৰৰ লগত ৰেল সংযোগ ভাল নহয়। তাৰ পিছত অসমৰ চন পৰি থকা মাটিত খেতি কৰিবলৈ পূৰ্ববঙ্গৰ জমিদাৰি শোষণত নিঃস্ব খেতিয়ক হেজাৰ বিজাৰ অসমলৈ অনোৱা হৈছিল বৃটিছ মৰাপাটৰ কলৰ বাবে সস্তাতে মৰাপাট উৎপন্ন কৰিবলৈ আৰু বৃটিছ ধন ভৰালত খাজনা জমা দিবলৈ। বিশেষকৈ প্ৰথম মহাযুদ্ধৰ পিছত।

এনেবোৰ ঘটনাৰ পিছত—যিবোৰ ঘটনাৰ ওপৰত অসমৰ থলুৱা জনসাধাৰণৰ কোনো হাত নাছিল—অসমৰ খিলঞ্জীয়া জনবিন্যাস বিপৰ্য্যস্ত হৈ পৰিছিল। অসমৰ সাংস্কৃতিক পৰম্পৰা ৰক্ষা কৰাত আউল লগাৰ আশংকা দেখা দিছিল।

এইবোৰ বিপদৰ পৰিপ্ৰেক্ষিততহে অম্বিকাগিৰীৰ জাতীয়তাবাদী চিন্তাধাৰাৰ উদ্ভৱ আৰু তীব্ৰতা বুজিব পাৰি। অসমৰ জনসাধাৰণৰ বিপদ উপলব্ধি কৰি, জাতীয়তাবাদী উন্মাদনাৰে সকলোকে উদ্বুদ্ধ কৰি, এইবোৰ বিপদ অতিক্ৰম কৰাৰ হাবিয়াস আৰু প্ৰচেষ্টা আছিল অম্বিকাগিৰীৰ। বাহিৰা শত্ৰুৰ হেঁচা, বাহিৰা শত্ৰুৰ আক্ৰমণ আদি সেই সময়ত বাকালংকাৰ নাছিল, আছিল ভয়াবহ বাস্তৱতা। কিন্তু সেই শত্ৰুৰ চৰিত্ৰ কি, সেই বিষয়ে তেওঁৰ ধ্যান-ধাৰণা পূৰ্ণাংগ নাছিল।

ব্ৰিটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে সমগ্ৰ ভাৰত ব্যাপি হোৱা স্বাধীনতা যুদ্ধত অম্বিকাগিৰী আছিল সক্ৰিয় যোদ্ধা। অসমৰ জনসাধাৰণৰ দুৰ্বলতাৰ বাবে ব্ৰিটিছ আধিপত্যই যে প্ৰধানকৈ দায়ী তেওঁ নুবুজাৰ কাৰণ নাই। কিন্তু বহু সময়ত মধ্যবিত্ত অৱস্থানৰ পৰা অসমৰ শত্ৰুতা কৰা শক্তিসমূহক লক্ষ্য কৰা বাবে তেওঁৰ মনত ব্ৰিটিছ সাম্ৰাজ্যবাদতকৈ তাৰ সহযোগী ভাৰতীয় ৰঘুমলা বিলাকহে বেছিকৈ তেওঁৰ চকুত পৰিছিল। বিশেষকৈ স্বাধীনতাৰ পিছত ব্ৰিটিছ সাম্ৰাজ্যবাদৰ প্ৰত্যক্ষ শাসন ৰহিত হোৱাত সাম্ৰাজ্যবাদৰ অব্যাহত শোষণ আন বহুতৰ দৰে তেওঁৰ চকুতো নপৰা হ'ল। অসম সাহিত্য সভাৰ ২১শ অধিবেশনৰ সভাপতি হিচাপে দিয়া তেওঁৰ অভিভাষণত অসম শত্ৰু তিনি বিধ উল্লেখ কৰিছে—বেংগলীষ্ট, পাকিস্তানিষ্ট আৰু কমিউনিষ্ট। জ্যোতিপ্ৰসাদে কিন্তু প্ৰায় একে সময়ৰ শিল্পীৰ পৃথিবী "ভাষণখনত কমিউনিষ্ট আৰু ছচিয়েলিষ্ট সকলক ৰাইজৰ সেৱক বুলি কৈছে আৰু ৰাইজৰ শত্ৰু হিছাপে চিহ্নিত কৰিছে ধনতন্ত্ৰবাদ আৰু সাম্ৰাজ্যবাদক। অসমৰ থলুৱা কৃষ্টিৰ দুজন সমসাময়িক যুগন্ধৰ ব্যক্তিৰ এই মত পাৰ্থক্য লক্ষ্য কৰিব লগীয়া।

## সাম্রাজ্যবাদ আৰু জাতীয় মুক্তি

তথাপি ব্রিটিছ সাম্রাজ্যবাদৰ বিৰুদ্ধে অম্বিকাকাগিৰীৰ ৰচনাত ক্ষোভ আৰু বিদ্রোহৰ অভাৱ নাই। ১৯৪২ চনত "ভাৰত ত্যাগ" আন্দোলনৰ সময়ত "স্বাধীন পঞ্চায়ৎ ৰাষ্ট্র গঠনৰ প্রাথমিক আঁচনি" এখন লিখি ছপা কৰি তেওঁ বিলাই দিছিল। কাৰণ হিছাপে পাতনিত তেওঁ কৈছিল :

"গাৱত নিয়মতান্ত্রিক সুশৃংখল দৃঢ় ভিত্তি স্থাপন নকৰাকৈ গাঁৱলীয়া ৰাইজৰ শৃংখলিত সংঘবদ্ধ শক্তিৰ সমৰ্থন উপাৰ্জন নকৰাকৈ বিশৃংখল, উচ্ছৃংখলভাৱে অত ত'ত কিবা এটা কৰি, অপৰ্য্যাপ্ত কামান, বন্দুক, টেংক, এৰোপ্লেন আদি মৰণাস্ত্র লৈ আমাক দাসত্বৰ পৰা মুকলি কৰি নিদিওঁ বুলি খোলাখুলিকৈ কৈ দিয়া ব্রিটিছৰ সাম্রাজ্যিক শক্তিৰ বিৰুদ্ধে ফলদায়ক একো কৰিব পৰা নহ'ব।" (অম্বিকাগিৰী ৰচনাৱলী পৃঃ ৫৩১)।

এই উক্তিত এহাতে যেনেকৈ 'ভাৰত ত্যাগ' আন্দোলনৰ দূৰ্বলতাৰ বিৰুদ্ধে সঁকীয়নি প্রকাশ পাইছে, তেনেকৈ বৃটিছ সাম্রাজ্যবাদৰ বিৰুদ্ধে সংগ্রামী মনোভাবো স্পষ্ট।

চেতনাৰ ষষ্ঠ বছৰ, প্রথম সংখ্যাত প্রকাশিত "আমি যুঁজিব লগীয়া শত্রু-শক্তি" (ৰচনাৱলী, পৃঃ ৯৫৯ ৯৬১) এই পিনৰ পৰা বিশেষ তাৎপৰ্যপূৰ্ণ। ইয়াত অম্বিকাগিৰীয়ে স্পষ্টভাষাত কৈছে যে ভাৰতৰ বৃটিছ ধনতন্ত্রৰ অনুচৰ। সেই চৰকাৰে উল্লেখ কৰা স্বায়ত্ত শাসনৰ ভৰসা সম্পৰ্কে তেওঁ লিখিছে :

"এনেকুৱা মুখত অমৃত যেন টোপৰ ভিতৰত লুকুৱাই ৰখা বৃটিছৰ আচল স্বাৰ্থৰ বিলাতী ধনী মহাজন সকলৰ প্রভুত্ব বিস্তাৰ কৰা বৰশীটো অনেকেই মানিব নোৱাৰে।" (পৃঃ ৯৫৯)

* * *

সেইবাবে ইংৰাজী ৰাজকৰ্মচাৰী বিলাক ভাৰতৰ আচল যুঁজিব লগীয়া ভেটা নহয়, ভাৰতে আচলকৈ যুঁজিব লাগিব ইংলণ্ডৰ ধনী মহাজন বিলাকৰ লগতহে। ইয়ে প্রজাতন্ত্রৰ ভাও ধৰি ইংলণ্ড শাসন কৰিছে আৰু ইংলণ্ডৰ হাতেদি ভাৰত শাসন কৰিছে।"

এই ৰচনাখনৰ বিশ্লেষণ আৰু ভাবধাৰা সমাজবাদী আৰু সাম্যবাদী দৃষ্টিকোণৰ ঘনিষ্ঠ। আচৰিত নহয় তেওঁ ইয়াত ৰুছ বিপ্লৱ দমন কৰিবলৈ বৃটিছ চৰকাৰে তেৰশ কোটি টকা ব্যয় কৰা কথাটো ঘৃণাৰে উল্লেখ কৰিছে আৰু দেশ বিদেশৰ বনুৱা সকলৰ আন্দোলনৰ প্রতি সহানুভূতি প্রকাশ কৰিছে। এই সূত্রেই তেওঁ পিছলৈ ঘোৰ শত্রু জ্ঞান কৰা কমিউনিষ্ট সকলৰ প্রতিও সহানুভূতি দেখুৱাইছে :

"অলপমান তেওঁলোকৰ স্বাৰ্থৰ ব্যাঘাত হোৱা যেন দেখিলেই ধনী মহাজন সকলে বন্ধুৱা বিলাকৰ বিৰুদ্ধে যুঁজিবলৈ একমুখ হৈ ওলায়। ইউৰোপত এনে হোৱাটোলৈ মন কৰক, ৰুছিয়াৰ বাহিৰে শ্ৰীৰায়চোধুৰীদেৱে "ডেকা অসম" কথাটো ব্যৱহাৰ কৰিছে। ঘৰৰ বাহিৰ খনক মুক্ত কৰিব লাগিলে আগতে ঘৰৰ ভিতৰখনক মুক্ত কৰিব লাগিব। এয়ে শ্ৰী ৰায়চৌধুৰী দেৱৰ সংৰক্ষিণী ফিলছফী।" (৫০৯)

আকৌ "আত্মৰক্ষী বাহিনীৰ সংগঠন" নামৰ প্ৰচাৰ পত্ৰত তেওঁ লিখিলে :

"কংগ্ৰেছৰ দ্বাৰা গঠন কৰা 'সেৱাদল' নিখিল ভাৰত কংগ্ৰেছৰ আজ্ঞা-অনুজ্ঞা মতে চলিব বাবে, অসমৰ বিশেষ অৱস্থাত বিশেষ আৱশ্যকতালৈ সি কামত নাহিবও পাৰে, নাইবা কামত খাটিলেও সি অসমীয়াৰ জাতীয় স্বাৰ্থৰ প্ৰতিকূলে যাব পাৰে।"

কিন্তু 'অসম জাতীয় মহাসভাই গঠন কৰা 'অসম আত্মৰক্ষী বাহিনী' নিখুতকৈ অসমীয়াৰ জাতীয় বাহিনী। অসমীয়াৰ জাতীয় দেশ অসমত অসমীয়াৰ জাতীয় স্বাৰ্থৰ সৰ্বাংগিক সংৰক্ষণ, সংগঠন আৰু সংবৰ্দ্ধনেই ইয়াৰ ঘাই লক্ষ্য।" ( পৃঃ ৪৮৬ )

এইদৰে জাতীয় স্বাধীনতা আৰু আঞ্চলিক জাতিসত্তাৰ মুক্তি দুইটা তেওঁৰ বিচাৰত স্বকীয়া বস্তু হৈ পৰিছে। তেওঁ দিয়া সূত্ৰায়ন ( formulation ) এনে হৈ পৰিছে যেন আগতে অসমীয়াই নিজকে স্বাধীন আৰু স্বাৱলম্বী কৰি লব নোৱাৰিলে আন ভাৰতীয়ৰ মুক্তিৰ বাবে যুঁজিবলৈ যোৱাটো হাস্যকৰ কথা।

এইটো দেখদেখকৈ এক অবাস্তৱ আৰু বিপজ্জনক অৱস্থান। যদি ভাৰতৰ সমূহীয়া শত্ৰুৰ লগত যুদ্ধৰ পৰা ফালৰি কাটি শাহি কেৱল অসমৰ ভাৰতীয় শোষণকাৰী বিলাকৰ বিৰুদ্ধে একান্তভাৱে যুঁজত লগা হয়, তেনেহলে সাম্ৰাজ্যবাদে ভেদনীতি প্ৰয়োগ কৰিবলৈ সুযোগ পাব আৰু জাতীয় স্বাধীনতা সংগ্ৰামৰ দুৰ্বলতাৰ ফলত অসমৰ মুক্তি প্ৰচেষ্টাও দুৰ্বল হৈ পৰিব।

এই বিষয়ে অম্বিকাগিৰী একেবাৰে উদাসীন বুলি ভাবিলে ভুল হ'ব। স্বাধীন পঞ্চায়ত ৰাষ্ট্ৰ গঠনৰ আঁচনি খনত তেওঁ কৈছে :

"এইদৰে আমাৰ গাঁও বিলাক সংগঠিত হ'লে, ভাৰতত ভাৰত মহাজাতীয় স্বাধীনতা আৰু অসমত অসমীয়াৰ জাতীয় স্বাধীনতা সংস্থাপনৰ দুয়োটা কাম সুদৃঢ় শৃংখলিত ভিত্তিত অংগাংগী ভাৱে পৰিপূৰ্ণ হৈ উঠিব।" ( পৃঃ ৫০৯ )

কিন্তু এই দুই নম্বৰ পৰস্পৰ পৰিপূৰক চৰিত্ৰ ভাৰতৰ জাতীয় কংগ্ৰেছে মানি লোৱা নাছিল কিয়? মানি লোৱা হ'লে বিচ্ছিন্নতাবাদৰ বিপদৰ শিপা তাহানি খনতে উভালি থব পৰা গ'লহেঁতেন।

## অসমৰ পুঁজি আৰু ভাৰতৰ মুক্তি

অসমীয়াৰ জাতীয় মুক্তি মানে কি ? অম্বিকাগিৰীৰ নিজৰ ভাষাত :

"অসমৰ মাটি অসমীয়াৰ চিৰকলীয়া পৈতৃক জাতীয় সম্পত্তি। এই পৈতৃক জাতীয় সম্পত্তি অসমীয়াই সংঘবদ্ধ শক্তিৰে সৰ্বতোভাবে ৰক্ষা কৰিবই লাগিব। নহ'লে অসমীয়াৰ ৰক্ষা নাই।" ( পৃঃ ৫৪৪ )

* * *

"কোনো দেশৰ খিলঞ্জীয়া লোক এচামৰ অন্তৰত যেতিয়া আত্ম বিশ্বাসৰ হানি ঘটে। কৰ্মধাৰাৰ গতিশীল পাৰ্থক্যই নিষ্ক্ৰিয়তাৰ চেঁচা বতাহ পাই পংগুত্ব প্ৰাপ্ত হয়, তেতিয়া বাহিৰৰ লোলুপ স্বাৰ্থই সেই লোক সমষ্টিৰ ওপৰত জঁপিয়াই পৰি তাৰ খিলঞ্জীয়া অধিকাৰ উচ্ছেদ কৰি তাৰ পৈতৃক ভূমিক বিৰোধী অধিকাৰ স্থাপন কৰে।" ( পৃ' ৫৭০ )

* * *

বৃহত্তৰ ভাৰতৰ সকলো অধিবাসী একোটা সম্মিলিত মহাজাতিৰ অন্তৰ্ভূক্ত হ'লেও প্ৰত্যেকৰে একোটা নিজস্ব বৈশিষ্ট্য আছে। সকলো ফালেদি সেই বিশেষত্ব বিলাকৰ পুষ্টি সাধনেৰে নিজস্ব জীৱনৰ পূৰ্ণতা সম্পাদন কৰিলেহে ভাৰতৰ বিৰাট সম্মিলিত মহাজাতীয় জীৱনটোও পৰিপূৰ্ণ সুস্থতাত স্বাস্থ্যবান হৈ গঢ়ি উঠিব পাৰিব।" (পৃঃ ৫৭১)

"প্ৰাদেশিক স্বতন্ত্ৰতা আৰু তাৰ জাতীয়তা গঠনৰ এই এটা স্বাভাৱিক বিধান। এই বিধানৰ বিপক্ষে চলি ভাৰতৰ কেন্দ্ৰীভূত কোনো শক্তিয়েই আজিলৈকে সফল কাম হোৱা নাই নহলে বংগ আজি বংগ নাথাকি মাৰাঠী বা কামৰূপী হৈ গ'ল-হৈঁতেন।" ( পৃঃ ৫৯৪ )।

* * *

"অসমীয়াক লাগে নিজ দেশত তাৰ আত্মনিয়ন্ত্ৰণৰ নিৰ্বিবাদ অধিকাৰ , অসমীয়াক লাগে, তাৰ নিজ দেশত এক জাতীয়তা ( homogeneity ), অসমীয়াক লাগে নিজ দেশৰ আৰ্থিক, সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক সমস্যাৰ সমাধান, যিবিলাকৰ সমাধান সি আন কোনো প্ৰদেশত আশা কৰা অসম্ভৱ, অসমীয়াক লাগে, নিজৰ আদৰ্শৰ পথেৰে নিজ দেশত তাৰ আত্মবিকাশৰ মুকলি অধিকাৰৰ পূৰ্ণ স্বাধীনতা যিটো সি বিভিন্ন আদৰ্শযুক্ত লোকৰ সংখ্যাধিকাৰ লাভ কৰিবৰ বাবে আশা নাই।" ( পৃঃ ৬২২ )

দেখা যায় যে অম্বিকাগিৰীৰ মতে অসমৰ থলুৱা বাইজে বাহিৰৰ আধিপত্য বা প্ৰাদুৰ্ভাৱৰ পৰা মুক্ত হৈ নিজৰ ভাগ্য নিজে নিৰ্ণয় কৰিব পৰাই অসম-অসমীয়াৰ স্বাধীনতা কিন্তু ভাৰতীয় মহাজাতীয় মহাসংঘৰ মাজতে থাকি এই অধিকাৰ, এই মুক্তি লাভ কৰা সম্ভৱ বুলি ৰায় চৌধুৰীয়ে ভাবিছিল।

সেই সময়ত বিশেষ কিছুমান বিপদৰ বাবে অম্বিকাগিৰীয়ে অসমৰ মুক্তিৰ কথাটো জোৰ দি কবলগীয়া হৈছিল। এটা হৈছে বঙালী মধ্যশ্ৰেণীৰ আধিপত্যবাদী মনোভাব সাধাৰণতে অসমীয়া ভাষা কৃষ্টিৰ স্বকীয়তা স্বীকাৰ নকৰাৰ মাজেদি যাৰ প্ৰকাশ ঘটে। আনটো আছিল ক্ৰমবৰ্ধমান মুছলমান ধৰ্মান্ধতা, যি সেই সময়ত আগ্ৰাসী বিকৃত জাতীয় ৰূপ ধাৰণ কৰি মুছলিম নেছনেল গাৰ্ডৰ ৰূপলৈ অসমৰ মাটি দখল কৰাত বংগদেশৰ পমুৱা মুছলমানক সহায় কৰাৰ আশংকা আছিল। দুয়োটা বিপদৰ প্ৰতি ভাৰতৰ জাতীয় কংগ্ৰেছৰ নেতৃত্ব আছিল উদাসীন। ভাৰতৰ জাতীয় কংগ্ৰেছৰ স্পষ্ট, নিৰ্দ্দিষ্ট, আৰু সুত্ৰায়িত জাতীয় নীতি নাছিল, যাৰ ভিত্তিত বিভিন্ন প্ৰদেশৰ বিৰোধৰ সমাধান কৰা সম্ভৱ। মুছলমান ধৰ্মীয় সাম্প্ৰদায়িকতাক বাধা দিবলৈকো জাতীয় নেতৃত্ব অক্ষম হৈছিল। ফলত অসমৰ থলুৱা জনগণ চল্লিশৰ দশকত এক চৰম বিপদৰ সন্মুখীন হৈছিল। আনহাতে এই দুয়োটা বিপদ বহুদূৰ সাম্ৰাজ্যবাদী কূট চক্ৰান্তৰ পৰিণতি আছিল আৰু বৃটিছেই দুই শুভশক্তিৰ বিকাশত উচটনি দিছিল। কিন্তু এই বৃটিছ ভেদনীতি সম্পৰ্কে অম্বিকাগিৰী নীৰৱ। আক্ৰান্ত অসমীয়া জনগণৰ অৱস্থানৰ পৰা হয়তো সেই বিশাল চক্ৰান্তজাল লক্ষ্য কৰা তেওঁৰ পক্ষে সম্ভৱ নাছিল। তাৰ বাবে ভাৰতৰ জাতীয় নেতৃত্বও জগৰীয়া। কিন্তু ভ্ৰাতৃঘাতী হিংসাৰ উত্তৰ হিংসাবে দিবলৈ গৈ, প্ৰাদেশিক আধিপত্যবাদৰ উত্তৰ গোঁড়া প্ৰাদেশিকতাৰে দিবলৈ গৈ তেওঁ জনগণৰ বাবে সঠিক পথ নিৰ্দ্দেশত ব্যৰ্থ হৈছিল।

## যুক্তৰাষ্ট্ৰীয় আৰ্হিৰ প্ৰবক্তা অম্বিকাগিৰী

এই ব্যৰ্থতাৰ মাজতো সাফল্যৰ বিজুলীৰেখা আছে। তেওঁ বুজিছিল যে যি কেন্দ্ৰীভূত ৰাষ্ট্ৰৰ ধাৰণা ব্ৰিটিছ সাম্ৰাজ্যবাদে ভাৰতৰ ওপৰত আৰোপ কৰিলে, সি ভাৰত তথা অসমৰ জনগণৰ বাবে সমুচিত ৰাষ্ট্ৰীয় আদৰ্শ নহয়। ১৯১৯-২০ চনৰ পৰাই তেওঁ যুক্তৰাষ্ট্ৰীয় গাঁথনিত ভাৰতৰ স্বাধীন চৰকাৰ স্থাপিত কৰিবলৈ দোহাৰিছিল। দ্বিতীয়তে তেওঁ সংকীৰ্ণ আৰু হিংস্ৰ জাতীয়তাবাদৰ বিপদ উপলব্ধি কৰিছিল। তেওঁ কৈছিল যে আত্মৰক্ষাৰ বাবেহে, শত্ৰুৰ হিংসাৰ বিপৰীতেহে, হিংসাৰ প্ৰয়োগ সমীচীন। তদুপৰি যি জাতীয় চেতনা অন্ধ সংকীৰ্ণ, স্বাৰ্থপৰ—য'ত আন জাতি

আৰু মানৱতাৰ প্ৰতি সহানুভূতিৰ অভাৱ—যাৰ মাজত মানৱতাৰ মহান লক্ষণসমূহ অনুপস্থিত তেনে জাতীয় চেতনা বন্ধ্যা আৰু ক্ষতিকৰ।

এইবোৰ সাৱধান বাণী আছিল সাধাৰণ ( general ) আৰু বিমূৰ্ত। কাৰ্য্যক্ষেত্ৰত তাৰ ৰূপ তেওঁ নিৰ্দিষ্টকৈ দৰ্শাব পৰা নাছিল। "অসম আত্মৰক্ষী বাহিনী গঠন"ত তেওঁ কৈছে:

"আনক আক্ৰমণ কৰা ভাৱ আৰু উদ্যোগটো হে হিংসাত্মক। কিন্তু আক্ৰমণক প্ৰতিৰোধ বা প্ৰতিহত কৰি আত্মৰক্ষা কৰাৰ প্ৰস্তুতিটো হিংসাত্মক নহয়, অহিংসাত্মক"। ( পৃ: ৫৪৮ ) কিন্তু পুস্তিকাৰ পিছলৈ তেওঁ কৈছে:

"যুদ্ধক্ষেত্ৰত সদায় আক্ৰমণকাৰীতকৈ আগতে আক্ৰমণ কৰিব।" ( পৃ: ৫৫৪ )

এনে যুদ্ধাত্মক আযোজনৰ ভিত্তি যে কি আছিল, জনা নাযায়। "মুচলিম নেছনেল গাৰ্ড"ৰ অভিযান অসমত চলিছিল নে? নে সি আছিল এক কাগজী পৰিকল্পনা? ব্ৰিটিছ কূটকৌশলৰ সঁজুলি হ'লেও আচৰিত নহয়। তেনেস্থলত উক্ত নিৰ্দেশ সহজে মৈমনছিঙীয়া নিধনৰ যজ্ঞলৈ অধঃপতিত হ'ব পাৰে।

যুক্তৰাষ্ট্ৰৰ ধাৰণাটো অম্বিকাগিৰীৰ চিন্তাধাৰাৰ স্বাভাৱিক পৰিণতি। অসমৰ জনগণৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ ৰক্ষা পৰিবলৈ হ'লে স্বাধীন ভাৰত এখন যুক্তৰাষ্ট্ৰীয় ৰাষ্ট্ৰই হ'ব লাগিব। "সমগ্ৰ ভাৰতৰ ধৰ্ম, জাতীয়তা, ৰাজনীতি, অৰ্থনীতি আৰু সংস্কৃতি ক্ষেত্ৰৰ সাধাৰণ স্বাৰ্থত এইবিলাক প্ৰত্যেক প্ৰদেশ জড়িত যদিও, তথাপি, এই প্ৰদেশ বিলাকৰ প্ৰত্যেকৰে একোটা বেলেগ স্বাৰ্থও আছে।" ( ভাৰতীয়ৰ স্বৰাজ আৰু অসমীয়াৰ স্বৰাজ "চেতনা" ১৯২০, ৰচনাৱলী, পৃ: ৫৯৩ ) আৰুণ

"ভাৰতবৰ্ষ এখন দেশ নহয়, মহাদেশ। কেবাখনো দেশৰ সমষ্টি। নিজ নিজ দেশৰ ভাষাসংস্কৃতি আৰু সমাজ বন্ধনৰ নিযম প্ৰণালী অনুসাৰে প্ৰত্যেকে একোটা স্বকীয়া জাতি,—আৰু এই জাতিসমূহৰ সম্মিলনত গঢ়ি উঠিছে ভাৰতীয় মহাজাতি।" ( ঐ, পৃ: ৫৯৭ )

আচৰিত নহয় যে তেওঁ ভৱিষ্যদ্বাণী কৰিছিল যে "যেতিয়া ভাৰতত স্বাধীনতা প্ৰতিষ্ঠিত হ'ব, তেতিয়া এই প্ৰাদেশিক বৈশিষ্ট্যবিলাক নিজ নিজ মুক্তি লৈ নিশ্চয় মূৰ দাঙি উঠিব।" ( পৃ: ৫৯৭ )

"সংৰক্ষিণী দৰ্শন" নামৰ পুস্তিকাত তেওঁ স্পষ্টকৈ কৈছে: "ভাৰত চিৰদিন এনে পৰাধীন অৱস্থাত নাথাকে। এদিন সি স্বাধীন হ'বই আৰু সেইদিন সন্নিকটত। আৰু এনে স্বাধীন ভাৰত গঢ় লৈ উঠিব প্ৰত্যেক বিশেষত্বযুক্ত সবল প্ৰদেশ বিলাকৰ যুক্তৰাষ্ট্ৰ হৈ।" ( পৃ: ৮১৫ )

অম্বিকাগিৰীয়ে কৈছে যে এনে একোখন কম পৰিসৰৰ ৰাজ্যক কেৱল যে থলুৱা জনগণে আত্মনিয়ন্ত্ৰণৰ অধিকাৰ পালেহেঁতেন, সেয়েই নহয়—তাৰ মাজত গঢ়ি উঠা স্বকীয়া স্বকীয়া জাতীয় চেতনাই বিপজ্জনক সাম্প্ৰদায়িক মনোভাৱো লোপ পেলালেহেঁতেন। (পৃঃ ৮১৮-৮১৯) উল্লেখযোগ্য যে ১৯৫৩ চনত কমিউনিষ্ট দলৰ তাত্বিক ৰণডিৱে'য়ো সাম্প্ৰদায়িকতাৰ এনে সমাধানৰ পোষকতা কৰিছিল। (Document of the Communist Party of India Peoples publishing House, Vol III) অৱশ্যে বিভিন্ন জাতি আৰু প্ৰদেশৰ কন্দল কেনেকৈ মীমাংসা কৰা হ'ব, উন্নয়নৰ স্বাৰ্থত পৰিকল্পনাৰ ক্ষেত্ৰত এনে যুক্তৰাষ্ট্ৰীয় আহি কিমানদূৰ সফল হ'ব, তেনেবোৰ প্ৰশ্নৰ সদুত্তৰ তেতিয়াই উদ্ভাৱন কৰা সম্ভৱ নাছিল। তথাপি অম্বিকাগিৰীৰ এই চিন্তাধাৰাক বাস্তৱসন্মত আৰু বৈজ্ঞানিক বুলি ক'বই লাগিব। আজিৰ কেন্দ্ৰীভূত ৰাষ্ট্ৰই তাৰ বিৰুদ্ধে গৈ সমস্যা প্ৰবলহে কৰি তুলিছে।

## জাতীয়তাবাদৰ বিচ্যুতি

এই জাতীয় চেতনাৰ মাত্ৰাধিক্যই যে বিপদ ঘটাব পাৰে, অম্বিকাগিৰী সেই বিষয়েও সজাগ আছিল। তেওঁৰ মতে অসমীয়া জাতীয়তা ভাৰতীয় মহাজাতীয়তা সৃষ্টি কৰাৰ সঁজুলি মাত্ৰ, আৰু ভাৰতীয় মহাজাতীয়তাও মহামানৱতা বা বিশ্বভ্ৰাতৃত্বৰ পথৰ পাথেয়। যেতিয়া জাতীয়তাবোধ এই বহল দৃষ্টিকোণৰ পৰা বিচ্যুত হয় তেতিয়াই নানা বিকাৰৰ জন্ম হয়।

"ব্যক্তি আৰু সমষ্টিৰ পৰিপূৰ্ণতা লাভ কৰাৰ প্ৰণালী মূলতঃ একেটাই। মহামানৱীয়তা, ভাৰতীয় মহাজাতীয়তা, আৰু তাৰ অচ্ছেদ্য অংগ অসমীয়া জাতীয়তাই পৰস্পৰ সামঞ্জস্যিক পূৰ্ণতা লাভ কৰা নিৰ্বিৰোধ প্ৰণালীও একেটাই—একো বিভিন্নতা নাই মাত্ৰ প্ৰত্যেকেই মহামানৱতালৈ অগ্ৰসৰ হোৱা কেন্দ্ৰীয় লক্ষ্য এৰি পিছলি পৰা দোষত দুষ্ট হৈ হুঠিলেই হ'ল। কেন্দ্ৰচ্যুতি দোষণীয় ঘটনাতহে বিৰোধৰ হাই-উৰুমিয়ে দেখা দিয়ে।" (**জাতীয়তা আৰু মহাজাতীয়তা**, ১৯৩৫, পৃঃ ৬০৬)

কিন্তু কেন্দ্ৰচ্যুতিৰ প্ৰতিকাৰ কি? প্ৰতিষেধকেই বা কেনেধৰণৰ হ'ব? স্বাধিকাৰ প্ৰতিষ্ঠা কৰিবলৈ গৈ সংযম ৰক্ষা কৰি যদি এটা জাতি নচলে? তেনে ৰাষ্ট্ৰৰ ভিত্তি আৰু আৰ্হি কি হ'ব? সেই বিষয়ে অম্বিকাগিৰী নীৰৱ। কিন্তু তেওঁ আমাক সোঁৱৰাই দিছে যে "জাতীয় চেতনা ধাৰেই হৈছে জাতিৰ উদ্‌গতিৰ ঘাই মেৰুদণ্ড। এই মেৰুদণ্ডডাল অচল-অটল শক্তিৰ পৰিপূৰ্ণতাৰে থিয়কৈ ৰখাৰ যোগ্যতা লাভ কৰিব নোৱাৰিলে, আন্তৰ্জাতিকতাৰ ফালে প্ৰাণৰস্ত খোজেৰে আগুৱাই যাবলৈ আকাংক্ষা কৰাটো বিড়ম্বনা।" (পৃঃ ৫৮২)

"ইণ্টাৰনেছনেলিজম" বা আন্তৰ্জাতিকতাই কেনে জাতিৰ ভিতৰত সাৰ্থকতাৰ সাজ-সৰঞ্জামেৰে কেতিয়া জন্ম লাভ কৰে ? যেতিয়া সেই জাতিটোক জাতীয়তাৰ নিটোল পৰিপক্কতাই আনৰ কোনোবিধ আক্ৰমণত সেও হোৱা লজ্জাকৰ দুৰৱস্থাটোৰ পৰা মুক্ত কৰি ৰাখে।" ( পৃঃ ৫৮১ )

বিভিন্ন জাতিৰ সহযোগত জাতিসত্তা ৰক্ষাৰ পূৰ্বচৰ্তও হ'ব পাৰে। তাৰ বাবে প্ৰবল বৈৰিতামূলক প্ৰতিযোগিতাৰ প্ৰয়োজন নহ,বও পাৰে। কিন্তু অম্বিকাগিৰীৰ চিন্তাত এনে সহযোগী জাতীয়তাবাদ স্পষ্ট ৰূপত প্ৰতিভাত হোৱা নাই। সেয়ে অসমৰেই বিভিন্ন জনগোষ্ঠীৰ ঐক-সংহতিৰ ধাৰণাটো তেওঁৰ চিন্তাত দুৰ্বল। ত্ৰিশৰ দশকত আহোম ট্ৰাইবেল আদি গোষ্ঠীগত চিন্তা প্ৰবল হৈ উঠিছিল আৰু অসমীয়া জাতীয়তা-বাদৰ বিকাশত সমস্যাৰ সৃষ্টি কৰিছিল। কিন্তু অম্বিকাগিৰীৰ মতে অসমত থকা বিভিন্ন ভাষা আৰু গোষ্ঠী ( যেনে গাৰো, খাছিয়া, মণিপুৰী ) অসমৰ বাহিৰৰ আন কোনো স্বাৰ্থৰ লগত জড়িত নহয়, যিদৰে বঙলা আৰু হিন্দী ভাষা জড়িত। সেয়ে অসমীয়া জাতীয় স্বাৰ্থৰ লগত এইবোৰ স্বাৰ্থৰ সংঘাত নহয়। ( পৃঃ ৮১৪ )

কিন্তু আজি এই ধাৰণা অলীক বুলি প্ৰমাণিত হৈছে। অসমীয়া জাতীয় বিকাশক অসমৰে কেতবোৰ গোষ্ঠীয়ে আগ্ৰাসী আৰু বিৰোধাত্মক বুলি ভাবিবলৈ ধৰিছে। হয়তো তেখেতৰ যুক্তৰাষ্ট্ৰীয় ধাৰণা কিছু সাল-সলনি কৰি অসমৰ আভ্যন্তৰীণ ক্ষেত্ৰতো প্ৰযোগ কৰা হ'ব পাৰে। মধ্যশ্ৰেণীৰ দৃষ্টিকোণেৰে এই সিদ্ধান্তত উপনীত হোৱা টান। সেয়ে অম্বিকাগিৰীৰ ৰচনাত তাৰ আভাস নাই। কিন্তু এনে এক সমাধান তেওঁৰ চিন্তাধাৰাৰ বিপৰীতো নহব।

বহিৰাগত হিন্দু বঙালী আৰু পমুৱা মুছলমানৰ সমস্যাও প্ৰকৃততে যুদ্ধেৰে সমাধান কৰিব পৰা বিধৰ নহয়। এইখিনিতে আত্মতীয়া ( exclusive ) আঞ্চলিকতাবাদৰ সীমাবদ্ধতা লক্ষ্য নকৰি নোৱাৰি। ভাৰতত ঔপনিবেশিক আৰ্থসামাজিক সমস্যাবোৰ সাম্প্ৰদায়িক পথেদি সমাধান কৰিবলৈ কিছুমান মহলে চেষ্টা কৰিছিল আৰু ঔপনি-বেশিক চৰকাৰে ভাত উদগনি দিছিল। পূৰ্ববংগত পৰজীৱী জমিদাৰ শ্ৰেণীয়ে চিৰস্থায়ী বন্দোবস্তৰ যোগেদি লক্ষ লক্ষ মুছলমান কৃষকক বাটৰ ভিকহুত পৰিণত কৰিছিল। তাৰ বিৰুদ্ধে আৰ্থ সামাজিক ৰূপান্তৰ লক্ষ্যৰে বিদ্ৰোহ নকৰি হিন্দু-মুছলমান বিবাদেৰে সমস্যা সমাধানৰ প্ৰচেষ্টাত ঔপনিবেশিক চৰকাৰে উদগনি দিছিল। তাৰ শেহতীয়া ফলস্বৰূপে লীগ মন্ত্ৰীসভাৰ আমোলত দলে দলে পমুৱা খেতিয়ক পৰিকল্পিতভাবে অসমত সোমাইছিল। অসমক যে তেনেকৈয়ে মুছলমান প্ৰধান কৰি পাকিস্তানত ভৰাবলৈ পৰিকল্পনা কৰা হৈছিল সন্দেহ নাই।

কিন্তু পৰিস্থিতিৰ বাবে দায়ী আছিল ঔপনিবেশিক চৰকাৰ। এনে ঔপনিবেশিক কৰ্তৃত্ব তথা ব্যৱস্থাৰ পৰা অকলে আঁতৰি আঞ্চলিক স্বাৰ্থৰ সেৱা কৰা অসম্ভৱ। বাকী বোৰ অঞ্চলৰ লগত বুজাবুজি আৰু যুটীয়া কাৰ্য্যসূচী অবিহনে কেতবোৰ আঞ্চলিক সমস্যাৰ সমাধানো দুঃসাধ্য হৈ পৰে। আঞ্চলিকতাবাদৰ আচুতীয়া ৰূপটোৰ সীমাবদ্ধতা এইখিনিতে।

অথচ কংগ্ৰেছৰ জাতীয় নেতৃত্বই এই সমস্যাৰ কোনো স্পষ্ট কাৰ্য্যকৰি সমাধানো আগবঢ়াব পৰা নাছিল। সাম্প্ৰদায়িক বুলি অভিযুক্ত হোৱাৰ ভয়ত অসমৰ ন্যায়সংগত সমস্যাৰো কোনো ফয়চলা তেওঁলোকে কৰিব খোজা নাছিল। কেন্দ্ৰীভূত ভাৰতৰ ধাৰণা ঔপনিবেশিক চৰকাৰৰ পৰা ধাৰ কৰি তেওঁলোকে সীমামূৰীয়া অসমৰ সমস্যালৈ বিশেষ মনোযোগ দিয়া নাছিল। অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ বাৰংবাৰ অনুৰোধ উপৰোধ সত্বেও তেওঁলোকে এই ক্ষেত্ৰত স্পষ্ট নীতি নিৰ্দেশনা কৰা নাছিল। এনে পৰিবেশত অসম আত্মৰক্ষী বাহিনী গঢ়ি তুলিবলৈ বা গঢ়িবলৈ আহ্বান দিবলৈ অম্বিকাগিৰী আগুৱাই আহিছিল। অসমৰ মাটিৰ ওপৰত অসমৰ থলুৱা জনসাধাৰণৰ স্বত্ব সাব্যস্ত কৰাৰ আন উপায় তেতিয়া নাছিল। কিন্তু পৰিতাপৰ বিষয় যে অম্বিকাগিৰী বা অসমৰ আন কোনো নেতাই তেতিয়াই অসমৰ ভূমি সমস্যা আৰু কৃষকৰ সমস্যালৈ কোনো পূৰ্ণাঙ্গ অধ্যয়ন চলাই প্ৰণালীবদ্ধ সমাধান দাঙি নধৰিলে। একমাত্ৰ আনন্দৰ কথা এয়ে যে অম্বিকাগিৰীৰ আঁচনিত কোনো ধৰ্মীয় বিদ্বেষ প্ৰকাশ পোৱা নাছিল।

## মধ্যবিত্ত জাতীয়তাবাদৰ দুৰ্বলতা

এই খিনিতে অম্বিকাগিৰীৰ আঞ্চলিক বা প্ৰাদেশিক জাতীয়তাবাদৰ আন এটা দুৰ্বলতা উল্লেখ কৰা উচিত হ'ব। চাকৰি আৰু ব্যৱসায়ত আগ্ৰহ থকা মধ্যবিত্ত শ্ৰেণীৰ দৃষ্টিভংগীয়েই তেওঁৰ জাতীয়তাবাদী কাৰ্যসূচীত প্ৰবল আছিল। শ্ৰমজীৱী ৰাইজৰ প্ৰতি তেওঁৰ আন্তৰিক সহানুভূতি সত্বেও সি সকলৰ মূল অভাৱ, প্ৰয়োজন আৰু দাবীলৈ তেওঁ বিশেষ মনোযোগ দিয়া নাছিল। পমুৱাৰ পৰা মাটি ৰক্ষাৰ দাবী কৃষকৰো মনঃপুত আছিল, সেয়ে তেওঁ তাত কৃষকৰ সমৰ্থন পাইছিল। কিন্তু কৃষকৰ আন দাবীলৈ তেওঁ বিশেষ চিন্তিত হোৱাৰ প্ৰমাণ ৰচনাৱলীত নাই। সেয়ে দেখা গৈছিল ছচিয়েলিষ্ট্ কমিউনিষ্ট, আৰ চি পি আইয়ে ১৯৪৮ ৰ পৰা ১৯৫১-৫২ চনলৈ কৃষক সমাজত গণভিত্তি লাভ কৰিছে, কিন্তু অম্বিকাগিৰীৰ কাৰ্য্যসূচী তেওঁলোকৰ মাজত জনপ্ৰিয় হোৱা নাই।

মাৰ্ক্সীয় তাত্বিক গ্ৰামশ্চিৱ ( Gramsci ) মতে আধুনিক জাতি হৈছে ( Popolo Nazione People nation )। তাত জনগণ তথা শ্ৰমজীৱী ৰাইজৰ স্বাৰ্থই প্ৰাধান্য পালেহে সি গতিশীল আৰু কৰ্মঠ হৈ উঠে। কিন্তু অম্বিকাগিৰীৰ জাতীয়তাবাদী চিন্তাত এনে গণভিত্তিক জাতীয়তাবাদৰ আৰ্হি নাই। ওপৰৰ পৰা মধ্যবিত্ত কৰ্মসূচী জনগণৰ ওপৰত আৰোপ কৰি অনুপ্ৰেৰণা আৰু শৃংখলাৰে জনগণৰ হতুৱাই জাতীয় উন্নয়ন সাধন কৰা (পৃঃ ৮১২) বৰ শুভ ফলদায়ক হ'ব যেন নালাগে। চিন্তাৰ বৈচিত্ৰ্য আৰু স্বাধীনতাও এটা জাতিৰ সৃষ্টিশীলতাৰ চৰ্ত্ত তথা লক্ষণ।

অসমৰ অনগ্ৰসৰতা আৰু দুৰ্বলতাত ক্ষুব্ধ, অতিষ্ঠ অসম কেশৰীয়ে কৰ্মী সকলৰ চাৰিত্ৰিক নিৰ্মলতা আৰু অজেয় কৰ্মশক্তিৰে দেশত কৰ্মধাৰাৰ জোৱাৰ বোৱাই দিবলৈ বিচাৰিছিল। অৱশ্যে চৰিত্ৰৰ অৰ্থ তেওঁৰ বাবে মদ চিগাৰেট নোখোৱা ক্লীবৰ নিৰীহতা নাছিল। তেওঁৰ বাবে তাৰ অৰ্থ আছিল দেশ সেৱাত ব্যক্তিগত স্বাৰ্থ সম্পূৰ্ণ জলাঞ্জলি দি সম্পূৰ্ণ আত্মনিয়োগ কৰা আৰু তাৰ বাবে সংযমী, সুশৃংখল জীৱন যাপন কৰা। ( ডেকা-ডেকেৰীৰ বেদ ) ( ৫০৯-৫২৮ পৃঃ )। অৰ্থাৎ সংকীৰ্ণ ব্যক্তিগত লোভমোহ আকাঙ্ক্ষাৰ ঠাই মহৎ দেশপ্ৰেমে অধিকাৰ কৰিলেহে মানুহৰ প্ৰকৃত চিত্ত-শুদ্ধি হ'ব পাৰে। অৰ্থাৎ পিউৰিটানিকেল শুচিবায়ুগ্ৰস্ত নৈতিক ভণ্ডামিৰ ঠাইত অম্বিকাগিৰীয়ে প্ৰতিষ্ঠা কৰিলে সদৰ্থক, ইতিবাচক জীৱনাদৰ্শ। এই জীৱনাদৰ্শৰ বাহক হব দেশৰ ডেকাশক্তি। তেওঁৰ ভাষাত "জাতীয় দেশাত্মবোধৰ বিদ্যুৎ-ধাৰা এবাৰ মাত্ৰ অসমীয়াৰ এলেহুৱা মস্তিষ্কৰ ভিতৰত সুমুৱাই দিব পাৰিলে, অৰ্থাৎ ব্যক্তিগত লাভালাভতকৈ জাতীয় লাভালাভৰ অনুপ্ৰেৰণা অসমীয়াৰ অন্তৰত স্থিতি হলে, তাৰ সকলো দুৰ্দ্দশা, সকলো দুৰ্বলতা নিমিষতে নোহোৱা হ'ব।" ( ৰচনাবলী পৃঃ ৫১৭ ৫ ৮ )।

"ডেকা অসমৰ লক্ষ্য - অসমীয়া ডেকা গাভৰু দলৰ বিপুল অব্যৰ্থ কৰ্মশক্তিত অসম আইৰ প্ৰত্যেকটো অণু পৰমাণু উৎকৃষ্ট সোণ হৈ গঢ়ি উঠিব।" (পৃঃ ৫১৮)।

ডেকা-ডেকেৰী ভাই ভনী সকল। তুমি যে অসম মাতৃৰ অমৰ সন্তান। তোমাৰ ভিতৰত সুপ্ত কৰ্মশক্তিৰ অনন্ত উৎস তোমাকেই আজি বাট চাই ম্ৰিয়মান হৈ পৰি আছে। তোমাৰ কৰ্মোন্মত্ততাৰে তাক আজি তুমি জগাই তুলি জীৱন সাৰ্থক কৰা। তোমাৰ জাতিৰ সকলো দুখ, সকলো গ্লানি উটি য'ক সোণালী আভাৰে তোমাৰ দেশ, তোমাৰ জাতি, নন্দন-বদন বিতোপন হৈ উঠক।" (পৃঃ ৫ ৯)

এই কৰ্মোদ্যম কেৱল এটা বা দুটা দিশেদি প্ৰবাহিত নহৈ সকলো পিনে প্ৰবাহিত হৈ জাতীয় জীৱন সুপুষ্ট সৰস, সুন্দৰ, কৰি তোলাৰ এয়া আছিল তেওঁৰ স্বপ্ন।

কি কৃষি, কি শিল্প, কি বাণিজ্য, কি সাহিত্য সকলোতে তাৰ স্ফুৰণ ঘটাটো আছিল তেওঁৰ কামনা। (পৃঃ ৮৭৬) এনেদৰেই "সকলো পক্ষে পৃথিৱীৰ সু-উন্নত জাতি সমূহৰ সমকক্ষ হৈ ভাৰতত আৰু মানবীয় সমাজত সন্মানিত আসন অধিকাৰ" কৰি (পৃঃ ৬২৫) অসমীয়া জাতিয়ে নিজকে প্ৰতিষ্ঠা কৰিব লাগিব। "তোমাৰ জাতিৰ সামূহিক জীৱন পূৰ্ণ পয়োভৰেৰে সঞ্জীৱিত হৈ উঠক, বিশ্বজয়ী সম্ভাৰেৰে তোমাৰ অধিকাৰত প্ৰতিষ্ঠিত হোৱাহি। ভাৰতত বিশ্বসমাজত মৰ্যাদা বাঢ়ক।" (পৃঃ ৫১৫)।

## ইউটোপিয়ান উপাদান

এনে ধৰণৰ বিশ্বাসৰ বাবেই অম্বিকাগিৰীৰ চিন্তাত কিছু কল্পস্বৰ্গীয় (Utopian) উপাদান গোট খাইছে। প্ৰথমতে তেওঁ বাস্তৱ পৰিস্থিতিৰ বাধাবিঘিনিক ইচ্ছা-শক্তিৰে হেলাৰঙে জয় কৰিব পৰা হ'ব বুলি ভাবিছে। "আমাৰ সকলোবিধ দুৰ্বলতাক জয় কৰি অসমীয়া জাতিক জগৎবৰেণ্য কৰি তুলিবলৈকে সেই আত্মবলৰ সঞ্চয় ঘনীভূত হৈ উঠিব, আমাৰ গভীৰ আৰু প্ৰবল ইচ্ছা শক্তিৰ দ্বাৰাহে।" (পৃঃ ৫২২)। সুশৃঙ্খল কৰ্মশক্তিৰ অনুশীলন আদৰ্শগত প্ৰেৰণাৰ প্ৰয়োজন আছে। কিন্তু উপযুক্ত ভিত্তিভূমি নাপালে সেই প্ৰেৰণা, সেই অনুশীলন বিফল হবলৈ বাধ্য। সেই ভিত্তি-ভূমিৰ যথাযথ অধ্যয়ন অম্বিকাগিৰীৰ ৰচনাত দুৰ্লভ। সেয়ে তেওঁ ধাৰণা কৰিব পাৰিছে "ডেকা অসমত বেহা-বেপাৰ, শিল্প-বাণিজ্যৰে উদ্দেশ্য আৰু লক্ষ্য ধন ঘটি পুঁজিপতি হোৱা নহৈ, মাত্ৰ পৰম্পৰৰ অভাৱ পূৰণ কৰাটোহে মুখ্যহৈ চলিব।" (পৃঃ ৫১১) নিৰক্ষৰ অসমীয়া কৃষকৰ মাজত বৈজ্ঞানিক কৃষিৰ প্ৰচলন কৰা (পৃঃ ৮৭৮), প্ৰযুক্তি বিদ্যাত পিছপৰা তাহানিৰ অসমত কাগজৰ কল খোলা (পৃঃ ৮৯০), অসমৰ সকলো পতিত মাটি এটা অসমীয়া কোম্পানী খুলি চৰকাৰৰ পৰা পট্টা লোৱা (পৃঃ ৯১৪) আদি এনে আঁচনি। আজি পৰিবেশত এইবোৰ সহজ কথা, তাহানিৰ অসমত অবিশ্বাস্য আৰু অকাৰ্যকৰি। অসমত মূলধন গঠনৰ দুৰ্বল, লেহেম গতি, ঔপনিবেশিক শোষণৰ ফল আদিৰ যথাযথ অধ্যয়ন অবিহনে এনেবোৰ কথা আলাসত চাংপতাহে হ'ব।

## সামৰণি

তথাপি অম্বিকাগিৰী এইবাবেই প্ৰাতঃস্মৰণীয় যে প্ৰেৰণা, অনুশীলন, চাৰিত্ৰিক দৃঢ়তাৰে অসমৰ মৰুভূমিতো যে ফছল ফলাব পাৰি বহু প্ৰমাণ তেওঁ হাতে-কামে দেখুৱাই গৈছিল। প্ৰথম ছপাখানা উদ্যোগ,প্ৰথম ৰাসায়নিক উদ্যোগ, ঔষধ উদ্যোগ প্ৰভৃতি যে অসমতো সফলতাৰে চলাব পাৰি তেওঁ দেখুৱাই গ'ল। শ্ৰম বিমুখতাৰ

গ্লানিৰ পৰা জাতিক মুক্তি দিবলৈ প্ৰবল শক্তি আৰু সৌন্দৰ্য্যেৰে তেওঁ ওবে জীৱন যুঁজি গ'ল। তেওঁৰ কথা আৰু কামত পাৰ্থক্য নাছিল। জাতিৰ বাবে শেষ সম্বল ত্যাগ কৰিবলৈ আনক আহ্বান দি নিজেও শেষ ৰক্তটুপি জাতিৰ সেৱাত দিবলৈ প্ৰস্তুত হৈছিল আত্মসন্মানহীন, আত্মচেতনাহীন অসমীয়া জাতিৰ প্ৰাণত তেওঁৰ অগ্নিময় ভাষা আৰু তেজস্বী উদ্যমে সঞ্চাৰ কৰিছিল ক্ষীণ আত্মসন্মানবোধ সামান্য হলেও উদ্যম। জাতীয় সম্পদৰ প্ৰতি আস্থা, জাতীয় পৰম্পৰাৰ প্ৰতি শ্ৰদ্ধা তেওঁ হাতত ধৰি জাতিক শিকাইছিল। আজি যে বিজতৰীয়া পশ্চিমীয়া ব্যৱসায়ী কৃষ্টিৰ আগত আমি এতিয়াও উটি যোৱা নাই, তাৰ কাৰণ অম্বিকাগিৰীয়ে অতীতৰ পৰা অহৰহ আমাক ৰিঙিয়াই আছে। স্বাধীনতাৰ পিছত অসমীয়া মধ্যশ্ৰেণীয়ে তেওঁৰ প্ৰদৰ্শিত পথ নললে। বৰং জাতীয়তাৰ নামত চৰকাৰী প্ৰশাসনযন্ত্ৰ দখল কৰি নিজে দুখতে লুণ্ঠন কৰি জনগণক কৰিলে বঞ্চিত—যাৰ বাবে আজিৰ অসমত দুৰ্ভাগীয়া পিছপৰা জনগোষ্ঠী সমূহৰ ইমান ক্ষোভ।

মধ্যবিত্তীয় দৃষ্টিকোণৰ পৰা মুকলি হৈহে আমি এইবোৰ নতুন সমস্যা সমাধান কৰিব পাৰিম। কিন্তু তাৰ মাজত থকা শুভ আৰু সদৰ্থক ধাৰাবোৰ আওকাণ কৰাৰ সকাম নাই।

১৯৬৬ চনত কৰ্মমুখৰ জীৱনলৈ উভতি চাই অম্বিগিৰীয়ে লিখিছিল: "সন্দেহ নাই, মোৰ ওপৰোক্ত সকলোবিলাক কৰ্মধাৰাই ব্যৰ্থ হৈছে। এই সম্বন্ধে মই সচেতন।" (পৃ: ৯৯৭)।

তেওঁৰ সকলো চিন্তা, সকলো কৰ্ম নিশ্চয় ব্যৰ্থ হোৱা নাই। কিন্তু যিবোৰ ত্ৰুটীৰ বাবে তেওঁৰ উদ্যম সম্পূৰ্ণ সফল নহ'ল, সেইবোৰ বুজি লৈ আমি নতুন কাৰ্য্যসূচীৰ কৰ্মধাৰাৰে অসম পুনৰ প্লাৱিত কৰিব লাগিব। তেহে তেওঁৰ তেজস্বী, অক্লান্ত, অসীম দেশসেৱাৰ প্ৰতি, আমাৰ যথাৰ্থ শ্ৰদ্ধা নিবেদন কৰা হ'ব।

(ওপৰৰ সকলোবোৰ উদ্ধৃতি অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা "অম্বিকাগিৰী ৰচনাৱলী"ৰ পৰা দিয়া হৈছে।)

# নীলাচল নে শিলাচল, বিচ্ছিন্নবাদৰ উৎপত্তি, ইত্যাদি

## বিচ্ছিন্নতাবাদৰ উৎপত্তি

অলপতে এটা অনুসন্ধানকাৰী দলৰ লগত লক্ষীপথাৰৰ পৰা উভতি আহিলো। সহযাত্ৰী সকলৰ কৃপাত অসুখীয়া দেহাৰেও দীঘলীয়া ভ্ৰমণ এক প্ৰকাৰ সুকলমে সমাপ্ত কৰিব পাৰিলোঁ। আমাৰ প্ৰতিবেদন ওলাইছে। কিন্তু মোৰ কেতবোৰ ব্যক্তিগত উপলব্ধিও হৈছে।

বাটত গৈ থাকোঁতে সমাজৰ বিভিন্ন স্তৰৰ মানুহক সুধিছিলোঁ, ৰাষ্ট্ৰপতিৰ শাসন কেনে পাইছে? সকলোৰে নিঃসংকোচে কৈছিল, স্বস্তি পাইছে। আচলতে অসম গণ পৰিষদ চৰকাৰৰ শেষৰ ছোৱাত যি ভীষণ অৰাজকতা আৰু সন্ত্ৰাস চলিছিল, ৰাইজে পাহৰা নাই। এজন লটাৰি টিকট বিক্ৰী কৰা লোকে ক'লে, তেওঁ দৈনিক এশ টকাৰ টিকট বিক্ৰী কৰে, তাৰ পঞ্চাশ টকাই ল'ৰাহঁতে আঁজুৰি লৈ যায়। অথচ এশ টকাৰ সৰহভাগ তেওঁৰ নিজা আয় নাছিল। এজন পুলিচ কনিষ্টবলে জনালে, সৰু চহৰ এখনৰ অঘাইটং ল'ৰাবোৰে আৰু অপৰাধী বোৰে তেওঁলোকক মানুহ বুলিয়েই ভৰা নাছিল। এজন কৰ্মচাৰীয়ে কৈছিল, চাকৰিটো ডেকা ল'ৰাহঁতৰ উৎপাতত বোজাৰ দৰে লাগিছিল।

অৱশ্যে ক'লা আইন দুখনৰ প্ৰতি প্ৰায় সকলোৰে অপৰিসীম সন্দেহ আৰু ভয় লক্ষ্য কৰিলোঁ। সৈন্যবাহিনীৰ অতিচাৰ হৈছে নে নাই, সেইটো বিভিন্ন ৰাজনৈতিক মহলৰ মুৰকামোৰণিৰ বিষয়। কিন্তু স্বাধীন আৰু আত্মসন্মান থকা নাগৰিক হিচাপে চলাত এই আইন দুখনে বাধা দিব বুলি আটাইৰে বিশ্বাস। কিন্তু অ গ-প চৰকাৰে যেহেতু আল্ফাৰ উপদ্ৰৱত বাধা নিদিব, আন উপায় জানো আছিল? উত্তৰত কোনো-কোনোৱে ক'লে যে কেন্দ্ৰই ৰাজ্যচৰকাৰক আগতে এটা সাৱধানবাণী শুনাব লাগিছিল। সেইটো শুশুনিলেহে আন ব্যৱস্থা লোৱা উচিত আছিল। সেনাবাহিনীৰ কাম বিদেশী শত্ৰুৰ মোকাবিলা কৰা—তেওঁলোকৰ প্ৰশিক্ষণেই হৈছে "দুশ্‌মনৰ" সন্মুখীন হোৱা কিন্তু দেশৰ ৰাইজক "দুশ্‌মন" বুলি ধৰি লব লগা হোৱাটো সকলোৰে বাবে দুঃচিন্তাৰ কথা। পাহৰিলে নচলিব যে এনে এক পৰিস্থিতি একপক্ষীয়ভাবে আল্ফাই হে সৃষ্টি কৰিছিল।

মোৰ বহুত বন্ধু বান্ধবে কয়, আল্ফাৰ বা বিচ্ছিন্নতাবাদ তথা সন্ত্ৰাসবাদৰ জন্ম কেনেকৈ হ'ল, সেইটোহে মূল প্ৰশ্ন। অৰ্থাৎ জগৰটো আল্ফাৰ নহয়, কেন্দ্ৰীয় চৰকাৰৰহে। মই এই ক্ষেত্ৰত তেওঁলোকৰ লগত একমত নহওঁ। যদিহে যোৱা পাঁচটা বছৰে কেন্দ্ৰীয় চৰকাৰে অসমৰ কোনো দাবী পূৰণ নকৰিলেহেঁতেন, যদিহে তেনে দাবী পূৰণৰ আন্দোলন কৰিবলৈ যোৱা অসমৰ গণ আন্দোলন নিষ্ঠুৰভাৱে দমন কৰিলেহেঁতেন, তেনেহলে যন্ত্ৰাসবাদ আৰু বিচ্ছিন্নতাবাদ উভয়েই ন্যায়সংগত হ'লহেঁতেন। মই নিজেও হয়তো বিনাদ্বিধাই আল্ফাত বা তেনে সংগঠনত যোগদান কৰিলোঁহেঁতেন।

কিন্তু অসমত তেনে পৰিস্থিতি আছিলনে? অসমৰ ৰাইজেই নিৰ্বাচন কৰা অসম গণ পৰিষদ চৰকাৰ যোৱা পাঁচ বছৰ গদীয়ান আছিল। দলীয় স্বাৰ্থত ৰাজীব গান্ধীয়ে এওঁলোকৰ দাবী পূৰণত হেঁাহকা-পিছলা কৰিছিল (যিটো তেওঁ জ্যোতি বসুৰ বামপন্থী চৰকাৰৰ লগত কৰিছিল। বিশ্বনাথ প্ৰতাপ সিঙৰ চৰকাৰত কেতবোৰ দগাবাজ সোমোৱা সত্বেও অসমৰ দাবী পূৰণত তেওঁলোকৰ আন্তৰিকতাৰ প্ৰমাণ পোৱা গৈছিল। তেওঁলোকে দিয়া প্ৰতিশ্ৰুতি পূৰণ নকৰা হ'লে অসম গণ পৰিষদে অনায়াসে তাৰে গইনালৈ অসমত প্ৰচণ্ড গণ আন্দোলন কৰিব পাৰিলেহেঁতেন।

তাকে নকৰি অসম গণ-পৰিষদৰ নেতা সকলে প্ৰত্যক্ষ বা পৰোক্ষভাৱে যে আল্ফাকহে উদগনি দিলে, সেইবিষয়ে মোৰ লগত তিলমানো সন্দেহ নাই। এনে এটা বিপজ্জনক বিচ্ছিন্নতাবাদী আৰু সন্ত্ৰাসবাদী সংগঠনৰ অবাধ বিকাশ আৰু প্ৰচাৰত কোনো ধৰণৰ প্ৰশাসনীয় বাধা আৰোপ নকৰি অসম গণ পৰিষদ চৰকাৰে বনজুইৰ দৰে আল্ফাৰ প্ৰভাৱ বিয়পি যাবলৈ দিলে। অৰ্থাৎ গণ পৰিষদ চৰকাৰৰ পৰোক্ষ সমৰ্থন নথকা হলে বিচ্ছিন্নতাবাদ আৰু উগ্ৰপন্থা ইমান সহজে আৰু কমসময়তে জনপ্ৰিয় হব নোৱাৰিলেহেঁতেন।

অসমৰ অনগ্ৰসৰতা আৰু স্থানুধৰ্মিতাৰবাবে কেবল কেন্দ্ৰহে দায়ীনে? অসম গণ পৰিষদ চৰকাৰে যোৱা পাঁচটা বছৰে নিজাববীয়াকৈ স্থায়ী প্ৰভাৱ থকা কি কাম কৰিলে? কেন্দ্ৰৰ পৰা সহায় পোৱা হলেও এওঁলোক দুৰ্নীতি, স্বজনপ্ৰীতি, অকৰ্মণ্যতাত পোত নগ লহেঁতেন নে? তেন্তে বিচ্ছিন্নতাবাদী সকলে প্ৰথমতে এওঁলোকক নধৰে কিয়?

মোৰ ধাৰণাত বিচ্ছিন্নতাবাদ কেবল ভৌগোলিক অৰ্থত ভাৰতৰ পৰা বিচ্ছেদৰ আকাংক্ষা নহয় ভাৰতৰ জনগণৰ পৰা অসমৰ জনগণৰ বিচ্ছেদ ঘটোৱাৰ এক চক্ৰান্ত। জনগণ য'তেই আছে তাতেই আছে গণ আন্দোলনৰ সম্ভাৱনা। এনে গণ আন্দোলনৰ পৰা অসমৰ জনগণক আঁতৰ কৰিবলৈ অসমত ন্যস্ত স্বাৰ্থই প্ৰচলন কৰিছে

বিচ্ছিন্নতাবাদ, আৰু উত্তৰপ্ৰদেশত প্ৰবৰ্ত্তন কৰিছে হিন্দু ৰাষ্ট্ৰবাদ। কিন্তু এনে ঘটনা যে ঘটিবলৈ পালে তাৰ বাবে বামপন্থী সকলৰ উদ্যোগহীনতাও বহু-পৰিমাণে দায়ী। অসমত গণ পৰিষদ তথা উগ্ৰজাতীয়তাবাদৰ জাটা আহিবৰ সময়ত মই তেওঁলোকৰ কোনো-কোনো তৰুণ নেতাক কৈছিলোঁ। যে প্ৰকৃতিৰ দৰে ৰাজনীতিতো শূন্যতা ( Vacuum ) নাই। তেওঁলোক আগবাঢ়ি নাহিলে আনে তেওঁলোকৰ নিছান কাঢ়ি লৈ শূন্য ঠাই দখল কৰিব। প্ৰকৃততে হ'লো সেয়েই।

## গণতন্ত্ৰৰ শত্ৰুসকলৰ স্বৰূপ

বুৰ্জোৱা গণতন্ত্ৰৰ বিৰুদ্ধে তীব্ৰ বিষোদগাৰ কৰা লোকে বুৰ্জোৱা আইন-আদালতৰ সহায় লৈ কিহৰ নিদৰ্শন দাঙি ধৰে ? ভণ্ডামিৰ ? আপোচৰ ? ৰণকৌশলৰ ? শেষৰ বিকল্পটিহে সামান্যভাবে হলেও সন্মানজনক। কিন্তু তেনেহলে তেওঁলোকেই স্বীকাৰ কৰা হব যে বুৰ্জোৱা গণতন্ত্ৰও স্বাধীনচিতীয়া মানুহৰ কামত আহে। আমিও সম্প্ৰতি তাকেই কৰিব খুজিছোঁ। গণতন্ত্ৰৰ অনুষ্ঠানবোৰৰ প্ৰহৰী আৰু মালিক হৈ আছে ক্ষমতাশালী পুঁজিপতি আৰু অন্যান্য শাসক শ্ৰেণীৰ লোক। সচেতন জনসাধাৰণৰ হেঁচাবে সেইবোৰ অনুষ্ঠানকে জনসাধাৰণৰ স্বাৰ্থত ব্যৱহাৰ কৰা সম্ভৱ। তাকে নকৰি শাসকশ্ৰেণীৰ পদতলত সেইবোৰ এৰি থৈ আঁতৰি আহিলে জনসাধাৰণৰ লাভ নাই।

প্ৰকৃত বুদ্ধিজীৱীৰ ভূমিকাও এই খিনিতে। কিছুমান লোকে বাতৰি কাকতত চৰকাৰী News and views ( খবৰ আৰু মত ) বিক্ৰী কৰি খাই থাকে। সেইটো আপত্তিজনক নহবও পাৰে। বিচিত্ৰ জীৱিকা পৃথিবীত আছেই। কিন্তু তেনে-লোকেই যেতিয়া "চৰিত্ৰ"ৰ বিষয়ে সগৰ্জনে বক্তৃতা দি কাণৰ পৰ্দা ফুটাব খোজে, তেতিয়া বুজিব লাগিব যে বুদ্ধিজীৱীৰ ভূমিকাৰ পৰা তেওঁৰ চূড়ান্ত স্খলন ঘটিছে। সম্প্ৰতি "চৰিত্ৰ"ৰ প্ৰয়োজন সম্পৰ্কে দেশত কিছুমান মহলে শব্দৰ বানপানী বোৱাই আছে। অৰ্থাৎ মতাদৰ্শৰ গুৰুত্বপূৰ্ণ প্ৰশ্নটো তল পেলাই কেৱল মদ চিগাৰেট খোৱা-নোখোৱা বা নাৰীৰ লগত হাটৰাট খকা-নথকা আদি কেতবোৰ বাহ্যিক লক্ষণৰ ওপৰতে মাত্ৰাধিক গুৰুত্ব দিয়া হৈছে। কিন্তু মূল প্ৰশ্ন হৈছে সমাজ পৰিবৰ্ত্তন আৰু পৰিচালনাৰ পথ কি হ'ব, কেনেকৈ সেই পথ অনুসৰণ কৰা হ'ব ? মতাদৰ্শ যি এবাৰ ঠিক কৰি লৈছে, তাক কোনো প্ৰলোভনে জয় কৰিব নোৱাৰে। আনহাতে যাৰ কোনো মতাদৰ্শ নাই, তাৰ চৰিত্ৰৰ স্খলন হবলৈ বেছিপৰ নালাগে।

চৰিত্ৰহীনতাক চাৰ্টিফিকেট দিয়াৰ দৰে টুলুঙা চিন্তা আমাৰ নাই। মতাদৰ্শহীন ইন্দিৰা কংগ্ৰেছৰ পৰা ধন নহয় খ্যাতি, হয় প্ৰতিষ্ঠা নহয় ক্ষমতা, আশা কৰা শিল্পী,

সাহিত্যিক-আদিয়ে মতাদৰ্শৰ ওপৰত এক যান্ত্ৰিক চৰিত্ৰৰ ধাৰণা প্ৰতিষ্ঠা কৰিবলৈ বিচাৰিছে। অথচ আজি যেতিয়া সাম্প্ৰদায়িকতাবাদ আৰু ফেছিবাদে গণতন্ত্ৰক চাৰিও-পিনৰ পৰা আক্ৰমণ কৰিছে সেই সময়ত দায়বদ্ধ বুদ্ধিজীৱীৰ প্ৰধান দায়িত্ব গণতান্ত্ৰিক মতাদৰ্শক ৰক্ষণাবেক্ষণ দিয়া। অলপতে ভাৰতৰ সৰ্বজনমান্য ৰাষ্ট্ৰপতি দাৰ্শনিক সৰ্বপল্লী ৰাধাকৃষ্ণণৰ এখন জীৱনী লিখি উলিয়াইছে তেওঁৰ পুতেক ডঃ গোপালে। জীৱনীখনৰ পৰা জনা গ'ল যে ৰাধাকৃষ্ণণ তেওঁৰ জীৱনকালত একাধিক নাৰীৰ প্ৰেমত আসক্ত হৈছিল-দৈহিকভাবে।। তাৰ পৰা কি ৰাষ্ট্ৰপতি, কি ৰাষ্ট্ৰদূত হিছাপে তেওঁৰ কৰ্ত্তব্যপালনত বিফলতা আহিছিল বুলি কোনেও ক'ব নোৱাৰে। সন্দেহ নাই, তেওঁ কেৱল স্ত্ৰীৰ প্ৰতি একান্ত অনুৰক্ত থকা হলে ভাল হ'লহেঁতেন। কিন্তু কেৱল এই দুৰ্বলতাৰ বাবেই তেওঁ ৰাজনীতিত ভ্ৰষ্ট আৰু জনবিৰোধী আছিল, তেনে কথা প্ৰমাণ কৰা টান হ'ব।

সেয়ে এইবোৰ টাং-বাং নালাগাই, ধন বা খ্যাতিৰ লোভত মিছা কথাৰ হাট নাপাতি চৰিত্ৰবান শিল্পী-সাহিত্যিকৰ দলে ঠিক কৰক তেওঁলোকে ইন্দিৰা কংগ্ৰেছৰ প্ৰশাসনীয় স্বৈৰতন্ত্ৰ সমৰ্থন কৰিব নে নকৰে? অসম গণ পৰিষদৰ গণভিত্তিক ফেছিবাদ সমৰ্থন কৰিব নে নকৰে? তাৰ উত্তৰৰ পৰাহে ওলাব 'চৰিত্ৰ'ৰ নামাৱলীৰে ঢকা তেওঁলোকৰ আচল চৰিত্ৰ।

## সেনা বাহিনীৰ "অতিচাৰ" সম্পৰ্কে আকৌ এবাৰ

অসম গণ পৰিষদৰ প্ৰতি আমাৰ সমালোচনা নিৰ্বিবাদে প্ৰকাশ কৰিছোঁ। কিন্তু সেনাবাহিনীয়ে "অতিচাৰ" কৰিব নোৱাৰে, তেনে ভৰসা আমি দি থকা নাই। তদন্ত কৰি দেখা গ'ল যে কিছুমান অতিচাৰৰ বাতৰি অন্ততঃ অতিৰঞ্জিত। কিন্তু "তালাচা"ৰ ফলত মানুহ মৃত্যু মুখত পৰাটো কোনোমতেই সমৰ্থন কৰিব নোৱাৰি।

সেনাবাহিনীয়ে অসমীয়া কাকত পঢ়ে নে নপঢ়ে নাজানোঁ। কিন্তু এটা কথা তেওঁলোকে বিশেষভাৱে মনত ৰখা উচিত। ২৮ ডিচেম্বৰৰ নিশাৰ আগলৈকে আল্ফা নিষিদ্ধ সংগঠন নাছিল-আল্ফাই সভাসমিতি পতা নিষিদ্ধ নাছিল, আল্ফাৰ কিতাপ-পত্ৰ পঢ়া নিষিদ্ধ নাছিল, আল্ফাৰ লগত সংস্ৰৱ ৰখাও অপৰাধ নাছিল।

ৰাতিটোৰ ভিতৰতে সংগঠনটো নিষিদ্ধ ঘোষণা কৰি সামান্য যোগাযোগ থকা লোককো গুৰুতৰ মাৰপিট কৰাটো যুক্তি বা ন্যায়বোধ-একোৱেই সমৰ্থন নকৰে। ৰাষ্ট্ৰৰ এনে অদ্ভুত আচৰণ সমৰ্থন কৰিব নোৱাৰা চৰিত্ৰবান সকলে।

# আল্‌ফা, আছু আৰু অনশন

ইণ্ডিয়ান অয়লৰ জেনেৰেল মেনেজাৰ হৰকিষণ লাল দাস, তেওঁৰ ৰৱপুতেক, আৰু গাড়ীৰ চালকক অপহৰণ কৰি আল্‌ফাই হীৰকজ্যোতি মহন্ত প্ৰমুখ্যে তিনিজন বন্দীৰ মুক্তি দাবী কৰিছে। দাসৰ পত্নী ভয় আৰু উদ্বেগত শৰ্য্যাগত। পতি-পুত্ৰৰ মুক্তিৰ বাবে তেওঁ আল্‌ফাৰ ওচৰত করুণ অনুৰোধ জনাইছে।

সন্দেহ নাই যে জম্মু কাশ্মীৰ লিবাৰেশ্যন ফ্ৰণ্টে মুফটি মহম্মদ ছৈয়িদৰ কন্যাক অপহৰণ কৰি যি দৃষ্টান্ত দেখুৱালে, আল্‌ফাই তাকে অনুসৰণ কৰিছে। এইবোৰ ঘটনাই ইংগিত দিয়ে যে বেছিভাগ সন্ত্ৰাসবাদীৰে চৰকাৰী আইন-শৃংখলা যন্ত্ৰৰ প্ৰতি বিশেষ ভয় নাই। তদুপৰি অনুমান কৰা কঠিন নহয় যে অসম গণ পৰিষদৰ এচাম প্ৰধান নেতাৰ লগত তেওঁলোকৰ ঘনিষ্ঠতাৰ বাবেও আল্‌ফাৰ নেতা আৰু সদস্য সকলে পুলিচক বেছি ভয় নকৰা হৈছে। কেন্দ্ৰীয় চৰকাৰে অসম গণ পৰিষদ চৰকাৰক বিব্ৰত কৰিব খুখুজি তেওঁলোকৰ হাততে আল্‌ফাক নিয়ন্ত্ৰণ কৰাৰ বা শাসন কৰাৰ দায়িত্ব দিছে। আনহাতে আলফাই ভাবিছে যে এই দুৰ্বলতাৰ সুযোগ লৈ অসমত তেওঁ-লোকৰ প্ৰভাৱ প্ৰতিপত্তি বিস্তাৰ কৰিব। সন্দেহ নাই যে অসম গণ পৰিষদ চৰকাৰৰ দুৰ্বলতাৰ বাবেই আল্‌ফাৰ হিংসাত্মক কাৰ্য্যকলাপ বৃদ্ধি পাইছে।

অসম গণ পৰিষদৰ নেতাসকলে ভাবিছে যে এনেকৈ বেচৰকাৰী দমননীতিৰে অসমৰ ৰাজনীতিত তেওঁলোকৰ ক্ষীয়মান প্ৰভাৱ অক্ষুণ্ণকৈ ৰাখিব পৰা যাব। এই হিচাব অতি অনিশ্চিত। আল্‌ফাৰ যদি নিজস্ব লক্ষ্য থাকে, আৰু যদি আল্‌ফাৰ নেতা সকল তৰুণ সদস্য সকলৰ হাতত ধৰা পৰি যাব নালাগে, তেন্তে শীঘ্ৰে তেওঁ-লোকে অসম গণ পৰিষদৰ আশ্ৰয় এৰি স্বতন্ত্ৰবীয়া নীতি গ্ৰহণ কৰিবই লাগিব। তেতিয়া অসম গণ পৰিষদৰ নেতা সকলৰ অৱস্থা পঞ্জাৱৰ অকালী নেতা প্ৰকাশ সিং বাদল বা গুৰুচৰণ সিংটোৰাৰ দৰেই হব।

আল্‌ফাই স্পষ্টাকৰণ দি কৈছে যে আল্‌ফা বিৰোধী হলেই অসম বিৰোধী নহয়। কিন্তু কাৰ্য্যক্ষেত্ৰত দেখা গৈছে যে সম্প্ৰতি অসম গণ পৰিষদ বিৰোধী হলেই অসম বিৰোধী বুলি ধৰা হৈছে। হিতেশ্বৰ শইকীয়াৰ ভায়েক ৰোহিতেশ্বৰ শইকীয়াৰ মৃত্যুদণ্ডৰ কাৰণো তেনেবিধৰ বুলি অনুমান হয়। ৰোহিতেশ্বৰ শইকীয়াই যদি অসমৰ স্বাৰ্থত ক্ষতিগ্ৰস্ত কৰিব পৰা কিবা ভয়ানক ষড়যন্ত্ৰত লিপ্ত হ'লহেঁতেন, তেনে-হলে কথা বেলেগ আছিল। কিন্তু তেনে কোনো বিশ্বাসযোগ্য প্ৰমাণ আল্‌ফাই

হ্যাণ্ডি ধৰা নাই। সেয়ে এই পাশৱিক হত্যাকাণ্ডক আমি তীব্ৰ গৰিহণা দিওঁ আৰু অসমৰ আইনশৃংখলাৰ দ্ৰুত অৱনতিৰ বাবে আল্‌ফাক জগৰীয়া কৰোঁ।

অসমত সম্প্ৰতি সৎ উপায়ে পৰিশ্ৰম কৰি জীৱিকা অৰ্জন কৰাতকৈ ঠগ-জুৱাচুৰি কৰি লাখপতি হোৱাৰ প্ৰতি ডেকাসকলৰ আগ্ৰহ বাঢ়িছে। "কংগ্ৰেছ কালচাৰ"ৰ পিছত অগপ কালচাৰে অসমৰ সমাজক এনে অৱদানেই দিছে। সেয়ে চুৰি ডকাইতি বলপ্ৰয়োগ কৰি চান্দা আদায় কৰাৰ মাত্ৰা বাঢ়িছে। ভুৱা আল্‌ফাক আল্‌ফাই যিমানেই কঠোৰ শাস্তি বিধান নকৰক, ধনৰ লালসাত বলিয়া বহুতো ডেকাই কেৰেপ নকৰে। কোনো কোনো ঠাইত এতিয়া বেংকৰ আগত কিছুসংখ্যক ডেকা বৈ থাকে টকা তুলি অনা মানুহ দেখিলেই ধনৰ এভাগ দাবী কৰে। আল্‌ফাৰ প্ৰভাৱৰ এই বিষাক্ত দিশটো তেওঁলোকৰ নজৰত পৰিছে নে নাই, নজানো।

সৰ্বসাধাৰণ মানুহক অভয় দি আল্‌ফা ৰণক্ষেত্ৰত নামিছে। তেওঁলোক নিজে আইন-শৃংখলাৰ ভক্ত নহয় তেওঁলোকৰ বাবে তাৰ প্ৰয়োজন নাথাকিবও পাৰে। কিন্তু সৰ্বসাধাৰণৰ বাবে জীৱন, জীৱিকা যৎসামান্য সম্পত্তিৰ নিৰাপত্তা ধেমালিৰ বস্তু নহয়। আল্‌ফাই আইন শৃংখলাৰ অৱনতিত সহায় কৰি সৰ্বসাধাৰণ ৰাইজক বিপদতে পেলাইছে।

জেনেৰেল মেনেজাৰ হৰকিষণলাল দাসে হীৰকজ্যোতি মহন্ত আদি আল্‌ফাৰ কৰ্মীসকল গ্ৰেপ্তাৰ হবৰ সময়ত পুলিচক কোনো সহায় কৰা নাছিল। তেওঁ এজন উচ্চ পদস্থ কিন্তু সাধাৰণ প্ৰশাসনীয় বিষয়া, চাকৰিৰ দায়ত অসমলৈ আহিছে। তেওঁক আটক কৰি আৰু হত্যাৰ ভাবুকি দি আল্‌ফাই সুবিবেচনাৰ পৰিচয় দিয়া নাই। কোনো কোনো বিশিষ্ট লোকে তেওঁৰ প্ৰতি ক্ষমাৰ মনোভাৱ ল'বলৈ আল্‌ফাৰ ওচৰত গোহাৰি জনাইছে। হৰকিষণ লাল দাসে আল্‌ফাৰ ওচৰত কি জগৰ লগাইছে যে তেওঁ ক্ষমাৰ প্ৰত্যাশী হ'ব লাগে? ক্ষমা নহয়, ন্যায়বিচাৰৰ স্বাৰ্থতে হৰকিষণলাল দাসক তুৰন্তে এৰি দিয়া উচিত। কিন্তু ন্যায় অন্যায়বোধ এতিয়াও আল্‌ফাৰ মাজত সজীৱহৈ আছেনে?

পুলিচে দাসৰ অপহৰণৰ তদন্ত কৰিবলৈ গৈ পুৰ গুৱাহাটীৰ দুজন ছাত্ৰ নেতাক গ্ৰেপ্তাৰ কৰিলে। তাৰ প্ৰতিবাদত ছাত্ৰ সন্থাই উপায়ুক্তৰ কাৰ্য্যালয়ৰ সন্মুখত ধৰ্ণা, অনশন, আদিৰ আয়োজন কৰিলে। ছাত্ৰনেতা দুজনৰ বিৰুদ্ধে সামান্যতম সাক্ষ্য-প্ৰমাণ থাকিলেও ঘোষণা কৰিবলৈ অসমৰ ৰাজ্যিক চৰকাৰক প্ৰত্যাহ্বান জনোৱা হ'ল। কিন্তু আচৰিত কথা যে উত্তৰত গৃহবিভাগ তথা পুলিচ কৰ্তৃপক্ষই ৰহস্যময় নীৰৱতা অৱলম্বন কৰিলে। ইয়াৰ কাৰণ কি? ছাত্ৰনেতা দুজন সঁচাকৈ নিৰপৰাধ আছিল নেকি? তেনেহলে প্ৰশাসনক তীব্ৰ গৰিহণা দিবই লাগিব। আৰু যদিহে

ছাত্রনেতা দুজন দোষী, অথচ কিবা কাৰণত পুলিচে প্ৰকাশ্যভাবে সেই কথা কব নোৱাৰে, তেন্তে পুলিচ প্রশাসনক পুৰুষালি বা ৰাজনৈতিক দুৰ্নীতিৰ বাবে দোষাৰোপ কৰিব লাগিব। এতিয়া ছাত্র নেতা দুজনক বিনাচৰ্তে মুক্তি দিয়া হ'ল। কিন্তু পুলিচৰ ভূমিকা সম্পর্কে প্রশ্নবোধক চিন বৈ গ'ল।

ছাত্র সন্থাৰ নেতাসকলেও দাবী কৰিছে যে তেওঁলোকৰ সংগঠনৰ কোনো সদস্য আল্ফাৰ সদস্য নহয়, কাৰণ তেওঁলোক শান্তিপূর্ণ আন্দোলনৰ পক্ষপাতী আৰু হিংসাৰ বিৰোধী। বাইজৰ বাবে এই ঘোষণাই যথেষ্ট নহয়। ছাত্র সংস্থাৰ কোনো সদস্য আল্ফাৰ লগত জড়িত বুলি প্ৰমাণিত হলে তেওঁক বহিষ্কাৰ কৰা হবনে ? আজিকালি পঢ়াশুনাৰ বাহিৰে অসমৰ আন সকলো কথাতে ছাত্র সন্থাই মাত মাতে। তেনেস্থলত হৰকিষণলাল দাসৰ অপহৰণৰ সম্পর্কত কোনো মত নিদিলে কিয় ? পুলিচে ধৰি নিয়া ছাত্রনেতা দুজনৰ মুক্তিৰ বাবে তেওঁলোকে আন্দোলন কৰাটো স্বাভাৱিক। কিন্তু ইণ্ডিয়ান অয়লৰ জেনেৰেল মেনেজাৰৰ অপহৰণ আৰু বোহিম্বৰ শইকীয়াৰ মৃত্যু সম্পর্কত তেওঁলোকৰ নীৰৱতা অৰ্থবহ।

আমাৰ মনত তিলমানো সন্দেহ নাই অসমৰে এচাম বিশিষ্ট নাগৰিক সাংবাদিক আৰু ৰাজনীতিবিদে আলফাৰ প্ৰভাৱ বৃদ্ধিত বিশেষভাবে সহায় কৰিছে। তাৰে কিছুমানে এতিয়া আলফাৰ কুকীৰ্ত্তিত বিব্ৰত হৈ ঘৰিয়ালৰ চকুলো টুকিছে। এনে দুৰাকাংক্ষী "দেশপ্ৰেমিক"ৰ উচটনি আৰু পৰিচালনাতে অসম আন্দোলনে অসমীয়া জাতিক মৃত্যুমুখলৈ ঠেলি দিলে। এতিয়া ইহঁতেই আল্ফাৰ শক্তিবৃদ্ধি কৰি অসমীয়া জাতিৰ শেষকৃত্য কৰিবলৈ ওলাইছে। সময় থাকোতে যদি সাৱধান নহওঁ, সকলো অসমীয়া এদিন অসম এৰি পলাব লাগিব।

# চাকনৈয়াত অসমীয়া জাতীয়তাবাদ ; ইত্যাদি

বাওঁপন্থী বন্ধু সকলৰ লগত বহুদিনৰে পৰা এটা বিষয়ত মোৰ মত পাৰ্থক্য আছে, যিটো কাৰণে মাজে সময়ে তেওঁলোকে মোক বিস্তৰ গালিগালাজো কৰে। মই ভাবোঁ যে অসমীয়া জাতীয়তাবাদৰ এটা ইতিবাচক সম্ভাৱনা নথকা নহয়, যদিও সম্প্ৰতি এই জাতীয়তাবাদ প্ৰতিক্ৰিয়াশীল মহলেই পৰিচালনা কৰি আছে। বামপন্থীৰ বাবে জাতিবৰ্ণ নিৰ্বিশেষে শ্ৰমজীৱী লোকসকলৰ স্বাৰ্থৰ গুৰুত্ব সৰ্বপ্ৰধান আৰু তাৰ দ্বাৰাহে সমাজৰ প্ৰগতি সাধিত হয়। কথাটোত ময়ো একমত। কিন্তু মই ভাবো যে সমাজৰ পৰিৱৰ্ত্তনৰ এই স্তৰত জাতীয়তাবাদৰ এক ইতিবাচক ভূমিকা থাকিব পাৰে। তদুপৰি বহুকাল ধৰি এই পৰ্য্যায়ত নিবনুৱা যুৱক, নিম্ন মধ্যবিত্ত জনগণৰ মাজত আৰু আনকি কৃষক সমাজতো জাতীয়তাবাদেই প্ৰবল মতাদৰ্শ হৈ থাকিব। সেই কথাটোৰ লগত বাস্তৱ সন্মত বুজা বুজিৰে আগ বাঢ়িলেহে বামপন্থী মতাদৰ্শৰ প্ৰভাৱ বাঢ়িব।

কিন্তু তাৰ বৰ্ত্তমান ৰূপ বা ভূমিকাত অসমীয়া জাতীয়তাবাদেই অসমৰ সৰ্বাধিক ক্ষতি কৰিছে বুলিলে ভুল নহ'ব। প্ৰথমেই উল্লেখ কৰিব লাগিব যে অন্যান্য জাতি আৰু গোষ্ঠীৰ লোকক আকৃষ্ট নকৰি এই জাতীয়তাবাদে তেওঁলোকৰ মাজত ত্ৰাসৰ আৰু ক্ষোভৰ জন্মহে দিছে। ই তেওঁলোকৰ বহুতৰে আত্মসন্মানত আঘাত কৰিছে। অসমীয়া জাতীয়তাবাদ যদি হ'ব লাগে, বড়ো জাতীয়তাবাদ, বঙালী জাতীয়তাবাদ বা মিছিং জাতীয়তাবাদ নহ'ব কিয় ? কথাষাৰ অধৈৰ্য্য আৰু অসহিষ্ণু মনোভাবেৰে উৰাই দিলে নচলিব। কাৰণ যেতিয়ালৈকে অসমীয়া জাতীয় পৰিচয়ৰ বা জাতীয় সংগঠনৰ মাজত বাকী বোৰ গোষ্ঠীয়ে নিৰাপদ অনুভৱ নকৰিব, নিজৰ অধিকাৰ অক্ষুণ্ণ বুলি নাভাবিব, তেতিয়ালৈকে অসমীয়া জাতীয়তাবাদৰ ভৱিষ্যত উজ্জ্বল নহয়।

দ্বিতীয়তে জাতীয়তাবাদৰ কৰ্মসূচী কি ? সেই কৰ্মসূচী কাৰ স্বাৰ্থত ? এই দুটাও অতি সংগত প্ৰশ্ন। আমি দেখাত অসম গণ পৰিষদকে ধৰি অসমৰ জাতীয়তাবাদী কোনো সংগঠনৰে দুৰদৰ্শী আৰু সুচিন্তিত কৰ্মসূচী নাই। মানুহৰ ভাবাবেগ জাগ্ৰত কৰি যি কোনো উপায়ে চৰকাৰ দখল কৰিব পাৰিলেই যেন জাতীয় স্বাৰ্থৰক্ষা পৰে, আৰু চৰকাৰ দখল কৰিব নোৱাৰিলেই যেন অসমৰ জাতীয় স্বাৰ্থ পাচ বছৰলৈ শুই থাকিব পাৰে, তেনে মনোভাৱহে সুলভ। কিন্তু আমাৰ ধাৰণা সুচিন্তিত লক্ষ্য আৰু সুপৰিকল্পিত কৰ্মনীতি অৱলম্বন কৰি গণ আন্দোলনৰ জৰিয়তে আগবাঢ়িব লাগে আৰু তেনেকৈয়ে কিছু পৰিমাণে সেইবোৰ লক্ষ্য সাধন কৰিব লাগে। চৰকাৰ দখল তেনে আন্দোলনৰ

এটা স্তৰ বা অংগহে মাত্ৰ। উদাহৰণ স্বৰূপে অসমত শিল্পায়ন কেনে ধৰণৰ হ'ব লাগে, তাৰ দ্বাৰা কৰ্ম সংস্থানৰ উপৰিও জাতীয় স্বাৰ্থপূৰণ কি ভাবে হ'ব পাৰে সেই বিষয়ে বিস্তাৰিত অধ্যয়ন আৰু বিশ্লেষণেৰে শিল্পনীতি এটা প্ৰস্তুত কৰিব লাগে, অনুৰূপ ভাবে কৃষি, পশুপালন, বনাঞ্চল, আদি বিষয়ে সুচিন্তিত, সুপৰিকল্পিত নীতি আৰু কাৰ্য্যসূচী লাগে আৰু দুটা অতি গুৰুত্বপূৰ্ণ বিষয় হৈছে শিক্ষা আৰু জাতি সমস্যা। অসমৰ জনগণৰ বাবে কেনে ধৰণৰ শিক্ষাৰ প্ৰয়োজন, তাৰ উদ্দেশ্য আৰু পদ্ধতি কেনে হ'ব, জাতীয় ঐক্য আৰু জাতীয় উন্নতিত সি কেনেধৰণৰ সহায় কৰিব, সেই বিষয়ে দলৰ নেতা আৰু কৰ্মীক পথ নিৰ্দেশ কৰিব পৰা নীতি লাগে। অনুৰূপভাৱে অসমবাসী বিভিন্ন জাতি আৰু গোষ্ঠীৰ সম্পৰ্ক কি হ'ব সেই বিষয়েও সুচিন্তিত নীতি আৰু কাৰ্য্যসূচী লাগিব।

এই লক্ষ্য, পদ্ধতি, কাৰ্য্যসূচী নিৰ্দ্ধাৰণ কৰোতে কোন শ্ৰেণী মানুহৰ স্বাৰ্থৰ প্ৰতি লক্ষ্য ৰখা হ'ব? সেই প্ৰশ্নৰ উত্তৰ বিচাৰিলেই এটা সঠিক ৰাজনৈতিক মতাদৰ্শৰ প্ৰয়োজন উপলব্ধি কৰিব পৰা যাব। আজি অসমীয়া জাতীয়তাবাদৰ একমাত্ৰ লক্ষ্য হৈছে কোনোৰকমে চৰকাৰী ক্ষমতা দখল কৰি এচাম মধ্যবিত্ত মানুহৰ হাতত ধন ঘটাৰ আৰু ক্ষমতা প্ৰয়োগ কৰাৰ (ডাঙৰ বিষয় বাবৰ জৰিয়তে) সুযোগ তুলি দিয়া। যেহেতু এই জাতীয়তাবাদে অসমৰ জনসাধাৰণৰ কথা নাভাবে, সেয়ে সি অনিবাৰ্য্যভাৱে এক ফেছিবাদী পথলৈ গতি কৰে। কাৰণ সৰ্বসাধাৰণ মানুহৰ আশা আকাঙ্ক্ষালৈ মনকাণ নিদি মধ্যবিত্তৰ এটা চামৰ স্বাৰ্থসিদ্ধিৰ লক্ষ্য কৰি ল'লে সকলো গোষ্ঠীৰ সাধাৰণ মানুহক জোৰজবৰদস্তি কৰি দমাই ৰখাৰ বাহিৰে আন উপায় নাথাকে। আনহাতে সৰ্বসাধাৰণ ৰাইজৰ আশা-আকাঙ্খাৰ ওপৰত গুৰুত্ব দিলে গণতন্ত্ৰ, পৰমত সহিষ্ণুতা, উদাৰতা আৰু সম্প্ৰীতিৰ ওপৰত জোৰ দিবলৈ সংগঠনটো বাধ্য হ'ব। আৰু জাতি গঠনৰো সৰ্বাধিক কাৰ্য্যকৰী পথ সেইটোৱেই। এনে পথ অৱলম্বন কৰিলে দেখা যাব যে বাওঁপন্থী দলবোৰৰ লগত মতভেদ আৰু ভুল বুজাবুজি থাকিলেও সেইবোৰ প্ৰকৃততে অসমীয়াৰ শত্ৰু নহয়, সম্ভাব্য মিত্ৰহে। তাহানিখনতে জ্যোতিপ্ৰসাদ আৰু ৰাভাই এই কথাৰ সত্যতা উপলব্ধি কৰিছিল।

তদুপৰি ভাৰতৰ অন্যান্য জাতিৰ জনগণৰ লগত সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক আৰু সহযোগিতাৰ প্ৰশ্নও তেতিয়া আহিব। এক ফেড্‌ৰেল ভিত্তিৰ গাঁথনিৰে সেই সমস্যাৰ সমাধান কৰা সম্ভৱ হ'ব।

কিন্তু এইবোৰ কাম দূৰদৰ্শী, বাস্তৱসন্মত দৃষ্টিকোণেৰে আগুৱাই নিব লাগিব। একে কোবে অসমত লো-তীথাৰ কাৰখানা, ইলেকট্ৰনিক শিল্প গঢ়ি নুঠিব। আমাৰ কৃষি, যাতায়াত, শিল্প প্ৰশিক্ষণ, লঘু শিল্পৰ সহায়েৰে তাৰ ভিত্তি গঢ়িব লাগিব। কিছুমান

সামগ্ৰী সদায় ভাৰতৰ আন অঞ্চলৰ পৰা আমদানি কৰিব লাগিব। কিছুমান বাহিৰা লোকৰ শ্ৰম, দক্ষতা আৰু সহায় আমাক হয়তো সদায় লাগিব। কিন্তু বৰ্ত্তমানৰ অসমীয়া মানুহৰ পৰমুখাপেক্ষিতা, আলস্য, কৰ্ম বিমুখতা, চৰকাৰী তহবিলৰ পইছা খাই ধনী হোৱা প্ৰবৃত্তি যথাৰ্থ শিল্প নীতিৰে দূৰ কৰা সম্ভৱ। অসৎ উদ্দেশ্যৰে পৰিচালিত আৰু ধাপ্পাবাজ ধনিক শ্ৰেণীৰ কাকতবোৰে এনে ভাও জোৰে যেন মাজে মাজে কোনো কোনো বিষয়াই পইছা খোৱা কোনো কোনো শিক্ষকে ছাত্ৰীক বলাৎকাৰ কৰা আৰু বিদেশৰ কোনো ৰাজনৈতিক নেতাই যৌন ব্যভিচাৰ কৰাৰ মুখৰোচক খবৰ উলিয়াই দিয়েই সিবিলাকে সমাজৰ নৈতিকতা ৰক্ষা কৰি আছে। (আচলতে তেনে কাকতৰ মালিক পক্ষই চৰকাৰৰ সহযোগত নিজেই কি মাৰাত্মক দুৰ্নীতি কৰি থাকে, তাৰ সাক্ষ্য প্ৰমাণ কাৰো কাৰো হাতত আছে। তেওঁলোকে সেইবোৰ প্ৰকাশ কৰিলে নীতিবাগীশ কাকতবোৰৰ আচল চৰিত্ৰ উন্মোচিত হ'ব)।

প্ৰকৃতপক্ষে ৰাজহুৱা জীৱনৰ নৈতিকতা ৰক্ষা পৰে সমাজৰ এক মহান মতাদৰ্শ সজীৱ আৰু সবল হৈ থাকিলে। মানুহৰ সন্মুখত যেতিয়া এক মহান লক্ষ্য থাকে, পিছত এক আদৰ্শৰ প্ৰেৰণা থাকে, তেতিয়া শ্ৰম, ত্যাগ প্ৰলোভন বৰ্জন, আত্মনিয়োগৰ উদাহৰণ সমাজত বহুত ওলাব। যেতিয়া তাৰ ঠাইত নিজকে লৈ খাই বৈ জীয়াই থকাৰ লক্ষ্যই প্ৰধান হৈ পৰে, তেতিয়া সামাজিক নৈতিকতাও দুৰ্বল হয়। সামাজিক নৈতিকতা দুৰ্বল হৈ পৰিলে ব্যক্তিগত স্খলনো বেছি হয়। নিজকে শাসনত ৰাখি সৎ পথত চলিবলৈ হ'লে এটা বহল ইতিবাচক লক্ষ্য মানুহৰ সমুখত লাগিব। তাৰ অবিহনে নিজকে শাসন কৰাটো প্ৰায় অৰ্থহীন হৈ পৰে—কাৰণ তেনেদৰে নিজৰ বাবে ধনঘটা বা সুযোগ সুবিধা বঢ়াই লোৱাৰ বাহিৰে আন লক্ষ্য আৰু নাথাকে।

কিন্তু অসম গণ পৰিষদকে ধৰি জাতীয়তাবাদী সংগঠনবোৰে অসমৰ মানুহৰ মাজত তেনে প্ৰেৰণা সঞ্চাৰ কৰা নাই, তেনে আদৰ্শ প্ৰতিষ্ঠা কৰা নাই। সেই মতাদৰ্শৰ অভাৱতেই অসম গণ পৰিষদৰ দ্ৰুত আৰু চূড়ান্ত অধঃপতন ঘটিল। ক্ষমতালৈ অহাৰ পিছত এবছৰ মান ধৰি তেওঁলোকৰ ভূমিকা সিমান হতাশাজনক নাছিল। বানপানীৰ সাহায্য বিতৰণত তেওঁলোকে অন্যান্য চৰকাৰৰ তুলনাত নিষ্ঠা আৰু আন্তৰিকতাই দেখুৱাইছিল। কিন্তু কেৱল ধন আৰু ক্ষমতাৰ প্ৰতি মধ্যবিত্ত আকৰ্ষণেই তেওঁলোকৰ একমাত্ৰ কাৰ্য্যকৰী নীতি হৈ পৰাত অন্যান্য অৱনতিও প্ৰবল হ'ল।

অসমত যি মধ্যবিত্ত চামে জাতীয়তাবাদৰ ধ্বজা বেছিকৈ উৰুৱায়, তেওঁলোকৰ ল'ৰা ছোৱালী ইংৰাজী মাধ্যমৰ ছাত্ৰ-ছাত্ৰী। সেইবোৰ ইংৰাজী মাধ্যমৰ স্কুল বাহিৰৰ মানুহে ব্যৱসায়ী ভিত্তিত চলায়। অনিবাৰ্য্যভাৱে এনে শিক্ষাৰ ফলত ধনুৱা সমাজ-সংস্কৃতিৰ

প্ৰতি তেওঁলোকৰ সন্তানসকলৰ শ্ৰদ্ধা বা ভাল পোৱা কমে। শিক্ষাৰ জৰিয়তে নিজে ডাঙৰ মানুহ হোৱাৰ লক্ষ্যই তেওঁলোকৰ বাবে প্ৰধান হয়। থলুৱা জন সাধাৰণৰ দুখমোচন বা উন্নতি বিধানৰ বাবে তেওঁলোকৰ উচ্চশিক্ষা ব্যৱহাৰ কৰাৰ কথা, জনগণক সেৱা কৰাৰ কথাটি তেওঁলোকে সপোনতো ভাবিব নোৱাৰে। এনেকৈয়ে জাতীয়তাবাদী আবুৰৰ আঁৰত চলে জাতিদ্ৰোহিতা।

আনহাতে কেন্দ্ৰ আৰু বৃহৎ পুঁজিপতি গোষ্ঠীয়ে এনে ভণ্ড জাতীয়তাবাদকেই বেছি পছন্দ কৰে। তেনেকৈ জনগণৰ মাজত বামপন্থী আদৰ্শৰ প্ৰচাৰো বন্ধ কৰা যায়, আৰু জনগণৰ ওপৰত চলোৱা শোষণৰ ভাগ দি অসমীয়া গণ্যমান্য মহল তুষ্টও ৰখা যায়। এনে গণ্যমান্য দালালেই আজিৰ অসমীয়া জাতীয়তাবাদৰ ধৰণী। আচৰিত নহয় যে অসমীয়া সমাজ আৰু সংস্কৃতি ক্ৰমে দুৰ্বল হৈ পৰিছে, অধঃপতন সৰ্বগ্ৰাসী হৈছে।

## আলফাৰ ভাবুকি আৰু সাংবাদিক

আলফাৰ বিনা অনুমতিত আলফাৰ বিষয়ে কিবা খবৰ প্ৰকাশ কৰিলে মৃত্যুদণ্ড দিয়া হ'ব বুলি সেই দলৰে কৰ্তৃত্বশীল মহলে হুকুমনামা জাৰি কৰাৰ পিছত সাংবাদিক সকল ঐক্যবদ্ধ হ'ল। তেওঁলোকে এই প্ৰথম অনুভৱ কৰিলে যে অসমৰ স্বাভাৱিক সামাজিক জীৱনৰ বাবে আলফাৰ গতিগোত্ৰ এক ডাঙৰ বিপদ হৈ পৰিছে। সি যি কি নহওঁক, পলমকৈ হ'লেও যে এই অমংগলীয়া ঘটনা সমূহৰ প্ৰকৃত চৰিত্ৰৰ প্ৰতি তেওঁলোক সজাগ হৈছে, সি সকলোৰে বাবে স্বস্তিৰ কাৰণ হৈ পাৰিছে।

দুই তিনিজন ব্যতিক্ৰম বাদ দি বাকী সম্পাদক সকলৰ বিৰুদ্ধে আমি কটূক্তি কৰাত কিছুমান লোকে অসন্তুষ্ট হ'ব। কিন্তু প্ৰকৃত ঘটনা কি? যি কোনো নিৰপেক্ষ লোকে যোৱা এবছৰ ধৰি অসমীয়া কাকতপত্ৰৰ প্ৰকাশিত সংখ্যাবোৰ পঢ়ি চালেই ধৰিব পাৰিব কি বিপজ্জনক আৰু দায়িত্বহীন কামকাজ কিছুমান কাকতপত্ৰত চলি আছে। বিশেষ অনুসন্ধান নকৰাকৈ আলফাৰ কাৰ্য্যকলাপৰ বিস্তাৰিত আৰু ৰহণ চৰোৱা বিৱৰণ বহুত কাকতে ছপাইছিল। এবাৰ দুবাৰ হ'লেও কথা বেলেগ আছিল। কিন্তু বাৰে বাৰে এনে বিৱৰণ আৰু নিবন্ধ তথা মন্তব্য প্ৰকাশ কৰাৰ পিছতো সম্পাদক সকলে লেকাম টনা নাছিল। ফলত আলফাৰ প্ৰতি সমাজৰ সকলো স্তৰতে এক বিচাৰহীন, ভাবপ্ৰৱণ অনুৰাগ আৰু ভক্তিৰ ভাব জাগ্ৰত হৈছিল। আমাৰ সমাজত বাতৰি কাকতৰ কথাকে বেদবাক্য বুলি বহুলোকে বিশ্বাস কৰে। সেয়ে আলফাৰ ভাবমূৰ্তি এচাম বাতৰি কাকত আৰু সাংবাদিকে সৃষ্টি কৰি আলফাৰ হঠকাৰিতাত পৰোক্ষভাৱে উৎসাহ দিয়া বুলিলে

ভুল নহ'ব। এতিয়া এথেত সকলেই খেদ আৰু ক্ষোভেৰে কৈছে যে আলফাৰ এই হুকুম এক ফেছিবাদী অত্যাচাৰ।

আমি আশা কৰিছোঁ যে এই মুহূৰ্ত্তত বাতৰি কাকতৰ জনপ্ৰিয় আৰু সন্মানিত সম্পাদক আৰু সাংবাদিক সকলে ঐকান্তিক আত্ম সমালোচনা কৰিব। তেওঁলোকে সস্তীয়া জনপ্ৰিয়তাৰ বাবে আৰু দুভাগ্যজনক ৰাজনৈতিক স্বাৰ্থত ৰাইজক বিভ্ৰান্ত কৰা খবৰ আদি কেতিয়াও ছপোৱা নাইনে? ৰাইজৰ বিচাৰ বুদ্ধি বা হিতাহিত জ্ঞানক বিপথে নিব পৰা কোনো কৌশল কেতিয়াবা লৈছে নে নাই? বাতৰি কাকতৰ দায়িত্ব যেন কাৰো ওচৰত নাই, তেনে স্বেচ্ছাচাৰিতা কেতিয়াও নকৰাকৈ আছেনে? তেওঁলোকে Disinformation বা অপতথ্য প্ৰচাৰ কৰে নে নকৰে?

তেওঁলোকে নিজকে প্ৰশ্ন কৰক আৰু ভাবক। তেওঁলোকৰ হাতত এনে শক্তিশালী মাধ্যম আছে যে তেওঁলোকে সুবিবেচনা আৰু সজীৱ মূল্যবোধৰ পৰিচয় দিলে আমাৰ সমাজৰ বিস্তৰ উপকাৰ হ'ব। নহ'লে বাতৰিকাকতৰ মূল্য ৰাইজৰ চকুতে ভালেখিনি অৱনমিত হ'ব।

# ৰাজীৱ গান্ধীৰ হত্যাকাণ্ড : কিহৰ ইংগিত ?

আমাৰ ৰাজনীতিত নৃশংস হত্যাকাণ্ড এতিয়া এক অস্বীকৃত কিন্তু পৰিচিত কাৰ্য্যপন্থা। ইন্দিৰা গান্ধীৰ শোকাবহ মৃত্যুৰ পিছত তেওঁৰ পুত্ৰ আৰু ৰাজনৈতিক উত্তৰাধিকাৰী ৰাজীৱ গান্ধীৰ এই অমানুষিক হত্যাও এনে এক কাৰ্য্যপন্থাৰে প্ৰকাশ। কোনো প্ৰতি-হিংসামূলক বা প্ৰতিশোধমূলক উত্তেজনা এই হত্যাকাণ্ডৰ প্ৰেৰণা নাছিল। শীতল মগজেৰে ৰাজনৈতিক হিচাব-নিকাচ কৰিয়েই এই বৰ্বৰতা সংঘটিত কৰা হৈছে।

দঃ ভাৰতত ৰাজীৱ গান্ধীৰ জনপ্ৰিয়তা আছে। তাতে তামিলনাডুত তেওঁ এইবাৰ আন্না ডি এম কে দলৰ সৈতে হাত মিলাই শক্তিশালী অৱস্থানত উপনীত হৈছিল। উঃ ভাৰতৰ দৰে তেওঁৰ ব্যক্তিগত নিৰাপত্তা সেইবোৰ অঞ্চলত সিমান বিপন্ন নাছিল। সেয়ে হয়তো কিছু অসতৰ্কতা বা শিথিলতা আহি পৰিছিল নিৰাপত্তা ব্যৱস্থাত। তাতে নিৰ্বাচনৰ উথল-মাথল। তথাপি কব লাগিব যে পুলিচৰ অধীক্ষককে ধৰি ১৬ জন লোকৰ মৃত্যু ঘটাব পৰা বোমাটো সৰুসুৰা বস্তু নাছিল। কোনেও সন্দেহ নকৰা মানুহে ঘটনাস্থলীলৈ বোমাটো আনি থব লাগিব। সভাস্থলীত পুলিচ বা নিৰাপত্তাৰক্ষীয়ে সভাৰ আগতে যি প্ৰাথমিক তালাচী চলাব লাগে, নিশ্চয় সেই তালাচীও চলোৱা হৈছিল। তথাপি যে বস্তুটো তেওঁলোকৰ চকুত নপৰিল তাৰ কাৰণ কেইবাটাও হ'ব পাৰে। তেওঁলোকে তালাচী চলাই উঠাৰ পিছতে কোনোবা "বিশ্বাসী" লোকে বোমাটো কিবা আন সাজ পিন্ধাই তালৈ আনিব পাৰে। অথবা তাৰ আগতে তেনে বিশ্বাসী লোকে বৈদ্যুতিক সৰঞ্জাম আদিৰ ৰূপত বস্তুটো তাত থৈ যাব পাৰে। ফৰেন্সিক বিজ্ঞানী সকলে ঘটনাস্থলীৰ নানা ভগ্নাৱশেষ পৰীক্ষা কৰিহে ক'ব পাৰিব। কিন্তু যদিহে পদস্থ আৰু "বিশ্বাসী" লোকে বোমাটো তাত থৈ যোৱা বুলি ধৰিব পাৰি, তেনেহলে এই ঘটনা জাতীয় আৰু আন্তৰ্জাতিক মহলৰ উচ্চতম পৰ্য্যায়ৰ চক্ৰান্তৰ ফল বুলি সিদ্ধান্ত কৰাৰ থল আছে।

এই কথা ঠিক যে পঞ্জাৱ আৰু শ্ৰীলংকাৰ সন্ত্ৰাসবাদী বিলাকে ৰাজীৱ গান্ধীৰ বহুত কথা আৰু কাম পছন্দ কৰা নাছিল। কিন্তু অৱশেষত তুয়োথন ঠাইতে ৰাজীৱ গান্ধীৰ নীতি কাৰ্য্যকৰী হোৱা নাছিল। সেয়ে তেওঁলোকৰ কোনো প্ৰতিহিংসা ইয়াত মূল প্ৰেৰণা বুলিব নোৱাৰি। কিন্তু তেওঁলোকক বা তেনে আন কোনো সংগঠনক প্ৰধান চক্ৰান্তকাৰী বিলাকে ব্যৱহাৰ কৰাটো আচৰিত নহয়। কাশ্মীৰৰ ক্ষেত্ৰত ৰাজীৱ গান্ধীৰ মতৰ লগত বাকীবোৰ দলৰ মতামতৰ কাৰ্য্যতঃ বিশেষ প্ৰভেদ নাই।

অর্থাৎ এই মুহূর্ত্তত নেতা হিচাপে ৰাজীৱ গান্ধীক ভাৰতৰ পৰা অপসাৰণ কৰাই চক্রান্তকাৰীবিলাকৰ অভিপ্রায় আছিল। এই চক্রান্তকাৰী বিলাকে গোপনে ঘটনাটো ঘটোৱাৰ কাৰণ আছে। ৰাজীৱ গান্ধীৰ দক্ষতা আৰু জনপ্রিয়তা থাকিলেও তেওঁ ভাৰতৰ জনসাধাৰণৰ অবিসম্বাদী নেতা নাছিল। নির্বাচনত তেওঁ এবাৰ পৰাজিত হৈছে, দ্বিতীয়বাৰো হয়তো পৰাজিত হ'লহেঁতেন। ৰাজীৱ গান্ধীৰ গণতান্ত্রিক প্রতিপক্ষই তেনে পন্থা ললেহেঁতেন। কিন্তু তেনে গণতান্ত্রিক উপায়েৰে ৰাজীৱ গান্ধীক অপসাৰিত কৰাত চক্রান্তকাৰী বিলাকৰ আস্থা নাছিল—হয়তো ধৈর্য্যও নাছিল। ইতিমধ্যে দুই-এটা সমীক্ষাত (যেনে India Today-ৰ সমীক্ষাত) ৰাজীৱে চৰকাৰ গঠন কৰিব পাৰে বুলি কথা ওলোৱাত চক্রান্তকাৰী বিলাক হয়তো আৰু বিচলিত হৈছিল। ৰাজীৱৰ প্রত্যাবর্ত্তন সিহঁতে একেবাৰেই বিচৰা নাছিল। ৰাজীৱৰ মৃত্যুৱে ইন্দিৰা কংগ্রেছৰ শিবিৰ ছিন্নভিন্ন কৰিব বুলিও সিহঁতে আশা কৰে।

ৰাজীৱৰ প্রত্যাবর্ত্তনে কেতবোৰ প্রক্রিয়াত বাধা দিলেহেঁতেন। বিচ্ছিন্নতাবাদী আন্দোলনে দেশত অনৈক্যৰ জোৱাৰ অনাৰ বিৰুদ্ধে ৰাজীৱে কঠোৰ দমন-নীতি চলালেহেঁতেন বুলি ভবাৰ থল আছে। কৌশলী সাম্প্রদায়িক প্রচাৰত ইন্দিৰা কংগ্রেছো পিছ পৰা নহয়। কিন্তু তীব্র সাম্প্রদায়িক সংঘাতত বা ধর্মীয় বিবাদত তেওঁ বাধা দিলেহেঁতেন। চক্রান্তকাৰী বিলাকে বর্ত্তমানৰ অনৈক্যৰ ধাৰাটো অধিক শক্তিশালী হোৱাটো বিচাৰিছিল। ভাৰতক খণ্ড-বিখণ্ড কৰিব খোজা বিদেশী শক্তিবোৰৰ লগত চক্রান্তকাৰীবিলাক জড়িত আছিল বুলি সহজে সিদ্ধান্ত কৰিব পাৰি।

সেইদৰে ৰাজীৱ গান্ধীৰ এক সুস্পষ্ট বৈদেশিক নীতি আছিল। ৰুছিয়াৰ অৱনতি আৰু বর্ত্তমান দুর্বলতাৰ সুযোগ লৈ আমেৰিকান সাম্রাজ্যবাদে সমগ্র বিশ্ব কবলিত কৰিবলৈ বিচাৰিছে। ইৰাকক দমন কৰি মার্কিন সাম্রাজ্যবাদে তাৰ আগজাননী দিছে। সেই ক্ষেত্রত ৰাজীৱৰ নীতি মার্কিন সাম্রাজ্যবাদী মহলৰ পথৰ কণ্টক হ'লহেঁতেন। কাৰণ নেহৰুৰ দিনৰে পৰা চলি অহা ভাৰতৰ স্বাধীন বা জোট নিৰপেক্ষ বৈদেশিক নীতি ৰাজীৱ গান্ধীয়ে সহজে এৰি নিদিলেহেঁতেন। কিন্তু সেই নীতি সম্পূর্ণ বর্জন কৰিব খোজা দল বা নেতা বর্ত্তমান ভাৰতত ওলাইছে। তাৰ লগে লগে মুক্ত অর্থনীতিৰ নামত ভাৰতৰ অর্থনীতি মার্কিন পুঁজিৰ চাৰণভূমিত পৰিণত কৰিব খোজা নেতাও ভাৰতত ওলাইছে। (হয়তো ইন্দিৰা কংগ্রেছতে তেনে নেতা আছে।) কিন্তু ৰাজীৱৰ নিজৰে সেইপিনে কিছু দুর্বলতা থাকিলেও তেওঁ মার্কিন পুঁজিৰ আগত সম্পূর্ণ আত্মসমর্পণ নকৰিলেহেঁতেন। যদি দেখা যায় তেনে এজন লোকেই অৱশেষত ভাৰতৰ প্রধানমন্ত্রী হৈছে, তেন্তে প্রমাণ হ'ব যে এই উদ্দেশ্যেই ৰাজীৱ গান্ধীক অপসাৰণ কৰা হ'ল।

এই অনুমান যদি সঁচা হয়, ভাৰতৰ আইন-শৃংখলাৰ বেমেজালি আৰু ৰাষ্ট্ৰীয় অনৈক্য আৰু কিছুদিন বৰ্ত্তাই ৰাখিবলৈ চক্ৰান্তকাৰী মহলে চেষ্টা কৰিব। মহাৰাষ্ট্ৰৰ উগ্ৰ সংগঠন ‘শিৱসেনা’ৰ নেতা বাল থেকৃৰেই মহাত্মা গান্ধীৰ হত্যাকাণ্ড সমৰ্থন কৰি তাৰে ইংগিত দিছে।

ৰাজীৱ গান্ধী ডেকা বয়সতে আততায়ীৰ হাতত ঢুকাল। অতি বিচক্ষণ নহলেও তেওঁৰ নেতৃত্ব একেবাৰে পৰিমৰা বিধৰো নাছিল। তেওঁৰ নিষ্ঠুৰ হত্যাকাণ্ডত ময়ো ব্যক্তিগতভাৱে ব্যথিত অনুভৱ কৰিছো। বিশেষকৈ সম্পূৰ্ণ প্ৰতিক্ৰিয়াশীল ৰাজনীতিৰ হাতিয়াৰ হোৱাটো তেওঁৰ পক্ষে সম্ভৱ নহ’লহেতেন। দেশৰ বাবে তেওঁৰ মৃত্যু এক উল্লেখযোগ্য ক্ষতি।

কিন্তু তেওঁ অনুসৰণ কৰা কেতবোৰ ভ্ৰান্ত নীতিৰ পৰা তেওঁৰ দলৰ লগতে দেশৰো বিপদ হৈছে। স্বৰ্গীয় ইন্দিৰা গান্ধীৰ দিনৰে পৰা তেওঁৰ দলে এক স্বৈৰতান্ত্ৰিক ৰাষ্ট্ৰনীতিৰ পোষকতা কৰি আহিছে। তেওঁৰ নিজৰ দলতে সাংগঠনিক নিৰ্বাচন বহুদিন ধৰি হোৱা নাই। দুজনমান বিশ্বস্ত অনুগামীৰ সহায় লৈ তেওঁ অকলে বহু গুৰুত্বপূৰ্ণ সিদ্ধান্ত লয়। আঞ্চলিক জনগণৰ শক্তি আৰু আশা-আকাংক্ষা বাঢ়ি অহা সত্ত্বেও তেওঁৰ দলে অতি কেন্দ্ৰীভূত ৰাষ্ট্ৰৰ বিকাশত সহায় কৰিছে। ফলত বিভিন্ন অঞ্চলৰ আকাশত ক্ষোভ আৰু বিদ্ৰোহৰ পতাকা উৰিবলৈ ধৰিছে। ৰাষ্ট্ৰই জনমতৰ প্ৰতি যিমানেই ঔদাসিন্য দেখুৱাইছে সিমানেই প্ৰয়োজন হৈছে ব্যাপক দমননীতি আৰু প্ৰবল দমনযন্ত্ৰৰ। অথচ জনবিক্ষোভ আৰু অশান্তি প্ৰশমিত হোৱা নাই। এই বিপজ্জনক, জনবিৰোধী নীতিৰ সলনি হোৱা প্ৰয়োজন।

কিন্তু ৰাষ্ট্ৰীয় অখণ্ডতাও কেৱল শোষণদমনৰ সজুলি নহয়। দেশৰ সমগ্ৰ জনগণৰ সহযোগিতা আৰু বন্ধুত্ব হে দেশৰ নিৰাপত্তা আৰু প্ৰগতিৰ চৰ্ত্ত। অখণ্ডতাৰ প্ৰকৃত অৰ্থও এয়ে। আজি বহু আঞ্চলিক শক্তিয়ে কথাটো পাহৰি পেলাইছে দূৰৰ পৰা স্বাৰ্থপৰ বিদেশী মহলেও তাত উচটনি দিছে। দুয়ো এই মহান লক্ষ্য সাধনৰ বাবে ভ্ৰান্ত আৰু ক্ষতিকৰ পন্থা গ্ৰহণ কৰিলেও শ্ৰীমতী গান্ধী আৰু ৰাজীৱ গান্ধী এই গুৰুত্বপূৰ্ণ নীতি ৰক্ষাৰ সংগ্ৰামতে শহীদ হ’ল। সেইপিনৰ পৰা দুয়ো আমাৰ সমবেদনা আৰু শ্ৰদ্ধা দাবী কৰে। লগতে এক বিনম্ৰ সতৰ্কবাণীও তেওঁলোকৰ উত্তৰাধিকাৰী সকলে আমাৰ পৰা শুনিব লাগিব। ৰাজীৱ গান্ধীৰ উদ্দেশ্য বা লক্ষ্য ৰক্ষা কৰিবলৈকে ৰাজীৱ গান্ধীৰ পন্থা বাদ দিব লাগিব।

## সংযোজন

ওপৰৰ কথাখিনি কালিয়েই (২২/৫/৯১) সম্পাদকৰ ওচৰলৈ পঠোৱা হৈছিল। তেওঁ পোৱাত দেৰী হোৱা বাবে ২৩ তাৰিখে নোলাল। আজি সেয়ে নতুনকৈ অহা খবৰৰ ভিত্তিত তলত দিয়া কথাখিনি যোগ দিয়া হ'ল :

জনা গৈছে বিস্ফোৰণটো ৰাজীৱ গান্ধী মাটিৰ পৰা মঞ্চলৈ উঠাৰ আগতে হৈছিল। এই শক্তিশালী বোমাটো তেওঁ মালা পিন্ধি থকা অৱস্থাতে ফুটিছিল। কিন্তু মালা বা ফুলৰ থোপাৰ মাজত এনে গধুৰ বোমা এটা ভৰাই দিয়া সম্ভৱ নহয়। সেয়ে অনুসন্ধানকাৰী সকলে ধাৰণা কৰিছে যে কোনো আত্মঘাতী বিদ্ৰোহী দলৰ সদস্য বা সদস্যাই পিন্ধা কাপোৰৰ মাজত বোমাটো আনি নিজেও মৰিল, ৰাজীৱ গান্ধীকো শেষ কৰিলে। মাটিত থোৱা হ'লে গাঁত হ'লহেঁতেন, ভৰিৰ অংশ বেছিকৈ পুৰিলেহেঁতেন। কিন্তু স্বৰ্গীয় গান্ধীয়ে আঘাত পাইছিল দেহৰ উৰ্দ্ধাংশত।

যদি এই তত্ত্বটো সঁচা হয়, তেন্তে মৃত লোকসকলৰ প্ৰত্যেকৰ বিষয়ে পুংখানুপুংখ তদন্ত কৰিলেই সূত্ৰ এটা পোৱা যাব। (এগৰাকী নিহত মহিলাৰ চিনাকি হেনো পোৱা হোৱা নাই।) তদুপৰি নিৰ্বাচনী সভাতো যাকে তাকে মালা পিন্ধাবলৈ দিয়া নহয়। কোনে মালা পিন্ধাবলৈ কাক কাক অনুমতি দিছিল, খবৰ কৰিব পাৰি। মাটিত থোৱা বস্তু হ'লেই যে মাটিত গাঁত হ'ব, বিশ্বাস কৰিব নোৱাৰি। আমি লক্ষীপথাৰত দেখা মাটিত পোতা শক্তিশালী মাইনৰ গাঁতো সিমান ডাঙৰ নাছিল। বিস্ফোৰণৰ কোবত বোমা উফৰি বা ছিটিকি শূন্যত উঠিলে আৰু গাঁত ক'ৰ পৰা হ'ব ?

এল টি টি ইয়ে বিস্ফোৰণত হাত থকা অস্বীকাৰ কৰিছে। পঞ্জাবৰ পৰা ৰাজীৱ গান্ধীক হত্যা কৰিবলৈ তামিলনাডুলৈকে সন্ত্ৰাসবাদীয়ে খেদি যাব বুলি ধাৰণা নহয়।

সেয়ে ভাৰতৰ উচ্চ মহলৰ লগত সম্পৰ্ক থকা চি আই এৰ কোনো চৰিয়াই ঘটনাটো ঘটোৱা বুলি আমাৰ সন্দেহ হৈ গ'ল। এমুঠি বাতুলে ঘটনাটো ঘটোৱা বুলি ভাবিলে ডাঙৰ ভুল হ'ব।

# ৰাষ্ট্ৰপতিৰ শাসন সম্পৰ্কে আকৌ এবাৰ

ব্যক্তিগতভাৱে মই ৰাষ্ট্ৰপতিৰ শাসন আৰোপিত হোৱাত প্ৰতিবাদ কৰা নাছিলোঁ। কাৰণ স্পষ্ট। ন্যায়ালয়ৰ বাহিৰত এদল লোকে নিজাববীয়া বিচাৰ কৰি অসম গণ পৰিষদৰ বাহিৰে বাকী সকলো ৰাজনৈতিক দলক সন্ত্ৰস্ত কৰিব আৰু এপিনৰ পৰা জধে-মধে হত্যাকাণ্ড চলাই যাব, সি এক শ্বাসৰুদ্ধকৰ পৰিস্থিতি। কিন্তু সামৰিক বাহিনীৰ শাসন সম্পৰ্কে মনত আমাৰ সদায় সন্দেহ আছিল। এওঁলোকৰ কাম হ'ব লাগে যুঁজ কৰা, নিষিদ্ধ ৰাজনৈতিক সংগঠনৰ কৰ্মী বিচাৰি উলিওৱা বা তালাচী চলোৱা তেওঁলোকৰ কাম নহয়। তদুপৰি সামৰিক বাহিনীয়ে অসমৰ ওপৰমহলাত বহুদিনৰে পৰা অশুভ প্ৰভাব বিস্তাৰ কৰি আছে। এতিয়া "ক'লা আইন"ৰ বিৰোধিতা কৰি মাত ভঙা বহু "গণ্যমান্য" লোকৰ গণ্যতা আৰু মান্যত। যি সামৰিক কৰ্তৃপক্ষৰ অনুগ্ৰহৰ ওপৰত নিৰ্ভৰ কৰে, কথাটো বহুবছৰ আগতে আমি গম পাইছিলোঁ। আনহাতে অসমৰ ৰাজনীতিৰ বিষয়ে স্পষ্টবাদী হোৱা বাবে আমি তাহানিৰ পৰা সামৰিক কৰ্তৃপক্ষৰ অপ্ৰিয়। সৰু ল'ৰা ছোৱালীক ভয় খুৱাবলৈ কৰা বুধিৰ দৰে ভেৰোণীয়া সাংবাদিক বা গুণ্ডা লগাই আমাৰ মুখ বন্ধ কৰিবলৈ এওঁলোকে চেষ্টাৰ ত্ৰুটি নকৰে। আমিও তেনে আক্ৰমণ আহিলে বুজোঁ ঠিক ঠাইতে আমাৰ অস্ত্ৰ পৰিছেগৈ।

সামৰিক কৰ্তৃপক্ষৰ এই অশুভ প্ৰভাৱ দূৰ কৰিবলৈ শীঘ্ৰে ব্যৱস্থা লোৱা উচিত। সেনা বাহিনীৰো যি অংশ দুৰ্নীতিগ্ৰস্থ বা ভ্ৰষ্ট নহয়, তেওঁলোক এনে ধৰণে নাগৰিক প্ৰশাসনৰ (civil administration) দায়িত্ব লব লগা হোৱাত নিশ্চয় বিৰক্ত আৰু ক্ষুব্ধ। কেৱল সন্ত্ৰাসবাদীৰ কেতবোৰ দায়িত্বহীন কাৰ্য্যকলাপেই তেওঁলোকক এনে অপ্ৰিয় কাৰ্য্যত ব্যস্ত ৰখা নাই। সন্দেহ হয় যে সামৰিক কৰ্তৃপক্ষৰ মাজেদি কেতবোৰ বৃহৎ ৰাজনৈতিক শক্তিয়েও সিহঁতৰ কাৰ্য্যসিদ্ধিৰ বাবে জনসাধাৰণৰ অগোচৰত চান্দি আছে। এই সকলোবোৰ বিপদৰ পৰা হাত সৰাৰ একমাত্ৰ উপায় হৈছে সেনা বাহিনীক আঁতৰাই পঠোৱাৰ বাবে উপযুক্ত পৰিবেশ গঢ়ি তোলা আৰু যথাশীঘ্ৰে গণতান্ত্ৰিক প্ৰক্ৰিয়া পুনৰ সঞ্জীৱিত কৰা।

কিন্তু তাৰ বাবে অনিবাৰ্য্যভাবে কম সময়ৰ বাবে হ'লেও ৰাষ্ট্ৰপতিৰ শাসন বলবৎ ৰাখিব লাগিব, আৰু অৰ্দ্ধসামৰিক বাহিনী নিয়োগ কৰিব লাগিব। কাৰণ সন্ত্ৰাসবাদীয়ে হত্যাকাণ্ড বন্ধ কৰিব, বলপূৰ্বক ধন সংগ্ৰহ বন্ধ কৰিব আৰু দমনমূলক কাৰ্য্যকলাপ বন্ধ কৰিব বুলি কোনো প্ৰতিশ্ৰুতি দিয়া নাই। সাধাৰণ ৰাইজৰ জীৱন আৰু সম্পত্তিৰ

নিৰাপত্তা সুনিশ্চিত নোহোৱাকৈ গণতান্ত্রিক প্রক্রিয়া পুনৰাৰম্ভ কৰাৰ প্রশ্নই নুঠে। অর্থাৎ সন্ত্রাসবাদীৰ দায়িত্বহীন, অবিবেকী কার্য্যকলাপৰ বিৰুদ্ধে কঠোৰ ব্যৱস্থা ল'ব লাগিব। (অৱশ্যে যদি সন্ত্রাসবাদীৰ সুমতি ঘূৰি আহে, তেনেহ'লে কথা বেলেগ।) অর্থাৎ ৰাষ্ট্রপতিৰ শাসনত ৰাজ্যিক প্রশাসন আৰু আৰক্ষী বিভাগ হুঁছিয়াৰ আৰু কর্মতৎপৰ নহলে নচলিব। এই ক্ষেত্রত কেতবোৰ অসুবিধা দেখা গৈছে। প্রথমতে অর্থাভাব। বহুত কিবাকিবি যোজনা আঁচনি আদি ঘোষণা কৰিলেও আচলতে ৰাজ্যিক চৰকাৰৰ হাতত টকা নাই। আনহাতে প্রফুল্ল মহন্তই অভিযোগ কৰা মতে সেনা বাহিনীৰ মেটমৰা বোজাও অসমৰ ৰাজ্য চৰকাৰেই কঢ়িয়াব লগা হৈছে। অর্থাৎ অসমৰ খাই বৈয়েই জোৱান বিলাকে অসমীয়া মানুহক মাধমাৰ দি আছে। এইটো এক অদ্ভুত ঘটনা। যদিহে অসম ভাৰতৰ অংগৰাজ্য হয় আৰু অসমৰ অশান্তি দূৰ কৰাটো ভাৰতৰ আইন-শৃংখলাৰ বাবেই প্রয়োজনীয়, তেনেহলে কেন্দ্রই অসমত সেনবাহিনীৰ বাবে হোৱা খৰচ বহন কৰিব লাগিব।

দ্বিতীয়তে শুনা গৈছে যে ৰাজ্য চৰকাৰৰ বিষয়া সকল কাম কৰিবলৈ উৎসাহী নহয়। তেওঁলোকে হেনো ভয় কৰিছে যে এই সময়ছোৱাত মনপুতি কাম কৰিলে পিছভনির্বাচিত হৈ অহা চৰকাৰে তেওঁলোকক বিপদত পেলাব। কোৱা বাহুল্য, এই ভয় অমূলক। তেওঁলোকে মনপুতি কাম কৰিলে কোনেও তেওঁলোকক হিতেশ্বৰ শইকীয়াৰ দালাল বুলি নাভাবে। বৰং তেওঁলোকক কর্তব্যনিষ্ঠ বুলিহে ভাবিব। (অৱশ্য লেমটো স্বভাৱৰ সকল সদায়েই লেমটো। তদুপৰি তেওঁলোকে সদায় আপত্তি কৰে যে মন্ত্রী এম এল এ'ৰ উপদ্রৱত তেওঁলোকে ভালকৈ কাম কৰিব নোৱাৰে, বাধা পায়। তেওঁলোকে তেনেহ'লে এতিয়াহে কাম কৰি দেখুওৱাক মন্ত্রী এম-এল এ নহ'লে কেনেকৈ দক্ষতাৰে কাম কৰিব পাৰে। তাকে নকৰি কাঠৰ মূঢ়া হৈ বহি থাকিলে পিছত অহা মন্ত্রী এম-এল-এ'ই তেওঁলোকক নাকী লগাবলৈ সুচলহে পাব।

আৰক্ষী বিভাগৰ বিষয়ে সেনা বাহিনীৰ গুৰুতৰ অভিযোগ আছে। তেওঁলোকে হেনো সেনা বাহিনীয়ে যোগান ধৰা গুৰুতৰ নথিপত্র (যেনে ULFA ৰ লগত LTTE ৰ সম্পর্ক সম্বন্ধীয় প্রমাণ) লুকুৱাই পেলাইছে। ই এক সাংঘাটিক কথা। যদি সঁচা হয়, তেনেহলে সংশ্লিষ্ট আৰক্ষী বিষয়া কিয় পদচ্যুত হোৱা নাই আমি বুজি নাপালো। কাৰণ সেনা বাহিনীয়ে নিশ্চয় বিশেষ বিষয়াৰ হাততহে নথিপত্র দিছিল। সন্ত্রাসবাদী যুবক আমাৰ সমাজৰে বিপথগামী যুবক বুলি আমাৰ মনতো-কিছু অনুকম্পা আছে। কিন্তু সেইবুলি সন্ত্রাসবাদী কার্য্যকলাপত সহায় কৰাৰ প্রশ্নই নুঠে। নথিপত্র লুকুৱাই পেলোৱাৰ অর্থ হ'ব সন্ত্রাসবাদী কার্য্যকলাপত সহায় কৰা।

মন্ত্ৰী এম এল এ-ই কামত হস্তক্ষেপ কৰা বুলি বহু কেইজন পদস্থ আৰক্ষী বিষয়াই এসময়ত ঘোৰ আপত্তি কৰিছিল। তেওঁলোকৰ হাতত আৰক্ষী বিভাগৰ মূল দায়িত্ব দিয়া হওকচোন। তেওঁলোকেও প্ৰমাণ কৰক যে মন্ত্ৰী এম এল এ নাথাকিলে তেওঁলোকে নিৰপেক্ষভাবে আৰু নিষ্ঠাৰে কৰ্ত্তব্য পালন কৰিব পাৰে।

ৰাইজেও ৰাষ্ট্ৰপতিৰ শাসনক কেৱল গৰিহণা দি গলেই নচলিব। যদিহে গণতান্ত্ৰিক ব্যৱস্থা পুনৰ ঘূৰাই আনিবলৈ ৰাষ্ট্ৰপতিৰ শাসন অনিবাৰ্য্য তেন্তে তাক তাকৰীয়া সময়ৰ বাবে কাৰ্য্যকৰি কৰাৰ একমাত্ৰ উপায় হৈছে তাৰ লগত সজাগভাবে সহযোগিতা কৰা। নতুবা ৰাষ্ট্ৰপতিৰ শাসন হ'ব এচাম সাংবাদিকৰ ভোৰতালৰ তালে তালে প্ৰশাসনীয় আৰু সামৰিক বিষয়াৰ নৃত্য ॥

## কিমধিকম্

বন্ধু-বান্ধৱে নিশ্চয় এটা কথা লক্ষ্য কৰিছে। ইমান দিনে কাম কৰি যাবৰ সময়ত খ্যাতি বা সন্মানৰ আকাংক্ষাই আমাক লক্ষ্যভ্ৰষ্ট যাতে নকৰে, তাৰ বাবে যথাসাধ্য কষ্ট কৰিছোঁ। কিবাকিবি কাম কৰাৰ পিছত ৰাইজৰ মাজত সামান্য সুনাম হ'লেই শাসকশ্ৰেণীৰ বিভিন্ন শিবিৰে সন্মান বা খ্যাতি বৰষি কিনি পেলাব খোজে। তেনে সন্মান বা খ্যাতিৰ প্ৰলোভনত স'হাৰি নিদিলে সেই সকল মহাজনেই দুৰ্ণামত বুৰাই দিব খোজে। প্ৰলোভনত স'হাৰি নিদিয়া বাবেইহে দুৰ্ণামৰ মাত্ৰা চ'ৰি যায়। নহ'লে ইমান দিনে গণ্যমান্যসকলৰ মূৰৰ ওপৰতো সহজে নাচিব পৰা গ'লহেতেন!

অলপতে এখন ইংৰাজী দৈনিকত এটা প্ৰবন্ধ দিছিলো। সেনা বাহিনী আৰু শাসক শ্ৰেণীৰ বিষয়ে তাত দুটামান কঠোৰ বাক্য আছিল। প্ৰবন্ধটো সম্পূৰ্ণ ওলট-পালট হৈ ওলাল। চোকা-চোকা বাক্যবোৰৰ বানান ভুল হৈ দুৰ্বোধ্য হ'ল। সন্দেহ নাই সেনা বাহিনীয়ে এনেকৈয়ে প্ৰকাৰান্তৰে আইনশৃংখলা ৰক্ষা কৰিছে। কিন্তু বুজাই বুজিব মোল্লাৰ দৌৰমছজিদ।

# ডুমডুমাৰ ডম্বৰু !

ডুমডুমাৰ পৰিস্থিতি অগ্নিগৰ্ভ। স্থানীয় সৎ চিন্তাশীল লোকসকলৰ চেষ্টাত জুই জ্বলি উঠা নাই, কিন্তু হেজাৰ-বিজাৰ চাহ শ্ৰমিকৰ দৈনিক ভাত-মুঠিৰ উপায় হেৰালে স্বাভাৱিকতে তেওঁলোকৰ ক্ষোভৰ উদ্গীৰণ হ'ব। যি সকলৰ হঠকাৰিতাৰ বাবে এনে ঘটনা ঘটিল, তেওঁলোকে এনে পৰিণামৰ কথা আগতে চিন্তা কৰিব লাগিছিল। তেওঁলোকে অত্যাচাৰ কৰি যাব আৰু সি পক্ষই অত্যাচাৰ বিনা প্ৰতিবাদে সহ্য কৰি যাব, এনেকৈ ভবাটো বীৰোচিত হ'ব পাৰে, কিন্তু বুদ্ধিৰ পৰিচায়ক নহয়, এনে সংঘৰ্ষত দুয়ো পক্ষই নিজা নিজা অস্ত্ৰ ব্যৱহাৰ কৰিবই।

আলফাই স্পষ্টীকৰণ দি কৈছে যে তেওঁলোকে কাৰো ওপৰত উৎপীড়ন কৰা নাই। বাইজৰ মনত থাকিব পায় যে "ছাত্ৰ সস্থা নামধাৰী গুণ্ডাৰ দল" অথবা "ছাত্ৰ সস্থা বুলি ধাৰণা কৰা দুৰ্বৃত্তৰ দল" এসময়ত সক্ৰিয় হৈ বহু ঠাইৰ মানুহৰ চকুৰ টোপনি কাঢ়ি নিছিল। এতিয়া তেনেহ'লে "আলফা নামধাৰী দুৰ্বৃত্তৰ দলো" ওলাল। এইবিলাক দলে AK—47 বা ষ্টেনগান চাহ কোম্পানীৰ বিষয়া সকলৰ কুমত থৈ লাখ লাখ টকা দাবী কৰে। কোৱা বাহুল্য যে বিষয়াসকল চাহবাগানৰ মালিক নহয়, মালিকসকলৰ বিনা অনুমতিত তেওঁলোকে লাখ লাখ (কেতিয়াবা কোটি) টকা দিব নোৱাৰে। বৰপাত্ৰ নামৰ শিৱসাগৰৰ বাগান এখনৰ মেনেজাৰ পালচৌধুৰীৰ ওপৰত সেই জগৰত নিৰ্য্যাতন চলোৱাও হৈছে। স্থানীয় থানাই কিবা কৰাৰ আশা নাই। দৌলত সিং নেগীৰ হত্যাকাৰীকে ধৰিব নোৱাৰিলে। শেষত আমি শুনামতে মেনেজাৰ সকলৰ পৰিত্ৰাহি কাকুতিত লণ্ডনৰ মালিক সকলৰ সিংহাসন কঁপি উঠিল আৰু বিলাতৰ বৈদেশিক দপ্তৰৰ মন্ত্ৰীয়ে ভাৰত চৰকাৰৰ ওপৰত হেঁচা দিলে। এনে ঘটনাৰ বাবে দায়ী কোন ?

আল্ফাই স্পষ্টীকৰণত কৈছে যে অসমৰ উন্নয়নত সহায় কৰিব খোজা বাহিৰৰ পুঁজিক তেওঁলোকে স্বাগতম জনায়, কিন্তু সেই পুঁজিৰ মালিকসকলে তেওঁলোকৰ "সমৰ পুঁজি" লৈ অৱদানদিব লাগিব। "সমৰ পুঁজিৰ" নাম শুনাৰ পিছত বাহিৰৰ অসামৰিক পুঁজিৰ অসমৰ প্ৰতি আগ্ৰহ কমি যোৱাই স্বাভাৱিক। কাৰণ "সমৰ পুঁজিৰ" বৰঙণি চৰকাৰী কৰ নহয়—তাৰ ধৰাবন্ধা নিৰিখ, মাহটোৰ ভিতৰতে লাখৰ পৰা কোটি টকালৈ জপিয়াব পাৰে।

গুৱাহাটী নীলাম বজাৰ কেন্দ্ৰৰ বিষয়ে লোৱা সিদ্ধান্তটো আমিও সমৰ্থন নকৰোঁ। কিন্তু বলপ্ৰয়োগ ( Pressure ) একপক্ষীয় নহয়।

আচৰিত কথা, এই সম্পৰ্কে সদৌ অসম গণতান্ত্ৰিক নাগৰিক সন্থাই দিয়া বিবৃতি গুৱাহাটীৰ বহু বাতৰিকাকতে ছপোৱা নাই। তেখেতসকলৰো কিবা "সমৰপুঁজি" আছে নেকি জনা নগ'ল।

## উভয় সংকট

ইংৰাজীত এষাৰ কথা আছে—"Between the Devil and the deep sea" অসমৰ বাওঁ গণতান্ত্ৰিক শিবিৰৰ অৱস্থা এতিয়া তেনেকুৱাই। ইপিনে গ'লে গণ পৰিষদৰ "গণ" সকলে মহাদেৱৰ "গণ"ৰ দৰে আসুৰিক উৎপীড়ন সহিব লগা হয়। আনপিনে গ'লে ইন্দিৰা কংগ্ৰেছৰ অথাই সাগৰত পৰি ককবকাব লগা হয়।

অৱশেষত তেওঁলোকে গণ পৰিষদৰ লগতে কিছুদিন থাকিবলৈ ঠিৰাং কৰিলে। ৰাষ্ট্ৰপতিৰ শাসন মানেই প্ৰকাৰান্তৰে ইন্দিৰা কংগ্ৰেছৰ শাসন। সেই বস্তুটো কেনে হ'ব পাৰে তেওঁলোকে নাজানে। আনহাতে এতিয়া অ গ প ই টিলাকৈ হ'লেও আলফাৰ ওপৰত লেকাম ধৰি আছে। ৰাষ্ট্ৰপতিৰ শাসন হ'লেই লেকাম এৰি দিব আৰু আলফাই কাৰ মৰাশৰ ওপৰেদি চেকুৰে ঠিকনা নাই।

অ গ প শাসনত নিৰ্বাচন হ'লে ৰাইজৰ সুবিধা হ'ব। ভোট দিবলৈ নগ'লেও হ'ব। বিভিন্ন প্ৰাৰ্থীৰ ভোট সমৰ্থকসকলে ভোট কেন্দ্ৰৰ ওচৰত খণ্ডযুদ্ধ চলাব আৰু যেয়ে জিকে তেৱেঁই নিৰ্বাচিত বুলি ঘোষণা কৰা হ'ব। স্বয়ম্বৰ প্ৰথাৰেই ৰাইজে এইবাৰ ভোট দিব লাগিব। এই স্বয়ম্বৰৰ নায়ক অ গ প। বাওপন্থী সকলৰ ভূমিকা সূতপুত্ৰ কৰ্ণৰ দৰে নহলেই হৈছে।

# ৰাষ্ট্ৰপতিৰ শাসন, শ্ৰেণীহীন গণতন্ত্ৰ ইত্যাদি

অৱশেষত আশংকা কৰা মতেই অসম ৰাষ্ট্ৰপতিৰ শাসনৰ অধীন হ'ল। প্ৰফুল্ল মহন্তৰ মতে ই গণতন্ত্ৰৰ প্ৰতি এক বিশ্বাসঘাতকতা। কিন্তু তেওঁ পাহৰি গৈছে যে গণতান্ত্ৰিক-ভাৱে নিৰ্বাচিত চৰকাৰৰ দায়িত্ব হেলা কৰি, আৰু অত্যাচাৰ-উৎপীড়নৰ নীৰৱ দৰ্শক হৈ থাকি, তেৱেঁই অসমত গণতন্ত্ৰৰ ওপৰত প্ৰথম মাধমাৰ সোধাইছিল। কংগ্ৰেছ (ই)-ৰ বিৰোধিতা কৰা কোনো দলেই তেওঁৰ চৰকাৰৰ এই ভূমিকা শলাগিব পৰা নাই। ৰাষ্ট্ৰপতিৰ শাসন যে মকৰধ্বজ নহয়, পলমকৈ হ'লেও দিল্লীৰ "বিজ্ঞ লোক" সকলৰ সেই জ্ঞান হৈছে। কিন্তু অসমত আন উপায় নাছিল।

বিৰোধী দল কিছুমানে ৰাষ্ট্ৰপতিৰ শাসনৰ বিৰোধিকতা কৰি কৈছে যে আগতে ৰাজ্যখনত আইন-শৃংখলাৰ পৰিস্থিতিলৈ সুস্থিৰতা আনি আৰু স্বাভাৱিক অৱস্থা ঘূৰাই আনি সময়মতে নিৰ্বাচন পাতিব লাগে আৰু ৰাষ্ট্ৰপতিৰ শাসন নালাগে। কিন্তু আইন-শৃংখলা সাধাৰণ অৱস্থাত ৰাজ্য চৰকাৰৰ দখলত। যদি ৰাজ্য চৰকাৰ এই ক্ষেত্ৰত অকৰ্মণ্য বা নিষ্ক্ৰিয় হোৱাৰ ফলত তুমুল বিশৃংখলা ঘটে, তেন্তে কি ব্যৱস্থা লোৱা হ'ব ?

Disturbed reas Act ও ( উপদ্ৰুত অঞ্চল আইন ) এই পৰিস্থিতিৰে পৰিণাম। যদি সংযুক্ত মুক্তি বাহিনীয়ে তৰ্জন গৰ্জন কৰি যুদ্ধৰ জাননী নিদিলেহেঁতেন, সমৰ-কৰৰ নামত উৎপীড়ন নচলালেহেঁতেন, পাইকাৰীভাৱে মৃত্যুদণ্ড নিদিলেহেঁতেন আৰু ৰাজ্য চৰকাৰে যদি এনে হঠকাৰিতাত উচটনি নিদিলেহেঁতেন, এই অগণতান্ত্ৰিক আইন অসমত প্ৰযোজ্য নহ'লহেঁতেন।

সৈন্য বাহিনীয়ে উজনি অসমত অত্যাচাৰ চলোৱা বুলি ইতিমধ্যে কিছুমান মহলৰ পৰা হাহাকাৰ কৰা হৈছে। এই ক্ষেত্ৰতো আমি এই অৱস্থাত অলপ ধৈৰ্য্য ধৰিব লাগিব। সংযুক্ত মুক্তি বাহিনীৰ সভ্য আৰু সমৰ্থক যিবোৰ গাঁৱত আছে, তাত সৈন্য বাহিনীয়ে অভিযান চলাওঁতে কোনোৰে অকণো কষ্ট নাপাব, তেনে ধাৰণা অবাস্তৱ। কিন্তু এনে দুৰ্দশাৰ বাবে আগৰ চৰকাৰৰ নীতিয়েই প্ৰধানকৈ জগৰীয়া।

কিন্তু ৰাষ্ট্ৰপতিৰ শাসনৰ গুৰি ধৰোঁতাসকলেও কেতবোৰ কথা মনত ৰখা ভাল। বিৰোধী দলসমূহৰ উৎকণ্ঠাৰ কাৰণ এয়ে যে কেন্দ্ৰত প্ৰতিপত্তি থকা ইন্দিৰা কংগ্ৰেছে অসমত নেপথ্যৰপৰা প্ৰশাসনৰ ওপৰত প্ৰভাৱ পেলাবলৈ বিচাৰিব পাৰে। তেওঁলোকৰ বাটৰ কাঁইট এনে কৌশলেৰে আঁতৰাই আগন্তুক নিৰ্বাচনত নিজৰ পথ সুগম কৰিবলৈ বিচাৰিব পাৰে। লগতে আগতে তেওঁলোকক অত্যাচাৰ কৰা লোকসকলৰ ওপৰত

প্ৰতিশোধ ল'বলৈ বিচাৰিব পাৰে। এই সহজ ৰাস্তাই তেওঁলোকৰ প্ৰতি অসমীয়া জনসাধাৰণৰ ক্ৰোধ আৰু বিদ্বেষ বঢ়াইহে তুলিব। তেওঁলোকে এনে প্ৰলোভন বৰ্জন কৰাই ভাল হ'ব। এই প্ৰসংগতে উল্লেখ কৰা ভাল হ'ব যে ৰাজ্যপাল ভি ভি ঠাকুৰক গুচাই ইন্দিৰা কংগ্ৰেছৰ প্ৰতি প্ৰসন্ন কোনো জবৰদস্ত লোকক ৰাজ্যপাল কৰাৰ যো-জা চলিছে। এনে সিদ্ধান্তৰ পৰিণামো বেয়াই হ'ব। বৰং বৰ্ত্তমান পৰিস্থিতিত শ্ৰীঠাকুৰেহে উগ্ৰমূৰ্ত্তি প্ৰশাসনৰ ওপৰত লেকাম ধৰিব পাৰিব।

ভাৰতীয় সৈন্য বাহিনীয়ে মণিপুৰ-নগালেণ্ডত অত্যাচাৰ কৰা বুলি কেতবোৰ মহলৰ পৰা তীব্ৰ অভিযোগ উঠিছে। অসমতো যাতে সৈন্য বাহিনীয়ে তেনে কলংক মূৰ পাতি ল'ব লগীয়া নহয়। সংযুক্ত মুক্তি বাহিনীয়ে যিহকে নকওক, আমি অসমক ভাৰতৰ অঙ্গৰাজ্য বুলি মানো। সেইপিনৰ পৰা ভাৰতীয় সৈন্য বাহিনীয়ে যাতে অসমৰ সৰ্বসাধাৰণ ৰাইজৰ বাবে যমদূত হৈ নপৰে, আমি তাকে কামনা কৰোঁ। অপাৰেশ্যন বজৰং যাতে অপাৰেশ্যন জবৰজং নহয়। তাৰ বাবে কেতবোৰ ব্যৱস্থা শীঘ্ৰে লোৱা দৰকাৰ :

(১) সৈন্য বাহিনী য'লৈকে নাযাওক অসমীয়া মানুহৰ লগত ভুল বুজাবুজি নহ'বৰ বাবে এজোন দোভাষী বা দোৱনীয়া লগত ৰখা দৰকাৰ।

(২) Distrubed Areas Act যথাশীঘ্ৰে বাতিল কৰক। বাতিল নোহোৱা পৰ্য্যন্ত আইনখনৰ দফাবোৰ সাধাৰণ ৰাইজৰ অবগতিৰ বাবে ভালদৰে প্ৰচাৰ কৰাওক।

(৩) আন যিহকে নকৰক, অসমখন অজ্ঞাস্তিমূলক বুলি ধৰি লৈ সৰ্বসাধাৰণ ৰাইজক ভয় খুৱাই ভাৰতৰ প্ৰতি আনুগত্য আদায় কৰাৰ চেষ্টা নকৰে যেন।

(৪) উপদ্ৰৱকাৰী নিয়ন্ত্ৰণৰ বাহিৰে আন সকলো ক্ষেত্ৰতে প্ৰশাসনে দলমত নিৰ্বিশেষে স্থানীয় ৰাইজৰ সহায়-সহযোগিতা বিচাৰে যেন। ৰাষ্ট্ৰপতি শাসনৰ ডাঙৰ বিপদ হৈছে তাৰ আমোলাতান্ত্ৰিকতা।

(৫) ৰাজ্যপালে কৈছে বিচ্ছিন্নতাবাদী সংযুক্ত মুক্তি বাহিনীৰ লগত কোনো কথা পতা নহ'ব। কিয় নহ'ব আমি বুজি নাপাওঁ। প্ৰধানমন্ত্ৰীয়ে পঞ্জাবতো সন্ত্ৰাসবাদীৰ লগত কথা হ'ব খুজিছে, তেওঁলোকে বিচ্ছিন্নতাবাদী নহয় জানো? অসমত পাতিলে একো মহাভাৰত অশুদ্ধ নহয়।

সদৌ শেষত কোৱা উচিত হ'ব যে বিপথগামী হ'লেও সংযুক্ত মুক্তি বাহিনীৰ সদস্য-সকল অসমৰে সন্তান। তেওঁলোকক কুকুৰমেকুৰীৰ দৰে খেদি খেদি মাৰিলে আমাৰ অনন্ত আনন্দ নালাগিব। বৰং তেওঁলোকক আলোচনাৰ মেজলৈ আনি উগ্ৰপন্থী কাৰ্য্য-পন্থাৰ পৰা ঘূৰাব পাৰিলেই ভাল। তেওঁলোকৰ প্ৰতিও আমাৰ আবেদন

যাতে অসমৰ নিৰীহ ৰাইজৰ কথা মনত ৰাখি তেওঁলোকে ভাৰত চৰকাৰৰ লগত শীঘ্ৰে বুজাবুজিলৈ আহে।

অসমীয়া নেতাসকলৰ দৌৰাত্ম্য আৰু গণ্যমান্য সকলৰ প্ৰতাৰণাত অসমৰ জাতীয় চেতনা লুপ্তপ্ৰায়। তেওঁলোকে বন্দুক এৰি সামাজিক-সাংস্কৃতিক কাৰ্য্যসূচীৰে জাতিৰ আত্মচেতনা আৰু আত্মসন্মানবোধ ঘূৰাই আনক। কৰ্মোদ্যম সঞ্চাৰ কৰক। তেহে অসমৰ ভৱিষ্যত সংৰক্ষিত হ'ব।

## শ্ৰেণীহীন গণতন্ত্ৰ?

আজিকালি কাগজপত্ৰ বহুত ওলাইছে। প্ৰতিখনৰে প্ৰতিটো সংখ্যা কিনি পঢ়িবলৈ আমাৰ সময়ো নাই, পইছাও নাই। কোনে ক'ৰপৰা কিদৰে শিল দলিয়াইছে সদায় গম নাপাওঁ। ফলত কেতবোৰ জ্ঞানীলোকে ভাবে যে সেইবোৰ শিলৰ চপৰাই আমাক একেবাৰে বগৰাই দিছে। এনে এক শিলৰ চপৰাৰ কথা অলপতেহে গম পালোঁ। আমাৰ বিষয়ে হেনো কোৱা হৈছে একালত মাৰ্ক্সবাদৰ নাম লোৱা সত্বেও আমি হেনো এতিয়া মাৰ্ক্সবাদৰ চুৰিয়া এৰি আধুনিক ফে'ছনৰ শ্ৰেণীহীন গণতন্ত্ৰৰ লংপেণ্ট পিন্ধিবলৈ ওলাইছোঁ!

শ্ৰেণীহীন বুলিনো সেইসকলে জানিলে কেনেকৈ? তেওঁলোকৰ কেইজনমানে অলপতে অসমত গণতান্ত্ৰিক উপায়ে নিৰ্বাচন পতাৰ ওকালতি কৰি দিল্লীৰ পৰা উভতি আহিল। তেওঁলোকে সৰ্বহাৰাৰ শ্ৰেণীস্বাৰ্থৰ বাবেই এনে গণতান্ত্ৰিক নিৰ্বাচন বিচৰা অতি উত্তম কাৰ্য্য হৈছে। কিন্তু যেহেতু সেই সৰ্বহাৰা সকলে লাখ লাখ টকা ডকা দি লুটি মাৰুতি গাড়ী দৌৰাই ফুৰিছে, কোনো-কোনোৱে গাঁৱত বিয়াগোম চুমহলীয়া দালানো সাজিছে আমি সেইসকল সৰ্বহাৰাৰ প্ৰতি সংশয়াকুল।

আৰু আমিনো কেনেকৈ সৰ্বহাৰাৰ স্বাৰ্থত বুৰ্জোৱা গণতন্ত্ৰৰ নিচান উৰাইছোঁ? এই কথা ধ্ৰুৱপ যে সমাজতন্ত্ৰ প্ৰতিষ্ঠা নোহোৱা পৰ্য্যন্ত স্বৈৰতন্ত্ৰী বুৰ্জোৱাৰ দপ্‌দপনিত কিছু লেকাম লগাবলৈ গণতন্ত্ৰৰ বাহিৰে আন উপায় নাই। বাতৰি কাকতৰ স্বাধীনতা, মৌলিক নাগৰিকৰ অধিকাৰ, আইনৰ শাসন এইবোৰ সমাজতান্ত্ৰিক শক্তিবো ৰক্ষাকবচ। নহ'লে সুবিধা বুজি বুৰ্জোৱাই কৰালমূৰ্ত্তি ধৰি চৰকে গিলি পেলাব। তদুপৰি গণতন্ত্ৰ ৰক্ষাৰ দাবীত কেন্দ্ৰ বা ৰাজ্যত সৰ্বহাৰাই মধ্যবিত্তৰো ব্যাপক সমৰ্থন পাব। সমাজতন্ত্ৰৰ দাবীত এই মুহূৰ্ত্তত মধ্যবিত্তৰ সমৰ্থন হ'ব সেৰেঙা। সেয়ে আমাৰ গণতন্ত্ৰৰ দাবী উত্থাপনত শ্ৰেণী বিশ্লেষণ শুই থকা নাই।

শিল চপৰা মৰা সকলৰ হাতৰ টিপ বা aim ঠিক নহয়। কণামুণিকৈ মাৰিছে।

# ফেডৰেলিজম বনাম ইন্দিৰা কংগ্ৰেছৰ নন্দীভৃংগী

মেল-মিটিং বা ৰাজহুৱা সকামত ৰাজনৈতিক দুষ্টগ্ৰহৰ প্ৰভাৱ ইমান বেছি যে সেইবোৰত যোগ দিবলৈকে ভয় লগা হৈছে সম্প্ৰতি। অলপতে দিল্লীত ফেডৰেলিজম বা সংযুক্ত ৰাষ্ট্ৰীয়তা সম্পৰ্কে এখন সভালৈ নিমন্ত্ৰণ পাইছিলোঁ। গুৱাহাটীৰ সংশ্লিষ্ট কৰ্মীসকল মোক নিমন্ত্ৰণ কৰিবলৈ দুবাৰ ঘৰলৈ আহিল। মই জনালোঁ যে অসুখীয়া দেহাৰে দুৰ্বলিত মই মেলমিটিং কৰিবলৈ যাব নোৱাৰোঁ। শেষত সভাৰ আহ্বায়ক নিজেই দিল্লীৰ পৰা মোক মাতিবলৈ আহিল। অসুখৰ কথা কোৱাত মোক সনিৰ্বন্ধ অনুৰোধ কৰি ক'লে যে তেওঁলোকে আকাশীযানেৰে মোৰ অহা হোৱাৰ বন্দোৱস্ত কৰিব, মোৰ থকামেলাৰো অসুবিধা নহয়। দুদিন পিছত টিকট আহি পালে। মই আহ্বায়ক মহোদয়ক কলোঁ যে মই যোৱাটো যদি ইমানেই প্ৰয়োজনীয়, তেনেহলে মই কি কৰিব লাগিব কওক। তেওঁ জনালে যে মোৰ নিজস্ব অভিজ্ঞতাৰ পৰা অসমৰ পৰিস্থিতি সম্পৰ্কে বিতংকৈ সভাৰ প্ৰতিনিধি বৃন্দক জনাব লাগে যাতে অসমত ক্ষমতাৰ বিকেন্দ্ৰীকৰণৰ প্ৰয়েজন আৰু শাসকশ্ৰেণীৰ উগ্ৰ আধিপত্যবাদ বাইজে ভালকৈ বুজি পায়।ময়ো সেই মৰ্মে এটা দীঘলীয়া নিবন্ধ সময় খৰচ কৰি আৰু কষ্ট কৰি প্ৰস্তুত কৰিব ল'গে।

কিন্তু সভাগৃহত সেই নিবন্ধ পাঠ কৰাৰ কোনো পৰিবেশেই নাই। বিভিন্ন ধৰণৰ ৰাজনৈতিক বা সামাজিক কাৰ্যকলাপৰ বাবে বিখ্যাত তাৰকা সকলক সভালৈ মতা হৈছে আৰু সাধাৰণ প্ৰতিনিধি সকলক বিস্ময়বিমূঢ় কৰি মঞ্চলৈ মাতি অনা হৈছে। তাৰ পিছত সেই সকল তাৰকাৰ নামোল্লেখ কৰি এফালৰ পৰা ফেডৰেলিজম সম্পৰ্কে নিজ নিজ বক্তব্য দাঙি ধৰিবলৈ দিয়া হ'ল। দুই চাৰিয়ে সুচিন্তিত মন্তব্য কৰিলেও বহুতেই সেই বিষয়ে গা-গৰম কৰা বক্তৃতাহে দিলে। ইটোৰ লগত সিটোৰ সম্পৰ্ক নাই, কিছুমানৰ বক্তৃতাৰ বিষয়টোৰ লগতে সম্পৰ্ক ক্ষীণ। এনেদৰে বহুপৰ যোৱাৰ পিছত আমাৰ দৰে লোক সকলৰ নামোল্লেখ কৰি দহ মিনিটকৈ সময় বান্ধি দিয়া হ'ল কবৰ বাবে। নিৰুপায় হৈ লগত দিয়া নিবন্ধটি কাবলটিৰ তলতে থৈ থলমূলকৈ দুটামান কথা কলোঁ। কথা কেইটা এনে ধৰণৰ: (১) আমাৰ সাম্প্ৰতিক ৰাষ্ট্ৰৰ আধিপত্যবাদী অতিকেন্দ্ৰিক ( over-centralised ) চৰিত্ৰ সংবিধানৰ অৱদান যিখন সংবিধান ঔপনিবেশিক শাসনৰ ছাঁয়াত এনে এচাম মানুহে ৰচনা কৰিছিল, যি চাম মানুহে সমগ্ৰ দেশৰ জনতাক ঠগি জনতাৰ নামত ৰাষ্ট্ৰক্ষমতা দখল কৰি লৈছিল। (২) এক ক্ষুদ্ৰ অথচ শক্তিশালী চামে কেন্দ্ৰত

সৰ্বভাৰতীয় ক্ষমতা লৈ যেনেদৰে চলিবলৈ ধৰিলে তাৰে আহিত বিভিন্ন আঞ্চলিক চৰকাৰেও উগ্ৰ আধিপত্যবাদ প্ৰতিষ্ঠা কৰিলে। (৩) তাৰ বিৰুদ্ধে সুদীৰ্ঘ সংগ্ৰাম অবিহনে জনসাধাৰণে প্ৰকৃত বিকেন্দ্ৰীকৃত যুক্তৰাষ্ট্ৰীয় শাসনৰ মুখ কেতিয়াও নেদেখে। (৪) কিন্তু তাৰ বাবে প্ৰয়োজন জনসাধাৰণৰ মাজত গণতান্ত্ৰিক ভ্ৰাতৃত্ববোধ, পৰস্পৰৰ লগত আধিপত্যৰ ঠাইত সমতা আৰু সহযোগিতা স্থাপনৰ আকাংখা। তাৰ বাবে মতাদৰ্শগত সংগ্ৰামৰ প্ৰয়োজন, কাৰণ দেশত ক্ৰমে যি অসহিষ্ণু আৰু উগ্ৰ আধিপত্যবাদী মনোভাবে শিপাব ধৰিছে যে তাক ৰোধ কৰিবলৈ এনে মতাদৰ্শাগত সংগ্ৰামৰ প্ৰয়োজন। জনসাধাৰণৰ মাজত এনে গণতান্ত্ৰিক ভাবধাৰা প্ৰচাৰ নোহোৱা বাবে উত্তৰ পূৰ্ব ভাৰতত যিবোৰ নতুন নতুন ৰাজ্য হৈছে, সেইবোৰৰ মাজত অবিশ্ৰাম জেদাজেদি, হিংসাহিংসি আৰু কেতিয়াবা ৰক্তাক্ত সীমাযুদ্ধ চলিছে।

উদ্যোক্তা মহাশয় সকলে মোৰ এই বক্তব্য ভাল নাপালে। কিয় ভাল নাপালে ধৰিব নোৱাৰিলোঁ। তেওঁলোকে মোৰ সন্মান লাঘব কৰাৰ কিছুমান চিনাকি কৌশল ল'লে। মোক একেবাৰে মাতবোল নিদিয়া হ'ল। চকুৰে চকুৰে পৰিলেও মুখ ঘূৰায়। ( অৱশ্যে অসমৰ পৰা যোৱা সিমান চালাকি নজনা কৰ্মী সকলে মোৰ লগতভদ্ৰ আচৰণেই কৰিছিল )। এজন বাঙালী ভদ্ৰলোক মোৰ ওচৰলৈ আহি ক'লে : দাদা ' এৰা যে JKLF আৰু পাঞ্জাবেৰ AISSFকে নিয়ে নাচানাচি কৰিছে, ক'ই, AASU আৰু AGPকে ডাকলনা কেন ? "ভদ্ৰলোকৰ প্ৰশ্নত মযো থতমত খালো।

হয়তো উদ্যোক্তা সকলে বিচাৰিছিল যে AASU আৰু ULFAক মই কুকুৰে কাঁইট নোখোৱাকৈ দহ মিনিট সময় জুৰি গালি পাৰিব লাগে। কিন্তু অসমৰ পৰিস্থিতিৰ আঁতিগুৰি নিদিয়াকৈ এনেদৰে গালি পাৰিলে শ্ৰোতাই কি "ঘোৰাৰ ডিম" বুজি পাব ? মই য'ত AASU আৰু ULFA ক সমালোচনা কৰিলে কাম হয়, কৰিবলৈ কোনো সংকোচ কৰা নাই। কিন্তু কাৰোবাৰ ৰাজনৈতিক মতলব হাছিল কৰিবলৈ কল দিয়া পুতলাৰ দৰে নাচিম কিয় ?

বিষয়টোৰ গুৰুত্ব অনুযায়ী সভাখনৰ পৰিকল্পনা নহ'ল। কাৰণ সভাত serious আলোচনা কৰোৱাতকৈ এটা প্ৰদৰ্শনী পতাৰহে উদ্দেশ্য আছিল যেন পাওঁ। ( আজিকালি এনে ৰাজনৈতিক প্ৰদৰ্শনী অ'ত ত'ত ধুমধামেৰে হয়। তাত মিনিষ্টাৰ বা আন নেতাই ধনজন, গাড়ী-ঘোৰা আদি দি সহায় কৰে।) আৰু প্ৰাথমিক গণতান্ত্ৰিক প্ৰমূল্যবোৰ প্ৰাথমিক পৰ্য্যায়ৰ পৰাই গঢ়ি তুলিব লাগে। গণতান্ত্ৰিক ৰাষ্ট্ৰ গঢ়াৰ সভাতে যদি গণতান্ত্ৰিক কাৰ্য্যপ্ৰণালীক বুঢ়া আঙুলি দেখুৱাই VIPৰ উপস্থিতিৰ ওপৰত জোৰ দিয়া হয়, তেনেহ'লে সেই গণতান্ত্ৰিক ৰাষ্ট্ৰৰ চেহেৰা কেনে পঞ্চালগা হ'ব, সহজেই অনুমেয়। অৱশ্যে পঞ্চালগা ফেডৰেলিজম কেন্দ্ৰৰ পৰা নিয়ন্ত্ৰণ কৰিবলৈ সুবিধা।

**'দীনেশ গোস্বামীৰ পদত্যাগ' !**

"আজিৰ অসম"ত দীনেশ গোস্বামীৰ পদত্যাগৰ কাহিনীক এখন 'নাটক' বুলিয়েই কোৱা হৈছে। আজিকালি পদত্যাগ বা পদত্যাগৰ ভাবুকি এটা ৰাজনৈতিক হেঁচা প্ৰয়োগ কৰাৰ কৌশল। বিশেষকৈ সাংগঠনিক জোৰ নথকা অথচ ভাবমূৰ্ত্তিৰে উজ্জ্বল লোকে এই কৌশলৰ ব্যৱহাৰ ছেগ চাই কৰে। বিশ্বনাথ প্ৰতাপ সিঙো ইয়াৰ ব্যতিক্ৰম নহয়।

দীনেশ গোস্বামীয়ে পদত্যাগ পত্ৰ দাখিল কৰাৰ অন্তৰালত কি কাহিনী আছে, সেই বিষয়ে কিছু কল্পনা জল্পনা হৈছে। কিছুকাল আগতে কেন্দ্ৰীয় আইন মন্ত্ৰী গোস্বামীয়ে কৈছিল যে বিদেশী অনুপ্ৰবেশকাৰী চিনাক্ত কৰাৰ ক্ষেত্ৰত IMDT আইন খন ( তথা তাৰ আলমত হোৱা ত্ৰিবিউনেলবোৰ ) এক অন্তৰায় হিচাপে দেখা দিয়া সত্বেও আইনখন প্ৰত্যাহাৰ কৰা সম্ভৱ নহয়। কাৰণ, যি দুটা দলৰ সমৰ্থনত কেন্দ্ৰত ৰাষ্ট্ৰীয় মৰ্চা চৰকাৰ টিকি আছে, সেই দল দুটাই আইনখন প্ৰত্যাহাৰ কৰাটো নিবিচাৰে।

বুজা গ'ল যে গণ পৰিষদৰ পিনৰ পৰা আইনখন বাতিল কৰি তাতকৈ কঢ়া আইন এখন প্ৰণয়ন কৰিবলৈ গোস্বামীৰ ওপৰত হেঁচা দিয়া হৈছে। তাৰ পিছত আকৌ প্ৰসিদ্ধ "লুপ লাইন" আৰু অসমৰ খাৰুৱা তেলৰ ব্যৱহাৰ সম্পৰ্কে তীব্ৰ বিতৰ্ক উঠিল। গোস্বামীয়ে প্ৰধানমন্ত্ৰী আৰু তেল বিভাগৰ মন্ত্ৰীৰ হতুৱাই বিবৃতি দিয়ালে যে অসমৰ তেলৰ অধিক উৎপাদন হ'লে অসমতে তাক শোধন কৰা হ'ব। কিন্তু চূড়ান্ত পৰ্য্যায়ত এনে বিবৃতি আৰু ঘোষণা দিয়া সত্বেও অসম গণ পৰিষদ বা সদৌ অসম ছাত্ৰ সন্থা ক্ষান্ত নহ'ল। তেওঁলোকে তাৰ বিৰুদ্ধে প্ৰতিবাদ, বিক্ষোভ আদি চলাই গ'ল আৰু অৱশেষত অসমলৈ অহা কেন্দ্ৰীয় মন্ত্ৰী মধু দণ্ডাৱতে আৰু মুফ্‌টি মহম্মদ ছৈয়দ, এছ গুৰুপদস্বামী আদিৰ বিৰুদ্ধে ক'লা-পতাকা প্ৰদৰ্শন কৰিলে। সেই সময়ত তেওঁলোকৰ লগতে দীনেশ গোস্বামীও অসমলৈ আহিছিল। ক'লা পতাকাৰ অসম্মান গোস্বামীৰ গাতো ছিটিকি পৰে।

অৰ্থাৎ অসম গণ পৰিষদৰ মানুহ যেতিয়া কেন্দ্ৰীয় মন্ত্ৰীসভাৰ সদস্য হয় সেইজন মন্ত্ৰীৰ লগত যেতিয়া কেন্দ্ৰীয় মন্ত্ৰীসভাৰ গুৰুতৰ মতভেদ নহয়, তেতিয়া কেন্দ্ৰীয় মন্ত্ৰীসভাৰ বিৰুদ্ধে বা তাৰ প্ৰতিনিধিৰ বিৰুদ্ধে ক'লা খতাকা প্ৰদৰ্শন কৰিলে অসম গণ পৰিষদৰ পৰা মন্ত্ৰীহোৱাজনৰ গাতো লাগে। তেওঁ যি দলৰ প্ৰতিনিধিত্ব কৰে, সেই দলে প্ৰকাৰন্তৰে তেওঁৰ বিৰুদ্ধেই অনাস্থা প্ৰস্তাৱ দিয়াৰ নিচিনা হয়।

সেইটো কেৱল ক্ষোভৰ বা অভিমানৰ কাৰণ নহয়। ৰাজনৈতিক হিচাবৰো কথা। যদি অসম গণ পৰিষদে মন্ত্ৰীসভাত গোস্বামীৰ মৰ্যাদা ৰক্ষা কৰিবলৈ কোনো দায়িত্ব নলয়, তেন্তে তেওঁৰ ৰাজনৈতিক ভৱিষ্যত অনিশ্চিত বুলি কবই লাগিব। কাৰণ অসম গণ-পৰিষদৰ সমৰ্থনতহে তেওঁ প্ৰথমে লোকসভালৈ নিৰ্ব্বাচিত হৈছিল যেহেতু অসম গণ-

পৰিষদৰ ভবিষ্যত কৰ্মী আৰু নেতা সকল সদৌ অসম ছাত্ৰ সন্থাৰ পৰাই আহিব, সেয়ে সদৌ অসম ছাত্ৰ সন্থাৰ লগতো তেওঁ বুজাবুজি ৰক্ষা কৰি চলিব লাগিব। সেয়ে শুকপাদ স্বামীয়ে তেল অৱৰোধ কাৰ্য্যক দায়িত্বহীন বুলি দিয়া মত তেওঁ গ্ৰহণ নকৰে।

কিন্তু এনেদৰে বাৰেপতি অসম গণ পৰিষদ আৰু সদৌ অসম ছাত্ৰ সন্থাৰ কথাৰ তালে তালে নাচিবলৈ গ'লে তেওঁৰ অসুবিধা হ'ব। কি নাচ নাচিব লাগিব তেওঁ আগতে জানিব লাগিব, সেই বিষয়ে আগতীয়াকৈ তেওঁৰ দিহা পৰামৰ্শও লোৱা ভাল হ'ব। এই কথাকে পদত্যাগৰ জৰিয়তে গোস্বামীয়ে জাননী দিছে। মুখ্যমন্ত্ৰী আৰু গণ-পৰিষদৰ সভাপতি প্ৰফুল্ল কুমাৰ মহন্তই তেওঁক কিবা আশ্বাস দিয়াত তেওঁ পদত্যাগ পত্ৰ উঠাই লৈছে। কিন্তু তেওঁৰ জয়লাভ সমূলি সুনিশ্চিত নহয়। ইংৰাজীত তাক কোৱা হয় "পিৰিক ভিকট্ৰি" ( Pyrrhic Victory )।

কিন্তু সঘনাই আমাৰ মনত নতুন কেতবোৰ প্ৰশ্ন তুলি ধৰিছে। অসমত আজি কিছুদিনৰ পৰা "অসম বঞ্চিত", "অসম অবহেলিত" ইত্যাদি ধ্বনিৰ ঐকতান কেউপিনৰ পৰা উঠিছে কিয়? কোন মহলে এনে জাতীয়তাবাদী উত্তেজনা সৃষ্টি কৰিছে, আৰু কি উদ্দেশ্যে? দ্বিতীয়তে, সদৌ অসম ছাত্ৰ সন্থাই এই ঐক্যতান অনুযায়ী প্ৰতিবাদী ভূমিকা লৈছে কিয়?

আমাৰ ৰাইজ ৰাজনৈতিক ভাৱে সচেতন আৰু সক্ৰিয় নোহোৱালৈকে এনেবোৰ নাটক চলি থাকিব নাটকত অংশ নল'লেও ৰাইজে তাৰ খুন্দা খাই থাকিব লাগিব। নায়ক ভাওঁ ৰাইজে নিজে নললে আৰু উপায় নাই।

# গণতন্ত্ৰৰ মতিভ্ৰম

গণতন্ত্ৰৰ নামত আমাৰ দেশত gun-তন্ত্ৰৰ পৰা goon-তন্ত্ৰলৈ বিবিধ তন্ত্ৰমন্ত্ৰ চলি আছে। তেনে ধৰণৰ তান্ত্ৰিকতাই অসমলৈ সেনাবাহিনীৰ ভূত নমাই আনিছে। আল্‌ফাৰ বিৰা খেদিবলৈকে হেনো এই জঁয়াৰ ভূত নমোৱা হৈছে। মাজতে দুই মহৰ যুঁজত বিবিণাৰ মৰণৰ দৰে নিৰীহ ৰাইজৰ বিলৈ বিপত্তি হৈছে অপৰিসীম। এই পৰিস্থিতিত চিন্তান্বিত গুৱাহাটীৰ কেইগৰাকীমান সচেতন নাগৰিক একগোট হৈ সদৌ অসম ভিত্তিত এখন নাগৰিক অভিবৰ্তনৰ আয়োজন কৰিলে। যোৱা যোল ডিচেম্বৰত অভিবৰ্তন অনুষ্ঠিত হয় গুৱাহাটীৰ জিলা পুথি ভঁড়াল প্ৰেক্ষাগৃহত।

নিজ খৰচতে দুৰ-দুৰণিৰ পৰা অহা প্ৰতিনিধিকে লৈ অভিবৰ্তনত ছশৰো ওপৰ মানুহ হৈছিল। তাৰ বিস্তাৰিত বিবৰণ কাগজত ওলাইছেই। তাৰ চৰ্বিত চৰ্বণ কৰাৰ প্ৰয়োজন নাই। ইমান ছিৰিয়াছ বিষয় এটা লৈ ইমান বিপুলসংখ্যক প্ৰতিনিধিৰ সভা এখন হোৱাটো উদ্যোক্তাসকলৰ বাবে আনন্দ আৰু উৎসাহৰ কথা। ৰাইজে এক শ্বাসৰুদ্ধকৰ পৰিস্থিতিৰ পৰা কেনে অধীৰভাবে মুক্তিৰ আকাংক্ষা কৰিছে, অধিবেশনখন তাৰেই প্ৰমাণ আছিল। এতিয়া ক্ষিপ্ৰতা আৰু নিষ্ঠাৰে কাৰ্য্যসূচী ৰূপায়ণ কৰিব পাৰিলেই ৰাইজৰ আশা ফলৱতী হ'ব।

কাগজপত্ৰেই আমাৰ নাম এই প্ৰসংগত বেছিকৈ ওলাইছে, যদিও আমি কেইবা-জনেও মিলি এই জনহিতকৰ দায়িত্ব কান্ধ পাতি নল'লে অভিবৰ্ত্তন এনেদৰে সফল নহ'লহেঁতেন। আশাকৰোঁ আমাৰ প্ৰতি শুভেচ্ছাৰ বাবেই আমাক এনে মাত্ৰাতিৰিক্ত প্ৰচাৰৰ উপলক্ষ্য কৰা হৈছে, আমাৰ জৰিয়তে এই ঠন ধৰি অহা সংগঠনৰ ক্ষতি কৰিব খোজা হোৱা নাই !! সি যি নহওক, অভিবৰ্ত্তনে মোক শিকালে যে সভাপতিমণ্ডলীৰ সদস্য ধীৰেন্দ্ৰ নাথ বেজবৰুৱাদেৱে কোৱাৰ দৰে আমি সকলোৱে গণতন্ত্ৰৰ "অ-আ ক-খ"কে ভালকৈ জনা নাই।

অধিবেশনত উপস্থিত ছশ লোকৰ প্ৰতিজনকে ক'বলৈ দিয়া হ'লে হয়তো সি সম্পূৰ্ণ গণতান্ত্ৰিক হ'লহেঁতেন, কিন্তু তেতিয়া এ সপ্তাহতো সেই অধিবেশন সমাপ্ত নহ'লহেঁতেন। এই ক্ষেত্ৰত মঞ্চত থকা আমাৰ পৰিচালনা কমিটীয়ে ( মই নিজেও যাৰ সদস্য আছিলোঁ ) কোনো সক্ৰিয় ভূমিকা নল'লে। ফলত বহু অভিজ্ঞ, চিন্তাশীল আৰু নিষ্ঠাবান প্ৰতি-নিধিৰ পুৰঠ মতামত আমি শুনিবলৈ নাপালোঁ। তেওঁলোকে ক'বলৈ সুযোগ নোপোৱাটো সকলোৰে বাবে দুৰ্ভাগ্যজনক। অৰ্থাৎ গণতান্ত্ৰিক অনুষ্ঠান এটা ধৰ্মৰ কলৰ দৰে বতাহত নচলে। তাত নেতৃত্বৰ প্ৰয়োজন আছে। নেতৃত্বৰ অভাৱত গণতন্ত্ৰ নৈৰাজ্যত পৰিণত হ'ব।

এই নেতৃত্বৰ প্ৰশ্নটো বহুতে নুবুজে। ডেৰ-দুই বছৰ মন্ত্ৰীৰ আসনত বহি দপদপাই

-পুনৰ থহি পৰা নেতায়ো নেতৃত্ব মানে হয় স্বেচ্ছাচাৰ নহয় তোষামোদ বুলিহে বুজে। কিন্তু ৰাইজৰ মংগল হৃদয়ে মনে ধাৰণ কৰা জনে তাৰ স্বাৰ্থতে কেতিয়াবা কঠোৰতা অৱলম্বন কৰিব লগীয়া হয়। নিজৰ গণতান্ত্ৰিক অধিকাৰৰ বিষয়ে অতি সজাগ লোকে আনৰ গণতান্ত্ৰিক অধিকাৰলৈ কেৰেপ নকৰিলে কঠোৰ প্ৰতিকাৰ ল'বলগীয়া হয়। অসম আন্দোলনৰ নেতৃত্বই এই কথালৈ মন নকৰি আন্দোলনটোকে পথভ্ৰষ্ট কৰিছিল। অনুৰূপভাৱে আমিও মঞ্চৰ ওপৰৰ পৰা বক্তাসকলক শাসনত নাৰাখিলোঁ। কোনো কোনো বক্তা সংযমী আৰু সুশৃংখল হ'লেও বহুকেইজনে বাহুল্য বকিলে। ফলত আন বহুকেইজন মতপ্ৰকাশৰ সুযোগৰ পৰা বঞ্চিত হ'ল।

অধিবেশনখন এটা বিশেষ বিষয় লৈ এক বিশেষ সন্ধিক্ষণত বহিছিল। আচৰিত কথা, সেই বিষয়ে বহুতক সচেতন দেখা নগ'ল।

অবান্তৰ প্ৰসংগ বহুতে উলিয়ালে। বহুতে অধিবেশনখনৰ প্ৰয়োজন সম্পৰ্কেই প্ৰশ্ন তুলিলে। এটা মহলে জনসাধাৰণৰ মাজত দেখা দিয়া ফেচিবাদী প্ৰৱণতা আওকাণ কৰি কেৱল চৰকাৰী সন্ত্ৰাসৰ বিৰুদ্ধেই অধিবেশনখনক লৈ যাবলৈ বিচাৰিলে। তেওঁলোকৰ উত্তেজনা স্বাভাৱিক, কিন্তু দায়িত্ববোধ কিছু পাতল বুলি মোৰ ধাৰণা হ'ল। আন কোনো কোনোৱে দেখাত সমৰ্থন কৰি আওপকীয়াভাৱে সংগঠনৰ উদ্দেশ্যতে কুঠাঘাত কৰিছিল। আনকি মহান উদ্দেশ্যৰ নামাৱলী পিন্ধি উত্তোক্তাসকলৰ ভাবমূৰ্তি কলংকিত কৰিবলৈ ওলাইছিল। কোনো কোনো লোকৰ টনটনিয়া ধৰ্মবুদ্ধি নিয়োজিত হয় কেৱল কোনো পাপীষ্ঠ শাসকৰ সেৱাত। গতিগোত্ৰ দেখি আমাৰ মুখ শুকাই গৈছিল। আনুষ্ঠানিক গণতন্ত্ৰ বাদ দি এই ধৰণৰ ধুৰন্ধৰ বিলাকৰ চক্ৰান্ত ব্যৰ্থ কৰিবলৈ আমিও কিছু নিয়মবৰ্হিভূৰ্ত কাম কৰিবলৈ বাধ্য হৈছিলোঁ। নিষ্ঠাবান, সৎ আৰু শুভানুধ্যায়ী প্ৰতিনিধিসকলৰ চেষ্টাত যেনিবা শত্ৰুপক্ষৰ চক্ৰান্ত ব্যৰ্থ হয়। তথাপি শেষত দেখা গ'ল যে গণ্ডগোলৰ মাজত দুটামান অতি সমীচীন আৰু মূল্যবান প্ৰস্তাৱ উত্থাপিতই নহ'ল।

অৰ্থাৎ গণতান্ত্ৰিক প্ৰমূল্যৰ প্ৰতি আস্থাবান আৰু দায়বদ্ধ নেতাৰ নেতৃত্বও গণতন্ত্ৰৰ স্বাস্থ্যৰক্ষাৰ অন্যতম চৰ্ত্ত। নেতাৰ অৰ্থ ক্ষমতাৰ লোভত অন্ধ উচ্ছিষ্টজীৱী নহয়—যি নেতা জনগণৰ নেতাতো নহয়েই, পুঁজিপতি মহলৰহে চাকৰ। এই বিষয়ে আমাৰ মাজত কিছু গুৰুতৰ বিভ্ৰান্তি আছে। ভ্ৰাতৃঘাতী চক্ৰান্তৰে ভাৰতৰ মাটি তেজৰে বাঙলী কৰা ফেচিবাদী সংগঠনেও কয়, "চৰিত্ৰবান নেতা লাগে।" কিন্তু এই চৰিত্ৰৰ অৰ্থ কি হ'ব? মদ-চিগাৰেট মুখত নিদিয়া, তিৰোতা মানুহৰ মুখলৈ নোচোৱা অথচ নিপীড়িত মানুহৰ দুৰ্দশা দেখিও নিৰ্বিকাৰ হৈ থকা এনে "চৰিত্ৰবান" নেতাই ইতিমধ্যে ভাৰতৰ বহুত বিপদ ঘটাইছে। পাহৰিলে নচলিব যে জনগণৰ মংগলামংগলৰ প্ৰতি সজাগ হৈ তাৰ বাবে নিষ্ঠাৰে সক্ৰিয় হোৱা, তাৰ বাবে ত্যাগ কৰিবলৈ উৎসাহী হোৱা—সেইটোহে গণতান্ত্ৰিক নেতাৰ "চৰিত্ৰ"।

# সেনা বাহিনীৰ অতিচাৰ সম্পৰ্কে

যদি কোনো বিচ্ছিন্নতাবাদী সংগঠনে ৰাষ্ট্ৰীয় অখণ্ডতাৰ বিৰুদ্ধে অস্ত্ৰধাৰণ কৰে, তাৰ বিৰুদ্ধে সেনা বাহিনীৰ প্ৰয়োগত ৰাষ্ট্ৰীয় অখণ্ডতাত বিশ্বাসী নাগৰিকে আপত্তি কৰিব নোৱাৰে। সমস্যা হৈছে এইবাবেই যে সংযুক্ত মুক্তি বাহিনীৰ সদস্য আৰু সমৰ্থক এচাম অসমীয়া ৰাইজৰ লগত মিলি আছে। তেওঁলোকক ধৰিবলৈ গৈ সেনা বাহিনীয়ে নিৰপৰাধ গঞা মানুহৰ ওপৰত তাণ্ডৱ চলাইছে বুলি অধিকাংশ সাংবাদিকে খবৰ দিছে। অসম গণ পৰিষদ, চি পি আই, প্ৰভৃতি দলেও এনে অত্যাচাৰৰ অভিযোগ আনিছে তীব্ৰ সুৰত। সদৌ অসম ছাত্ৰ সন্থা, প্ৰভৃতি যুৱ সংগঠনৰো একেই অভিযোগ। নাৰী ধৰ্ষণ, নিৰীহ লোকৰ ওপৰত নিৰ্য্যাতন প্ৰভৃতি অভিযোগত চৰকাৰ বিপৰ্য্যস্ত।

ৰাষ্ট্ৰপতি শাসনৰ বিৰোধিতা কৰা সকলে কুখ্যাত উপদ্ৰুত এলেকা আইন আৰু সৈন্য বাহিনীক বিশেষ ক্ষমতাৰ আইন দুখন ৰাষ্ট্ৰপতিৰ শাসনৰ লগত একাকাৰ কৰি পেলাইছে। সেনা বাহিনীয়ে এই দুখন আইনৰ অপব্যৱহাৰ কৰাটো এনে লোকৰ মতে ৰাষ্ট্ৰপতি শাসনৰে পৰিণাম। তেওঁলোকে অসম গণ পৰিষদৰ কুকৰ্ম আৰু দায়িত্বহীনতাৰ বাবে ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্ত্তিত হৈছে বুলি মানি ল'ব নোখোজে। বৰং তাক কেন্দ্ৰীয় চৰকাৰৰ একপক্ষীয় চক্ৰান্ত বুলি ক'ব খোজে। এনে লোকসকলে স্বাভাৱিকতে ৰাষ্ট্ৰপতিৰ শাসনৰ অশুভ দিশবোৰ আৰু ব্যৰ্থতাসমূহ অতিৰঞ্জিত কৰি তাৰ বিৰুদ্ধে জনমত সৃষ্টি কৰিবলৈ বিচাৰে।

লক্ষীপথাৰত সেনা বাহিনীয়ে সদলবলে গাঁৱৰ জীয়ৰী-বোৱাৰীক ধৰ্ষণ কৰা, পকা ধাননিৰ ওপৰেদি টেংক নিয়া, এইবোৰ বহু পৰিমাণে অতিৰঞ্জিত বুলি ভবাৰ থল আছে। বস্তুনিষ্ঠ সাংবাদিকতাৰ বাবে জনাজাত শ্ৰী বদন বৰুৱায়ো অত্যাচাৰৰ মাত্ৰা সিমান হোৱা বুলি কোৱা নাই, (আজিৰ অসম, ১৯ ডিচেম্বৰ)। তদুপৰি ইমান এটা গুৰুত্বপূৰ্ণ অভিযানৰ সময়ত সেনা বাহিনীয়ে মতলীয়া গুণ্ডাৰ দৰে আচৰণ কৰাৰ আহৰি পাব বা তেনে আচৰণ কৰিবলৈ উৎসাহী হ'ব, সেইটোও অবিশ্বাস্য কথা।

কিন্তু দুজনমান সম্পূৰ্ণ নিৰপৰাধ লোকক হত্যা কৰা বুলি প্ৰবল অভিযোগ উঠিছে। আন ঠাইৰ পৰা অহা ধৰ্ষণৰ অভিযোগ দুটামানো অসত্য যেন লগা নাই। অৱশ্যে নিৰপেক্ষ আৰু নিৰাবেগ তদন্তৰ পিছতহে নিশ্চিত হ'ব পৰা যাব। শই-শই জোৱানৰ ভিতৰত তিনি-চাৰিটা বৰ্বৰ আৰু নিধক ওলাব পাৰে। কিন্তু তেনে লোকক ধৰা পেলাই তুৰন্তে কঠোৰ শাস্তি দিয়া সেনা বাহিনীৰ কৰ্তৃপক্ষৰ কৰ্ত্তব্য। তেতিয়া তেনে দুৰ্ভাগ্যজনক

ঘটনাৰ পুনৰাবৃত্তি ভৱিষ্যতে নঘটিব। ৰাইজৰো সেনা বাহিনীৰ ওপৰত আস্থা ঘূৰি আহিব। এই ক্ষেত্ৰত সেনাবাহিনী কিয় নিষ্ক্ৰিয় হৈ আছে, জনা নাযায়।

বিনা কাৰণত নিজৰ দেশৰ নাগৰিকক অত্যাচাৰ কৰাৰ অধিকাৰ সেনাবাহিনীৰ নাই। এই সম্পৰ্কে কোনো মতানৈক্য থাকিবই নোৱাৰে। আল্ফাৰ প্ৰভাৱিত থকা গাঁওবোৰত সেনাবাহিনীয়ে তালাচী চলাব পাৰে, কঢ়াকৈ জেৰাও চলাব পাৰে—কিন্তু অনাহকতে মাৰধৰ, অপমান, নিৰ্য্যাতন চলালে যথাযথ প্ৰতিবাদো সেইসকল আৰু আন নাগৰিকৰ কৰ্তব্য। সন্দেহতে কাৰোবাক গ্ৰেপ্তাৰ কৰি এৰি দিলে তাকো পৰিস্থিতিৰ পৰিণাম বুলি ক্ষমা কৰিব পাৰি। কিন্তু প্ৰশ্ন কৰাৰ নামত বয়োবৃদ্ধ লোকক মাৰধৰ কৰা বা ভয় খুৱাবলৈ নাৰীৰ গাত হাত দিয়া—এনে ঘটনা ঘটিলে অসমৰ ৰাইজে প্ৰবল প্ৰতিবাদ জনাৱো উচিত হ'ব।

উত্তৰ পূৰ্বাঞ্চলত বিচ্ছিন্নতাবাদী শক্তিৰ উপদ্ৰৱত কাহিল হৈ সেনাবাহিনী, আছাম ৰাইফলছ,* প্ৰভৃতি বাহিনীয়ে গাঁৱে-ভূঞে অকথ্য অত্যাচাৰ কৰাৰ প্ৰমাণ আছে। আদালততো তেনে গোচৰ উঠিছে। ধাৰণা হয় যে সেনাবাহিনীয়ে পৰিকল্পিতভাবে এনে সন্ত্ৰাস চলোৱাটো অসম্ভৱ নহয়। কিন্তু অসমত সেই ঘটনা হৈছে বুলি ঘপৰাই কৈ দিয়া ঠিক নহয়। প্ৰাথমিক অনুসন্ধান হ'ব লাগে—নিৰপেক্ষভাবে।

সেনা বাহিনীক লেকাম এৰি চলিবলৈ দিয়াত আমাৰ আপত্তি আছে। আগতেই কোৱা হৈছে যে সেনা বাহিনীৰ গৌৰৱময় ঐতিহ্যৰ লগতে পৰম্পৰাগত ক্ৰটিও আছে। ইয়াৰ মাজত আজিও ঔপনিবেশিক যুগৰ মনোভাব প্ৰবল। সাধাৰণ জোৱানৰ চেতনাৰ মান বৰ উচ্চস্তৰৰ নহয়। অসমৰ গাঁও-ভূঁইৰ লোকক তেওঁলোকে "অভাৰতীয়" বুলি ভাবিলেও আচৰিত নহয়। এচাম বিপথগামী দেশবাসীক শাসন কৰি পুনৰ মূল সুঁতিলৈ ঘূৰাই অনা কামটোৰ জটিলতা তেওঁলোকে বুজি পায় নে নাপায় নাজানোঁ।

সবাতোকৈ বিপজ্জনক কথা এয়ে যে যোৱা দশকটোৰ ভিতৰত সেনাবাহিনীৰ শৃংখলা আৰু কৰ্তব্যবোধৰ অৱনতি ঘটিছে। দুৰ্নীতিয়ে দকৈ শিপাইছে। আনকি উন্নত ধৰণৰ মাৰাত্মক অস্ত্ৰশস্ত্ৰও সেনাবাহিনীৰ লোকেই মনে মনে বাহিৰত বিক্ৰী কৰাৰ প্ৰমাণ আছে। তদুপৰি প্ৰমোছন আদিৰ লোভত বা আন কাৰণত ৰাজনৈতিক দলৰ লগত সেনাবাহিনীৰ পদস্থ বিষয়াসকলৰ খাটিৰ বাঢ়িছে। এনে কোনো ৰাজনৈতিক দলৰ স্বাৰ্থপূৰণৰ বাবে সেনাবাহিনীয়ে কাম কৰিব লাগিলে দেশৰ বাবেই বিপদ। সেয়ে প্ৰশাসনত সেনাবাহিনী প্ৰয়োগ কৰা হ'লে, তাৰ ওপৰত সচেতন মহলে তীক্ষ্ণ নজৰ ৰখাই ভাল হ'ব।

কিন্তু এইবোৰ সতৰ্কতামূলক ব্যৱস্থা। আল্ফাই যিবোৰ দুৰ্কৰ্ম কৰিছে, সেইবোৰ বন্ধ কৰিবলৈ ৰাজ্যিক প্ৰশাসন তথা আৰক্ষী বিভাগে কোনো ব্যৱস্থাই লোৱা নাছিল।

আৰক্ষী বিভাগ আৰু বাজ্যিক প্ৰশাসনৰ প্ৰয়োজনীয় সংস্কাৰ হ'লেহে আলফাৰ উৎপীড়ন তেওঁবিলাকে নিয়ন্ত্ৰণ কৰিব পাৰিব। সেই কাম জৰুৰীভাৱে লৈ যথাশীঘ্ৰে আৰক্ষী বিভাগকে সেই দায়িত্ব দিয়া উচিত। সেনা বাহিনীক কেৱল আল্ ফাৰ সামৰিক কাৰ্য্যকলাপৰ বিৰুদ্ধেহে লগোৱা উচিত হ'ব। আল্ ফাৰ অবৈধ কাৰ্য্যকলাপ বন্ধ কৰিবলৈ বাজ্যিক প্ৰশাসনো কৃতসংকল্প হ'ব লাগিব। এই ব্যৱস্থা নাহিলে সেনা বাহিনীৰ তালাচী, জেৰা, কঠোৰতা সকলোৱে সহিব লগা হ'ব। অৱশ্যে আল্ ফাৰ লগত আলাপ-আলোচনাৰ জৰিয়তেহে সমস্যাটোৰ সুসমাধান হ'ব। চৰকাৰ আৰু আল্ ফাৰ মাজত চৰ্তবিহীনভাৱে আৰু মুকলি-মুৰীয়াকৈ আলোচনা হ'ব লাগিব। আলোচনা নহ'লে সেনাবাহিনীৰ অত্যাচাৰ চলি থকাৰ বা পুনৰ হোৱাৰ সম্ভাৱনা আছে। তেতিয়া সেনাবাহিনীৰ দৰে আল্ ফাও অসমীয়া ৰাইজৰ দুৰ্দ্দশাৰ বাবে জগৰীয়া হ'ব। কেন্দ্ৰীয় চৰকাৰৰ অন্যায় আদিৰ বিৰুদ্ধে অসমৰ ৰাইজে গণ আন্দোলন কৰিব। তেওঁলোকৰ আন কোনো ত্ৰাণকৰ্ত্তাৰ প্ৰয়োজন নাই।

## আলফাৰ নেতৃত্ব

আলফাৰ নেতাসকলক মই চিনি নাপাওঁ। তেওঁলোকে এই চৰিত্ৰ অৰ্জন কৰিছেনে? মোৰ মনত বহুদিনৰে পৰা কিছু সন্দেহ হৈ আছে। তেওঁলোকক হেনো তলতীয়া কৰ্মীয়ে "ছাৰ" বুলি মাতে। এইটো বিপ্লবী সংগঠন নে পুলিচ থানা? সাধাৰণ কৰ্মীৰ মাজত প্ৰথমতে চেতনাৰ অভাৱ থাকিব পাৰে। সেই বুলিয়েই তেওঁলোকক চাকৰৰ দৰে ব্যৱহাৰ কৰা উচিতনে? বিপ্লবী সংগঠন কৰ্মীৰ ওপৰত যিমান দায়িত্ব দিয়া হয়, তেওঁলোকৰ বিচাৰ-বিবেচনা যিমানে গুৰুত্ব দিয়া হয়, সিমানেই সংগঠনৰ বৈপ্লৱিক চৰিত্ৰ সবল হয়। আল্ ফা তাৰ ব্যতিক্ৰম কিয়? নেতাসকলে ভাবে নেকি যে তেওঁলোকৰ নীতিবোৰ ভালদৰে বুজি পালে আৰু তাক প্ৰশ্ন কৰাৰ অধিকাৰ পালে সাধাৰণ কৰ্মীয়ে কথা শুশুনা হ'ব পাৰে? এইটো দেখোন এক ফেচিবাদী সংগঠনৰ শৃংখলা। ফেচিবাদী সংগঠনৰ শৃংখলা অতি কঠোৰ, কিন্তু বিনা বিচাৰে হুকুম পালনেই তাৰ ৰীতি।

দ্বিতীয়তে আল্ ফাৰ নেতাসকলৰ প্ৰমাণিত নিষ্ঠুৰতা। তেওঁলোকৰ লগত মত নিমিলা বা তেওঁলেকৰ লগত প্ৰতিযোগিতাত নমা আন সংগঠনৰ কৰ্মীক তেওঁলোকে কেৱল হত্যা কৰি এৰা নাই, কোনো কোনো ক্ষেত্ৰত পাশৱিক নিৰ্য্যাতন কৰিছে। এইদৰে মানবীয় দয়া-মমতা নোহোৱা নেতাই সমাজৰ উন্নতিৰ কি আশা দেখুৱাব। সমাজ শুধৰাবলৈ গৈ সকলোকে গুলীয়াই মাৰিব দেখোন।

লঘুগুৰুৰ জ্ঞান নোহোৱাৰ এটা কাৰণ ভণ্ডামি। যাৰ নিজৰ চৰিত্ৰ দুৰ্ব্বল, সিয়েই

আমৰ চৰিত্ৰৰ ওপৰত অতিশয় কঠোৰ হয়—এইটো মনস্তত্বৰ এক সাধাৰণ সূত্ৰ। যোৱা নবেম্বৰ মাহত নগাঁৱৰ শ্ৰী হেম বৰাই মোলৈ এখন চিঠি দিছিল। নগাঁও জিলাৰ আল্‌ফাৰ এজন উচ্চপদৰ নেতাৰ ভায়েকৰ বিয়াত হেনো ৫.৬ লাখ টকা খৰচ কৰিছিল। আল্‌ফাৰ কিছু কৰ্মীয়ে হেনো কাঠৰ মিলৰ মালিক বিলাকক ভাবুকি দি এই টকা সংগ্ৰহ কৰিছিল। কথাটো অদ্ভুত নহয়নে? এনে বৈপ্লবিক বিবাহ সংঘটিত কৰা সকলে দুখীয়াৰ দুখ কিদৰে নিবাৰণ কৰিব?

তাহানি Eight years with Chairman Mao নামৰ এখন কিতাপ পঢ়িছিলো। চেয়াৰমেন মাওৰ অৰ্ডাৰ্লি এজনৰ স্মৃতিচাৰণ। তেওঁ আছিল গাঁৱৰ খেতিয়কৰ ল'ৰা। ১৪ কি ১৫ বছৰ বয়সত মাওৰ লাছনি-পাছনি খাটিবলৈ তেওঁক লাল ফৌজে নিযুক্তি দিছিল। প্ৰথম নিশা অধিনায়ক মাওলৈ বাট চাই চাই ল'ৰাটি টোপনি গৈছিল। বহুত ৰাতি যুদ্ধৰ কাৰ্য্যালয়ৰ পৰা উভতি অহা মাওৱে ল'ৰাটিক আথে-বেথে তুলি আনি বিছনাত শুৱাই দিছিল, গাৰ ওপৰত নিজৰ কম্বল খনকে জাপি দিছিল। এয়েই আছিল নেতাৰ চৰিত্ৰ। মাও ছে তুঙৰ তিনিবাৰ বিয়া হোৱাত গুৰুত্ব দিম নে এই ঘটনাটোত আমি গুৰুত্ব দিম?

# যুক্তৰাষ্ট্ৰীয় ভিত্তিত অসমৰ পুনৰ্গঠন

URMCA নামৰ সংগঠনটোৱে ইতিমধ্যে অসমৰ দলিত গোষ্ঠী সমূহৰ আৰু বিভিন্ন অৱহেলিত জনজাতিৰ মাজত জনপ্ৰিয়তা অৰ্জন কৰিছে। উচ্চ বৰ্ণৰ হিন্দু সম্পন্ন অসমীয়া সকলে যি দৃষ্টিৰে ইমানদিনে অসমখন শাসন কৰি আহিছে, তাৰ বাহিৰত বৈ যোৱা সকলে অৱশেষত বিদ্ৰোহৰ ধ্বনি দিছে। অৱশ্যে এইবোৰ জনগোষ্ঠীৰ মাজত URMCA ৰ জনপ্ৰিয়তা প্ৰকৃততে কিমান, বিধানসভাৰ নিৰ্বাচনৰ পিছতহে ধৰিব পৰা যাব।

URMCA ৰ ৰাজনৈতিক দাবী হৈছে যুক্তৰাষ্ট্ৰীয় ভিত্তিত অসমৰ পুনৰ্গঠন। কথাটো নীতিগত ভাৱে আপত্তিজনক নহয়। কিন্তু এই বিষয়ে কুটামান সন্দেহো আমাৰ মনলৈ নহাকৈ থকা নাই। যেনে :

(১) এনে যুক্তৰাষ্ট্ৰীয় গাঁথনি সংবিধানমতে কেৱল কেন্দ্ৰীয় চৰকাৰে প্ৰৱৰ্ত্তন কৰিব পাৰে। সেই চৰকাৰে আঁচনিখন কৰোঁতে প্ৰকৃত থলুৱা গোষ্ঠীসমূহৰ সুবিধা অসুবিধা আৰু ভৱিষ্যৎ মঙ্গল বিবেচনা কৰিব জানো? কেন্দ্ৰীয় আমোলা চক্ৰৰ সুবিধা মতে অসমৰ পুনৰ্গঠন কৰিলে আমাৰ ভৱিষ্যত জানো সুৰক্ষিত হ'ব ?

(২) অসমত আঁচনিখনৰ প্ৰকৃত ৰূপ কি হ'ব? কিছুমানে সন্দেহ কৰা মতে অভিবাসী মুছলমান অঞ্চলকো স্বায়ত্ত শাসিত ৰাজ্য দিয়া হ'ব নেকি? চাহ বনুৱা আৰু আহোম সকলোকো ৰাজ্য দিয়া হ'ব নেকি? তেনেহ'লে বাকীখিনি হিন্দু অসমীয়াৰ ৰাজ্য হ'ব কত? এইবোৰ জটিল প্ৰশ্নৰ উত্তৰ এতিয়াই স্পষ্টকৈ নিদিলে যুক্তৰাষ্ট্ৰীয় গাঁথনিৰ উপকাৰিতা সম্পৰ্কে মনত খুতুৰনি বৈ যাব।

এই কথা ঠিক যে আজি-কালি অসমীয়া জাতিৰ নামত বিভিন্ন গোষ্ঠীৰ মানুহৰ ওপৰত নানা অবিচাৰ আৰু উৎপীড়ন জাপি দিয়া হৈছে। কিন্তু হেজাৰ বছৰ ধৰি ক্ৰমে অসমৰ নানা জনগোষ্ঠীৰ মিলন আৰু সমন্বয়ৰ যোগেদি এটা অসমীয়া জাতি গঢ়ি উঠাও ঐতিহাসিক সত্য। এইটো অৱহেলা কৰাটো প্ৰতিক্ৰিয়াশীল নহ'ব জানো? অসমীয়া জাতিক গণতান্ত্ৰিক ভিত্তিত প্ৰতিষ্ঠা কৰাৰ চেষ্টাহে সমীচীন হ'ব। কঠিন হ'লেও সেইটোহে ইতিহাস সম্মত কাৰ্য্যসূচী।

(৩) বিভিন্ন স্বায়ত্ত শাসিত গোটবোৰৰ মাজত সম্পৰ্ক কেনে ধৰণৰ হ'ব? কেন্দ্ৰীয় চৰকাৰৰ লগতেই বা সম্পৰ্ক কেনে ধৰণৰ হ'ব? বড়ো বা আহোম ৰাজ্যত অন্য গোষ্ঠীৰ লোকে চাকৰি পাব নে নাপায়? চাহ বাগানৰ কৰ পাব কোনে? ONGC ৰ চাকৰিত কোন কোন গোষ্ঠীৰ মানুহ থাকিব? এনে আহুকলীয়া প্ৰশ্নবোৰ ধৈৰ্য্য ধৰি পৰীক্ষা কৰিলেই পৰিষ্কাৰ হ'ব যে অসমৰ কোনো এক গোষ্ঠীকো বাদ দি আঁচনিখন কাৰ্য্যকৰি কৰা অসম্ভৱ।

# মেকনিল্‌-আনন্দ, সেনাবাহিনী আৰু সংবিধান

## মেকনিল্‌-আনন্দ

অৱশেষত মহাসমাৰোহে ডঃ ভৱেন শইকীয়াক মেক্‌নিল্‌ এণ্ড মেগৰ বঁটা প্ৰদান কৰা হ'ল। ডঃ ভবেন শইকীয়া যে এনে পুৰস্কাৰ পাবলগীয়া যোগ্য ব্যক্তি, সেই সম্পৰ্কে সন্দেহৰ অৱকাশ নাই। তেখেতৰ লগত বহু বিষয়ে আমাৰ গুৰুতৰ মতানৈক্য আছে, তেখেতৰ সকলো কাম বা সিদ্ধান্তক আমি ওলগ জনাবও নোৱাৰোঁ—কিন্তু তেখেতৰ প্ৰতিভা, নিষ্ঠা আৰু দক্ষতা সম্পৰ্কে বিতৰ্কৰ থল নাই।

বঁটা ঘোষণা কৰাৰ পিছত বঁটাটো সম্পৰ্কে প্ৰশ্ন তোলাটো অবাস্তৱ। তথাপি মনত উঠা এটা খুঁতুৰনি বাইজক জনাব খোজোঁ। চাহ বাগান বিলাকৰ বিৰুদ্ধে অসমৰ ৰাইজৰ প্ৰধান অভিযোগ এয়ে যে অসমৰ উন্নতিত তেওঁলোকে বৰঙণি দিয়া নাই। অসমৰ সাহিত্য-সংস্কৃতিৰ উন্নতিৰ বাবে বছৰে একলাখ টকাৰ বঁটা আগবঢ়ালে ফল ধৰিবনে? উপযুক্ত পৰিবেশ, প্ৰশিক্ষণ, উদগনি আদিয়েহে উদীয়মান প্ৰতিভাৰ যথাৰ্থ বিকাশ সম্ভৱ কৰে। সেইখিনি উপাদান সৃষ্টি কৰিবলৈ যেনে ধন বলৰ প্ৰয়োজন অসমীয় সমাজত তাৰ অভাৱ। চাহ বাগানবোৰে তেনে অভাৱ পূৰণ কৰিলেহে ৰাইজৰ মনত সন্তোষৰ ভাব উপজিব। এটা কোম্পানীয়ে যদি অকলে কৰিব নোৱাৰে, কেইবাটাও কোম্পানী মিলি ন্যাস এটা সৃষ্টি কৰিলেও হয়। তেতিয়া দীৰ্ঘকালীন প্ৰশিক্ষণৰ বাবে প্ৰয়োজনীয় সম্বল, সজুঁলি আৰু প্ৰশিক্ষক যোগান ধৰি আমাৰ উদীয়মান শিল্পী আদিক সহায় কৰিব পৰা যাব। মাছখোৱাৰ প্ৰস্তাৱিত সাংস্কৃতিক প্ৰকল্পত সেই ন্যাসে ধন বিনিয়োগ কৰিলেও বেয়া নহয়। এনে ধৰণৰ কাৰ্য্যসূচী অবিহনে বঁটা বাহন মানুহ কিনাৰ ব্যৱস্থা বুলি জনসাধাৰণৰ মনত সন্দেহ উপজিব পাৰে।

যশস্বী ঔপন্যাসিক, তথা সমালোচক মুলকৰাজ আনন্দ বঁটা প্ৰদানত বিশিষ্ট অতিথি হিচাপে উপস্থিত থাকে। তেওঁৰ ভাষণো অনুষ্ঠানৰ অন্যতম আকৰ্ষণ আছিল তাৰ বলিষ্ঠ মতামত আৰু প্ৰাঞ্জল প্ৰকাশভংগীৰ বাবে। তাৰ পিছতো তেওঁৰ কেইবাটাও সাক্ষাৎকাৰ লোৱা হয়। তেখেতৰ কেতবোৰ মত চিন্তনীয় হ'লেও দুটামান আমাৰ ধাৰণাত অতি টুলুঙা আছিল। তেওঁৰ দৰে মানুহ এজনৰ পৰা এনে মত কেনেকৈ আহিল, ভাবিলে আচৰিত হ'ব লাগে। সম্ভৱতঃ শ্ৰমজীৱী জনগণৰ লগত বহুদিন কোনো প্ৰত্যক্ষ সম্পৰ্ক নথকা বাবেই তেনে অগভীৰ মন্তব্য তেওঁ হেলাৰঙে দিব পৰা হৈছে।

আজি দেশৰ এচাম লোকৰ মাজত ইংৰাজীৰ জ্ঞান আৰু চৰ্চা উল্লেখযোগ্য হলেও

অধিকাংশ শিক্ষিত লোকৰ ইংৰাজী জ্ঞান দুৰ্খলগা। তেনেস্থলত ইংৰাজীৰ ওপৰত আমাৰ ব্যৱহাৰিক নিৰ্ভৰশীলতা বাঢ়ি যোৱাৰ অৰ্থ হ'ব তেনে বহুসংখ্যক লোকৰ আতুকাল বৃদ্ধি কৰা। বিশ্বৰ জ্ঞান-বিজ্ঞান সংগ্ৰহৰ বাবে ইংৰাজী চৰ্চাৰ প্ৰয়োজন, সন্দেহ নাই। কিন্তু ইংৰাজী যাতে এচাম টুলুঙা মনৰ ইংৰাজী শিক্ষিত লোকৰ প্ৰভুত্বৰ অস্ত্ৰ হ'ব নোৱাৰে, সেই বাবে যথাযোগ্য ব্যৱস্থা লোৱা উচিত।

আৰু আচৰিত হ'লো বাগিচাৰ বনুৱাৰ অৱস্থা বহুত "উন্নত" হোৱা বুলি তেখেতে চাফাই গোৱা শুনি। আচলতে অপুষ্টি, অশিক্ষা, আৰু চিকিৎসাহীনতাই চাহ বাগানৰ লাখ লাখ বনুৱাৰ জীৱন আজিও এন্ধাৰ কৰি ৰাখিছে। চাহ বাগানৰ বনুৱাৰ মাজত স্নাতকৰ সংখ্যা আজিও আঙুলি মূৰত লেখিব পৰা।

## সেনাবাহিনী আৰু সংবিধান

অসমত আজি বহু যুগ ধৰি RAW আদি সংবিধান বহিৰ্ভূত শক্তিয়ে কাম কৰি আছে। তেওঁলোকে কেৱল খবৰ সংগ্ৰহ কৰিয়েই ক্ষান্ত হৈ থকা নাই। স্থানীয় ৰাজনীতিৰ ওপৰতো প্ৰভাৱ পেলাবলৈ বিচাৰিছে। কোনো কোনো গণ্যমান্য ৰাজ-নীতিবিদ, প্ৰতিষ্ঠালোভী সম্পাদক, পুৰস্কাৰলোভী লেখক RAWৰ জালত যে পৰিছে, সন্দেহ নাই। ফলত RAWৰ দিহামতে এওঁলোকে এনে কিছুমান কাম কৰি আছে যি "দশৰ মংগল"ৰ স্বাৰ্থত অসমৰ প্ৰচুৰ অমংগল ঘটাইছে। আনহাতে নিৰ্বাচনৰ আগলি কালছোৱাত আৰু সেনা বাহিনীৰ তাণ্ডৱে সৃষ্টি কৰা পৰিবেশত আমাৰ দৰে স্পষ্টবাদী লোকৰ বিষয়ে ৰাইজৰ মনত সন্দেহ সৃষ্টি কৰিবলৈ বিস্তাৰ আয়োজন কৰা হৈছে।

RAW, CBI আদি কেন্দ্ৰীয় সংস্থাবোৰে ৰাজ্যিক আৰক্ষী দল বা প্ৰশাসনক বিশেষ বিশ্বাসত নলয়। তেওঁলোকে সেনা বাহিনী, চি আৰ পি আদিৰ জৰিয়তে কাম কৰাব খোজে। তদুপৰি আছে "গোলাম-উল্-মুলুক" জাতীয় মূৰ বিক্ৰী কৰা মুৰব্বী—দেশমাতৃৰ প্ৰেমত মতলীয়া হৈ যি সকলে আনৰ বিষয়ে বছৰৰ বাৰটা মাহেই তেৰটা বজকৰা গুজৱ ৰটনা কৰে। এক বিশেষ ৰাজনৈতিক দলৰ প্ৰভাৱো স্পষ্টকৈ এনে সংস্থাৰ মাজত প্ৰবল।

সেয়ে অসমত কেনে ঘটনা ঘটি আছে চাওক। আমি অসমত চলি থকা তাণ্ডৱৰ বাবে ঘাইকৈ দোষ দিওঁ সেনা বাহিনীক। সেনা বাহিনীয়ে অসমৰ গাঁৱে-ভূঁঞে কি অত্যাচাৰ চলাইছে নক'লেও চলে। কিন্তু মনত ৰাখিব লাগিব যে সেনা বাহিনী অসমত নিয়োগ কৰাৰ সিদ্ধান্ত লৈছিল কেতবোৰ ৰাষ্ট্ৰনায়ক তথা ৰাজনীতিবিদে। এই ৰাজনীতিবিদ বিলাকক এনে সিদ্ধান্ত ল'বলৈ সুবিধা কৰি দিছিল সংযুক্ত মুক্তি বাহিনীৰ ভুল নীতি আৰু কৌশলে।

সেনা বাহিনীক যদিও TADA, Armed Forces Special Powers Act প্ৰভৃতি আইন অনুযায়ী অসমৰ বিভিন্ন অঞ্চলত মেলি দিয়া হৈছে, তাৰ মূল সূত্ৰটো আছে সংবিধানৰ সপ্তম অনুসূচীত বিবৃত কেন্দ্ৰীয় চৰকাৰৰ বিষয়সমূহৰ মাজত। এই সূত্ৰমতে কেন্দ্ৰই দেশৰ যি কোনো অঞ্চলতে "অসামৰিক প্ৰশাসনক সহায় কৰিবলৈ" সেনা বাহিনী বা কোনো কেন্দ্ৰীয় নিৰাপত্তা বাহিনী নিয়োগ কৰিব পাৰে। ইন্দিৰা গান্ধীৰ স্বৈৰতান্ত্ৰিক শাসনৰ কালছোৱাত সংবিধানৰ ৪২ তম সংশোধনৰ ফলস্বৰূপে এই দফাটো সপ্তম অনুসূচীৰ অন্তৰ্ভুক্ত হয়। ৪২ তম সংশোধনৰ আন উপদ্ৰৱবোৰ পিছত গণতন্ত্ৰবাদী শক্তিসমূহে আঁতৰ কৰিলেও এই দফাটো সলনি নকৰাকৈ ৰাখিলে। তাৰ কাৰণ কি, চিন্তা কৰিলেই ভাৰতত গণতন্ত্ৰৰ ভৱিষ্যত সম্পৰ্কে সচেতন মানুহৰ মনত গভীৰ উৎকণ্ঠাৰ সঞ্চাৰ হ'ব।

দেশৰ কোনো ঠাইতে "সশস্ত্ৰ বিদ্ৰোহ" ( armed rebellion ) হ'লে তাক দমন কৰিবলৈ সংবিধানৰ ৩৫২ নং সূত্ৰ অনুযায়ী চৰকাৰে "জৰুৰী অৱস্থা" ঘোষণা কৰিব পাৰে। কিন্তু এনে "জৰুৰী অৱস্থা" ঘোষণা এক গুৰুতৰ ব্যৱস্থা। সেই সময়ত ঘটা সকলো অন্যায়-অত্যাচাৰৰ দায়িত্ব শেহতীয়াকৈ চৰকাৰেই বহন কৰিব লাগে। নিৰ্বাচনৰ ওপৰত নিৰ্ভৰশীল কোনো ৰাজনৈতিক দলেই এই দায়িত্ব কান্ধ পাতি ল'ব নোখোজে। বৰং আন কিবা উপায়ে সংবিধানক ফাকি দি কামটো সমাধা কৰিবলৈ বিচাৰে। এই উদ্দেশ্যেই সপ্তম অনুসূচীত ইন্দিৰা গান্ধীয়ে এই দফাটো অন্তৰ্ভুক্ত কৰিছিল।

দেশৰ কোনো অঞ্চলত "সশস্ত্ৰ বিদ্ৰোহ" হোৱাটো চৰকাৰৰ পক্ষেও কলংক। সেই অঞ্চলৰ সমস্যাসমূহৰ শান্তিপূৰ্ণ ৰাজনৈতিক সমাধান কৰাত চৰকাৰ ব্যৰ্থ হোৱা বাবেই নিশ্চয় তাত সশস্ত্ৰ বিদ্ৰোহ হৈছে। চৰকাৰৰ চেতনা, ক্ষিপ্ৰতা, দূৰদৰ্শিতা আদি গুণৰ অভাৱ এনে ঘটনাই প্ৰমাণ কৰে। সেয়ে "সশস্ত্ৰ বিদ্ৰোহ"ৰ অস্তিত্ব স্বীকাৰ কৰিবলৈ পেছাদাৰ ৰাজনৈতিক নেতা প্ৰস্তুত নহয়। অথচ বিদ্ৰোহ হ'লে তুৰন্তে তাক দমন কৰাৰ ব্যৱস্থাও কৰিব লাগিব।

এই সংকটৰ পৰা চৰকাৰ তথা ৰাজনীতিবিদক মুক্তি দিয়ে সেনা বাহিনীয়ে—কিন্তু সম্পূৰ্ণ অবৈধ আৰু অন্যায়ভাৱে। সপ্তম অনুসূচী মতে যেতিয়াই "অসামৰিক কৰ্তৃপক্ষক সহায় কৰিবলৈ" সেনা বাহিনীক নিয়োগ কৰা হয় তেতিয়াই নানা "কলা আইন"ৰ সহায়ত সেনা বাহিনীয়ে জনগণৰ বিৰুদ্ধে দস্তুৰমত যুদ্ধ ঘোষণা কৰে। "অসামৰিক কৰ্তৃপক্ষ"ক বুঢ়া আঙুলি দেখুৱাই আৰক্ষী দল, ন্যায়পালিকা, প্ৰশাসন, সকলোৰে ক্ষমতা সেনা বাহিনীয়ে বেদখল কৰে। "জৰুৰী অৱস্থা" ঘোষিত নোহোৱাকৈয়ে জনসাধাৰণৰ মৌলিক অধিকাৰ খৰ্ব কৰা হয়। এনেকৈয়ে অসমত সম্প্ৰতি সেনা বাহিনীৰ "জেৰা"ত বহুলোকৰ মৃত্যু হৈছে, বহুলোক জীৱনলৈ পংগু হৈছে। বহু তিৰোতা পাশৱিক ধৰ্ষণৰ

বলি হৈছে। এইদৰেই যথাযোগ্য ৰাজনৈতিক প্রতিকাৰ নোলোৱাকৈ জনসাধাৰণৰ প্রতিবাদ বা বিক্ষোভক পাশৱিক দমননীতিৰে মষিমূৰ কৰা হয়। কোৱা বাহুল্য, ই গণতন্ত্ৰৰ ওপৰত মাধমাৰ সোধায়, স্বৈৰতন্ত্ৰৰ পথ সুগম কৰে।

RAW, CBI আৰু সেনা বাহিনী মিলি এনে এক নাৰকীয় পৰিস্থিতি সৃষ্টি কৰিলেও সংবিধানত তাৰ প্রতিকাৰ নাই। কাৰণ সমস্ত ঘটনাটো সংবিধানক প্রতাৰণা কৰিয়েই সজোৱা হয়। ভাৰতত জনগণৰ অলক্ষিতে যি স্বৈৰতন্ত্রী ৰাষ্ট্ৰৰ বুনিয়াদ গঢ়ি উঠিছে, সেই ৰাষ্ট্ৰইহে আৰু তাৰ আজ্ঞাবাহী ৰাজনীতিবিদ, আমোলা, বুদ্ধিজীৱী, সাংবাদিকেহে আচল কথাটো বুজি পায়। সিহঁতে সেই সত্য গোপন কৰি জনসাধাৰণক ফুচুলাই ৰাখিবলৈ বহু বিচিত্র কৌশলৰ আশ্রয় লয়। আনকি উক্ত চক্রান্তৰ বিৰোধিতা কৰা সকলক "ৰাষ্ট্রদ্রোহী" বুলি জেলত ভৰায় বা তেওঁলোকৰ বিৰুদ্ধে ভেৰোণীয়া লেখকৰ হতুৱাই কুৎসা ৰটনা কৰায়।

সেনা বাহিনীয়ে এই জঘণ্য, জনবিৰোধী ষডযন্ত্ৰত যোগ দিয়ে কিয়? প্রথমে মনত ৰখা ভাল যে আমাৰ সমাজৰ অন্যান্য অংশৰ দৰে সেনা বাহিনীৰ মাজতো গণতান্ত্রিক চেতনা প্রবল নহয়। সাধাৰণ জোৱানে অন্ধভাবে হুকুম পালন কৰাৰ শিক্ষাই পায়— বিষয়াই আঙুলিয়াই দিয়া জনেই তাৰ বাবে শত্রু। দ্বিতীয়তে আমাৰ দুৰ্ভগীয়া দেশত যাৰে হাতত ক্ষমতা পৰে, সিয়েই তাৰ অপব্যৱহাৰ কৰে। হাতত বন্দুক এটা লৈ জনসাধাৰণক শাসন কৰাৰ অধিকাৰ পালে সাধাৰণ চিপাহীয়ে "মাথা ঠাণ্ডা" ৰাখিবলৈ পাহৰে।

কিন্তু সাধাৰণ জোৱান আজ্ঞাবাহীহে। ওপৰৰ হুকুম পালন কৰে মাত্র। সেনা বাহিনীৰ সৰ্বোচ্চ মহলে ভালকৈ বুজে যে এনে কাম সংবিধান বিৰোধী আৰু শেহান্তৰত দেশদ্রোহী। তথাপি যে মত্‌লবী ৰাজনীতিবিদ, RAW আৰু ক্ষমতালোভী আমোলাৰ লগত হাত মিলাই জনসাধাৰণৰ ওপৰত অত্যাচাৰ কৰে, গণতন্ত্ৰৰ ভেটিত সিন্ধি দিয়ে, তাৰ কাৰণ উচ্চ পদস্থ সামৰিক বিষয়াবৰ্গৰ ক্ষমতালোভ। ধুৰন্ধৰ ৰাজনীতি-বিদক সংকটৰ পৰা মুক্ত কৰি উচ্চ পদস্থ সামৰিক বিষয়াবৰ্গৰ নিজেও স্বৈৰতান্ত্রিক ক্ষমতা আৰু ঐশ্বৰ্য্যৰ ভাগ বিচাৰে।

অসমত সেনা বাহিনী সোমাল কিয়? অসমৰ জনগণক সেনা বাহিনীয়ে ঠেকেচিবলৈ সুবিধা পালে কিয়? কাৰণ অসম আৰু দিল্লীৰ এচাম ৰাজনীতিবিদে জনগণৰ সমস্যা নিষ্ঠাৰে সমাধান কৰিব নুখুজি সেনা বাহিনীক অসাংবিধানিকভাবে নিয়োগ কৰালে। জনসাধাৰণৰ সমস্যা প্রকৃতাৰ্থত সমাধান কৰিবলৈ গ'লে গোপনে গঢ়ি উঠা স্বৈৰতন্ত্রী ৰাষ্ট্র ভাঙি যাব। তাতকৈ দমন পীড়নেই উত্তম। সেনা বাহিনী উন্মত্ত হোৱা নাই—এচাম লোকৰ শীতল মগৰ ভুউদ্ভাৱন কাৰ্য্যকৰিহে কৰিছে।

## অসমত নিৰ্বাচন

অৱশেষত অসমত নিৰ্বাচন হ'ব বুলি চন্দ্ৰশেখৰে খাটাং সিদ্ধান্ত ল'লে। অসমত যাতে পঞ্জাবৰ দৰে পৰিস্থিতি নহয়, তাৰ বাবে তেনে এক সিদ্ধান্ত লোৱাৰ প্ৰয়োজন আছিল। জনসাধাৰণে গণতান্ত্ৰিক অধিকাৰ সাব্যস্ত কৰাৰ সুযোগ পাই থাকিলে সশস্ত্ৰ বিচ্ছিন্নতাবাদৰ প্ৰতি আকৃষ্ট নহ'ব। সেয়ে চন্দ্ৰশেখৰৰ এই সিদ্ধান্তক অভিনন্দন জনাব লাগিব। সেনা বাহিনী নিয়োগৰ পৰা হোৱা ক্ষতিও ইয়াৰ দ্বাৰা কিছু পৰিমাণে পূৰণ হ'ব পাৰে।

অনুৰূপভাবে সংযুক্ত মুক্তি বাহিনীকো আমি অভিনন্দন জনাওঁ। পলমকৈ হ'লেও তেওঁলোকে আগৰ ভুল স্বীকাৰ কৰিছে আৰু তাক শুধৰাবলৈ যত্নৰ ক্ৰটি কৰা নাই। ই এক বিজ্ঞানসন্মত দৃষ্টিকোণ। আশাকৰোঁ তেওঁলোকে ভৱিষ্যতেও এই দৃষ্টিকোণ ৰক্ষা কৰি মূল্যবান অভিজ্ঞতা সঞ্চয় কৰিব।

কিন্তু সৰ্বোপৰি অভিনন্দন জনাব লাগিব অসমৰ জনসাধাৰণক। তেওঁলোক সৰল-চিতীয়া আৰু আবেগপ্ৰৱণ। ধুৰন্ধৰ ৰাজনীতিবিদৰ ছলনাত প্ৰায়েই মোহ যায় আৰু বিপদত পৰে। কিন্তু তেওঁলোকৰ স্বাধীনতা প্ৰেম আৰু মনোবল অতুলনীয়। দমন পীড়নৰ আগত নতিস্বীকাৰ নকৰা বাবেই তেওঁলোকে নিৰ্বাচনত অংশগ্ৰহণ কৰাৰ অধিকাৰ পুনৰ অৰ্জন কৰিলে।

অসমত কিছু পলমকৈ নিৰ্বাচন হ'ব বুলি এচাম লোকে খেদ কৰিছে। খেদ কৰাৰ কাৰণো আছে। কাৰণ সমগ্ৰ দেশৰ নিৰ্বাচনৰ ফলাফল ঘোষিত হ'লে তাৰ প্ৰভাৱ অসমত নপৰাকৈ নাথাকে। আনহাতে প্ৰাৰ্থী সকল আৰু ৰাজনৈতিক কৰ্মী সকলৰ নিৰাপত্তাৰ প্ৰশ্নটোও আছে।

পলমেই হওক, কিন্তু নিৰ্বাচন যে বন্ধ নহ'ল, তাকে পৰম স্বস্তিৰ কাৰণ বুলি ধৰিব লাগিব।

## কোনে চিন্তা কৰে ?

গতানুগতিক জীৱনযাত্ৰাত আমি এতিয়া এনে অভ্যস্ত হৈ পৰিছোঁ যে অসুবিধা আহুকালবোৰ আঁতৰাই ল'বলৈকো আমাৰ মনত জোৰ নোহোৱা হৈছে। বৰং নিজে এফলীয়া হৈ অসুবিধাক বাট এৰি দিয়াই আমাৰ অভ্যাস হৈছে।

এটা সৰু উদাহৰণ দিয়া যাওক। ৰাতি পুলিচ পয়ণ্টৰ আগত যান-বাহনৰ সংকেতৰ বাবে যেতিয়া ৰবলগীয়া হয় তেতিয়া বহুসময়ত চিগ্‌নেল দূৰৰ কথা পুলিচজনকে দেখা নাপায়। সকলো গাড়ী চালকেই কথাটো অনুভব কৰে। অথচ পুলিচ পয়ণ্টবোৰত ৰাতি উপযুক্ত পোহৰৰ ব্যৱস্থা কৰাৰ কথা কোনেও নকয়। কোনোৰকমে চলাই দিব পাৰিলেই হয় যেন। এইটো জানো প্ৰগতিৰ লক্ষণ ?

# ৰাষ্ট্ৰপতিৰ শাসন অসমীয়াৰ আত্মাৰ যুদ্ধ

এজন তৰুণ সাংবাদিকে কিছুকাল আগতে এই বুলি আক্ষেপ কৰিছিল যে অসম আন্দোলনৰ কালত আবেগৰ বশবৰ্তী হৈ অসমৰ সাংবাদিকসকলে যি ধৰণে বাতৰি পৰিবেশন কৰিলে, তাৰ ফলতে কেতবোৰ অপৈণত মস্তিষ্কৰ লোক ক্ষমতাৰ গাদীত বহিবলৈ পালে আৰু অসমৰ অপূৰণীয় ক্ষতি কৰিলে। সেইজন ডেকা সাংবাদিকে যেতিয়া নিজেই এখন কাকত উলিয়ালে প্ৰথমতে তেওঁ সেই কথাৰেই আৰম্ভ কৰিছিল। ৰাইজেও নানা গৰম উৰা বাতৰিৰ চাকনৈয়াৰ মাজত স্বস্তিৰ নিশাহ পেলাইছিল। কিন্তু বেছিদিন নগ'ল, উক্ত সাংবাদিকে নিজেই উগ্ৰ আবেগময় সাংবাদিকতাত মত্ত হৈ পৰিল। তেওঁ বস্তুনিষ্ঠতাৰ নামত কোনো আন্দোলনক আজি গৰিহণা দি কাইলৈ অভিনন্দন জনোৱা, বা তীব্ৰ ভাষাত কোনো আন্দোলনৰ সপক্ষে ওকালতি কৰা সাধাৰণ ঘটনা হৈ পৰিল। পাঠক এচামো আগৰবাৰৰ দৰেই তেওঁৰ বাঁহীৰ তালে তালে নাচিবলৈ ধৰিলে।—

অসমৰ সাম্প্ৰতিক পৰিস্থিতিত এই ধৰণৰ ধাৰা (trend) অতি বিপজ্জনক। সঠিক মত গঠন কৰাত, সঠিক সিদ্ধান্ত লোৱাত, ই বিশেষ বাধাৰ সৃষ্টি কৰে। ফলত কোনো সংকটৰ যথাযথ সমাধান হওক ছাৰি তাক বেছি জটিল আৰু দুৰ্জয় কৰিহে তোলা হয়।

অসম আন্দোলনৰ সময়তে এনে প্ৰণালীবদ্ধ পক্ষপাতদুষ্ট বাতৰি পৰিবেশন ৰাজনৈতিক স্বাৰ্থ সিদ্ধিৰ হকে ব্যাপকভাৱে হ'বলৈ ধৰিলে। দুলিয়াজানত পুলিচৰ গুলিচালনাত চাৰিজন লোকৰ মৃত্যু হ'ল, কিন্তু খবৰ ওলাল যে পঞ্চাশৰ পৰা চাৰিশজন লোক নিহত হৈছে। কিছুমান দেশপ্ৰেমিক নামধাৰী দানৱে নিৰীহ আৰু সজ স্বভাৱৰ বঙালী মেডিকেল ছাত্ৰ ডঃ অঞ্জন ভট্টাচাৰ্যক মেডিকেল কলেজৰ হোষ্টেলত সোমাই হত্যা কৰিলে। ঘটনাটোত অনুতাপ নকৰি কেউফালে প্ৰচাৰ চলোৱা হ'ল যে আন্দোলনক ক্ষতিগ্ৰস্ত কৰিবৰ বাবে কলিকতাৰ পৰা দুবৃত্ত আহি চক্ৰান্তমূলকভাৱে ডঃ ভট্টাচাৰ্যক হত্যা কৰিলে। দুখৰ বিষয় যে কুটিল ৰাজনীতিৰ আওভাও নোপোৱা সৰ্বসাধাৰণ ৰাইজে এনেবোৰ অতিৰঞ্জিত, উদ্দেশ্যপ্ৰণোদিত আৰু অসৎ প্ৰচাৰত বিশ্বাস কৰে। অথচ ইমান ঘৃণনীয় মিথ্যাচাৰ আৰু অমানুষিক প্ৰতাৰণা ফৌজদাৰি আদালততো হয়তো শুনা নাযায়।

এনে ফাকিবাজী আৰু জালিয়াতীৰ ফল কি হ'ল? অৱশেষত ক্ষমতাৰ গাদীত এনে দল উঠিল, স্বাধীনতাৰ পিছত চৰকাৰৰ নেতৃত্ব দিয়া যি কোনো এটা মন্ত্ৰীসভাই যিবিলাকতকৈ অন্ততঃ কিছু সৎ, কৰ্মঠ আৰু ৰাইজৰ হিতাকাংক্ষী বুলি প্ৰমাণিত হ'ব। এই বিলাক ভণ্ড দেশপ্ৰেমিকৰ দুৰ্নীতি, স্বজনপ্ৰীতি আৰু ৰাইজৰ প্ৰতি ঔদাসিন্যই অভিলেখ স্থাপন কৰিলে। আইন-শৃংখলাৰ এনে চূড়ান্ত অৱনতি ঘটিল যে এটা চৰকাৰ চলি আছে বুলি ভাবিবলৈ টান হ'ল। অতি কম সময়ৰ ভিতৰতে ১১৩ জন লোকক উগ্ৰপন্থীয়ে হত্যা কৰিলে চৰকাৰী সূত্ৰ মতেই। এই নিহত লোকসকলৰ ভিতৰত অতি সৎ, জনপ্ৰিয় সমাজসেৱীও আছিল। তাৰে কোনো এজনৰ নিৰ্মম হত্যাৰ যথাযথ তদন্ত নহ'ল, আততায়ী ধৰা নপৰিল।

ৰাষ্ট্ৰপতিৰ শাসনৰ বাবে ঘাইকৈ এইবিলাক ধুৰন্ধৰ দেশপ্ৰেমিকেই দায়ী নহয়নে? এই সাধাৰণ কথাটো পাহৰি কেন্দ্ৰীয় চৰকাৰৰ বিৰুদ্ধে তৰ্জন-গৰ্জন কৰাৰ কোনো অৰ্থ নাই। ৰাষ্ট্ৰপতিৰ শাসনৰ বিকল্প আছিল এইবোৰ লোকক নিৰ্বাচন পাতি পুনৰ ক্ষমতা দখল কৰিবলৈ সুযোগ দিয়া। সেয়েই নহয়, নিৰ্বাচন পতাৰ সময়ত জোৰকৈ বহুতক ভোট দিয়াৰ পৰা বিৰত ৰখা হ'লহেঁতেন, জোৰকৈ ভোটৰ বহু কেন্দ্ৰ দখল কৰা হ'লহেঁতেন, বহু প্ৰাৰ্থী আৰু তেওঁলোকৰ সমৰ্থকক হত্যা কৰা হ'লহেঁতেন, গাঁৱে-ভূঞে অশান্তি, হত্যাকাণ্ড, অগ্নিকাণ্ডৰ মহামাৰী লাগিলহেঁতেন। যোৱা পাচ বছৰে দেখাতকৈও নৃশংস চৰকাৰ এটা হয়তো প্ৰতিষ্ঠিত হৈ অসমৰ ৰাইজক জ্বলাকলা কৰিলেহেঁতেন। প্ৰচণ্ড নৰমেধ আৰু ৰক্তপাতৰ মাজেদি অসম খণ্ড বিখণ্ড হৈ গ'লহেঁতেন।

## অসমক ৰক্ষা কৰিলে

তেনে পৰিণামৰ পৰা ৰাষ্ট্ৰপতিৰ শাসনে অসমক ৰক্ষা কৰিলে। অন্ততঃ সেইবাবে একপক্ষীয়ভাৱে ৰাষ্ট্ৰপতিৰ শাসনক দোষাৰোপ কৰিব নোৱাৰি। ৰাষ্ট্ৰপতিৰ শাসন অসম গণ পৰিষদৰ অনাচাৰৰ অবৈধ সন্তান।

কিন্তু ৰাষ্ট্ৰপতিৰ শাসনৰ লগৰীয়া হৈ আহিছে উপদ্ৰুত এলেকা আইন আৰু ১৯৪৮ চনৰ সৈন্যবাহিনীৰ বিশেষ ক্ষমতা আইন। অৰাজকতা আৰু আইন-শৃংখলাৰ চূড়ান্ত অৱনতিৰ প্ৰতিকাৰ হিচাপে এই দুয়োখন আইন প্ৰস্তুত কৰা হৈছিল। দুয়োখন আইন অনুযায়ী সাধাৰণ নাগৰিকৰ অধিকাৰ বহু পৰিমাণে খৰ্ব হয়। যেতিয়াই তেতিয়াই দণ্ডাধীশৰ নিৰ্দেশ নোহোৱাকৈ তালাচী, গ্ৰেপ্তাৰ, জেৰা হ'ব পাৰে, বিনাবিচাৰে আটক হ'ব পাৰে, গুলিচালনা 'বহ পাৰে। সৈন্যবাহিনীয়ে বিশেষ

ক্ষমতাৰ বলত খবৰ উলিয়াবলৈ বা বিদ্ৰোহী এলেকাত ভয় খুৱাবলৈ নিৰ্যাতন যে নচলাব, তাৰো ভৰসা নাই। গণতন্ত্ৰপ্ৰেমী লোকে সেয়ে দুয়োখন আইন সন্দেহ আৰু ভীতিৰ চকুৰে চায়।

দুয়োখন আইন বলবৎ কৰা হৈছে যেতিয়া তুৰন্তে দুয়োখন তুলি লোৱাও বৰ কাৰ্যকৰী ব্যৱস্থা নহ'ব। তেনেহ'লে চৰকাৰক দুৰ্বল বা অস্থিৰমতি বুলি ভবাৰ থল ওলাব। কিন্তু চৰকাৰে পৰিষ্কাৰভাৱে উপলব্ধি কৰা ভাল যে পৰীক্ষামূলকভাৱেহে দুয়োখন আইন অসমত প্ৰয়োগ কৰা হৈছে। ঘোষিত উদ্দেশ্যে সিদ্ধি ( অৰ্থাৎ উগ্ৰপন্থী দমন ) সম্পূৰ্ণ হওক বা নহওক, এটা বিশেষ সময়ৰ পিছত, আৰু শীঘ্ৰে, দুয়োখন আইনৰ প্ৰযোগ ৰহিত কৰাই উচিত হ'ব।

"Times of India"ত এজন ভাষ্যকাৰে লিখিছেই যে ৫০,০০০ সুসজ্জিত ভাৰতীয় সৈনিকে শ্ৰীলংকাৰ ৫,০০০ সন্ত্ৰাসবাদীক পৰাভূত কৰিব নোৱাৰিলে। কাৰণ এনে সন্ত্ৰাসবাদীয়ে গতানুগতিক ৰণ-কৌশলৰ ওপৰত বেছি নিৰ্ভৰ নকৰে। গেৰিলা কৌশলেৰে আচম্বিতে এমুঠি সৈন্য আহি শত্ৰুৰ ওপৰত আক্ৰমণ কৰি থিতাতে আঁতৰি দূৰলৈ যোৱাই এনে উগ্ৰপন্থীৰ কাৰ্যপ্ৰণালী। কেবল হাবিয়ে বনেই নহয়, সাধাৰণ নাগৰিকৰ মাজত থকা সমৰ্থকৰ মাজত মিলি গৈ, বা কেতিয়াবা ভয় দেখুৱাই কাৰো ঘৰত আশ্ৰয় লৈ, এনে উগ্ৰপন্থীয়ে আত্মগোপন কৰে। এনে উগ্ৰপন্থীক স্থানীয় পুলিচে চোৰাংচোৱাৰ সহায়ত উলিয়াব পাৰে আৰু ধৰিব পাৰে, কিন্তু সৈন্যবাহিনীৰ তেনে সুবিধা, দক্ষতা আৰু অভিজ্ঞতা নাই। বৰং এই কাম কৰিবলৈ গৈ অনভিজ্ঞ আৰু ব্যৰ্থ-মনোৰথ সৈন্যবাহিনীয়ে ক্ৰমে প্ৰচণ্ড নিৰ্যাতন আৰু সন্ত্ৰাসৰ আশ্ৰয় ল'ব পাৰে। তেতিয়া উগ্ৰপন্থীতো দমন কৰা নহ'বই বৰং ভূতৰ ওপৰতে দানহৰ দৰে হৈ সৈন্যবাহিনীয়েও ৰাইজক বিপদত পেলাব পাৰে। এনে ধৰণৰ পৰিস্থিতি আনকি পঞ্জাব আৰু কাশ্মীৰতো হৈছে।

## অসমৰ্থিত বাতৰি

সম্প্ৰতি কিছুমান কাকতত সৈন্যবাহিনীযে ৰণক্ষেত্ৰৰ ওচৰৰ গাওঁ-ভূঁইৰ মহিলাক ব্যাপকভাৱে ধৰ্ষণ আৰু বলাৎকাৰ কৰা আৰু ৰাইজৰ ওপৰত অত্যাচাৰ চলোৱা বুলি তীব্ৰ অভিযোগ তোলা হৈছে। এইবোৰ প্ৰায়েই অসমৰ্থিত বাতৰি। আনকি জাতীয়তাবাদী যুৱ ছাত্ৰ পৰিষদেও মহিলাৰ ওপৰত ধৰ্ষণৰ বাতৰি অস্বীকাৰ কৰিছে। ( অৱশ্যে তেওঁলোকে ৰাজ্যপাল ঠাকুৰক আঁতৰাই কিয় ইন্দিৰা কংগ্ৰেছৰ প্ৰতি অনুগত লোকক ৰাজ্যপাল হিচাপে অসমলৈ অনাব খুজিছে, বুজিব নোৱাৰিলোঁ। )। কিছুমান

মহিলাই 'ধৰ্ষণ' বা 'বলাৎকাৰ' শব্দ দুটাৰ অৰ্থ বুবুজি মাৰপিট কৰাকে 'ধৰ্ষণ' কৰা বুলি কৈছে। ক'ৰবাত যে দুই-এক অসৎ জোৱানে বৰ্বৰ আচৰণ কৰা নাই তেনেও নহয়। কিন্তু দায়িত্বশীল মহলে তেনে সৈন্যৰ বিৰুদ্ধে তুৰন্তে কঠোৰ শাস্তি বিধানৰ দাবী তোলাহে উচিত হ'ব। দুই-এজন বৰ্বৰৰ বাবে সমগ্ৰ সেনা বাহিনী জগৰীয়া নহয়। তথাপি এই কথা অস্বীকাৰ কৰিব নোৱাৰি যে গাওঁ-ভূঁইৰ সহজ-সৰল নাৰীসমাজ সৈন্যবাহিনীৰ ছুটা আচৰণ, দাবী-ধমকি আদিত ক্ষুব্ধ আৰু মৰ্মাহত হৈছে। পৰিস্থিতিটো আচহুৱা আৰু অসন্মানজনক। গাঁৱৰ পুৰুষসকলো তেনেদৰে বিব্ৰত আৰু বিবুধি হৈছে। যোৱা দ্বিতীয় মহাযুদ্ধৰে পৰা মিলিটাৰিৰ প্ৰতি আমাৰ ৰাইজৰ মনত ভয় আৰু সন্দেহৰ ভাব আছে। তাৰ উপৰিও উগ্ৰপন্থীৰ উহ্ বা আশ্ৰয়স্থল বিচাৰি সৈন্যবাহিনীয়ে এওঁলোকৰ ওপৰত কঠুৱা আচৰণ কৰিছে। কিন্তু মন কৰিবলগীয়া যে সাংবাদিকসকলৰ প্ৰশ্নৰ উত্তৰত বহু শৰণাৰ্থীয়ে স্বীকাৰ কৰিছে, তেওঁলোকে ভয় খাই পলাই আহিছে, কেতিয়াবা সেনাবাহিনীৰ পৰা কঠুৱা ব্যৱহাৰ পাইছে———কিন্তু প্ৰত্যক্ষভাৱে নিৰ্যাতনৰ সন্মুখীন হোৱা নাই। অৰ্থাৎ সেনাবাহিনীৰ হাতত অপমানিত বা তেওঁলোকৰ আচৰণত একাংশ ৰাইজ ক্ষুব্ধ হ'লেও তেওঁলোকৰ হাতত প্ৰকৃততে নিৰ্যাতিত হোৱাৰ প্ৰমাণ সেৰেঙা।

এইখিনি কথাতে প্ৰশাসনে স্বস্তি অনুভৱ কৰাৰ থল নাই। কাৰণ সৈন্যবাহিনীৰ আচৰণত এচাম নিৰপৰাধ লোকো ক্ষুণ্ণ বা ক্ষুব্ধ হোৱাটো সঁচা কথা। তাৰে সুযোগ লৈ সাৰুৱা মগজুৰ কেতবোৰ লোকে নানা অতিৰঞ্জিত প্ৰচাৰ কৰি বতাহ গৰম কৰি আছে। সৈন্যবাহিনীৰ প্ৰতি এই মুহূৰ্তত অসমত মনোভাৱ বিশেষ অনুকূল বুলিব নোৱাৰি। সেইবাবেই যথাশীঘ্ৰে সেনাবাহিনীৰ তালাচী আদিৰ অৱসান ঘটাব লাগে। উক্ত দুখন আইনো আগতে উল্লেখ কৰা ধৰণে সোনকালে উঠাই ল লেই ভাল হয়।

দুজনমান নিৰপৰাধ লোক গুলীয়াগুলিত নিহত হোৱা বুলি সেনাবাহিনীয়েও স্বীকাৰ কৰিছে। এইটোৱেই হৈছে সেনাবাহিনীৰ অভিযানৰ সবাতোকৈ মৰ্মান্তিক ঘটনা। সেনাবাহিনীয়ে বিদেশত বিদেশী শত্ৰুৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰা নাই। স্বদেশত নিৰপৰাধ স্বদেশীয় লোকক অজ্ঞাতসাৰে বা অনভিপ্ৰেতভাৱে বধ কৰাটো কোনো মতেই সহজভাৱে ল'ব নোৱাৰি। এই লোকসকল তেওঁলোকৰ অকাল মৃত্যুৰ বাবে সমূলি জগৰীয়া নহয়। তেওঁলোকে নাজানিছিল যে অতৰ্কিতে তেওঁলোকৰ অঞ্চলত যুদ্ধ ঘোষণা হ'ব পাৰে। চৰকাৰে অবিলম্বে তেওঁলোকৰ মৃত্যুত দুখ প্ৰকাশ কৰি পৰিয়ালক যথোচিত ক্ষতিপূৰণ দিয়া উচিত হ'ব।

## অমানুষিক অত্যাচাৰ

উগ্ৰপন্থীৰ শিবিৰবোৰ ভাঙি দিবলৈ সেনাবাহিনীয়ে অভিযান চলোৱাও কাৰো কাৰো মতে অন্যায়। বিচ্ছিন্নতাবাদীৰ বিৰুদ্ধে ভাৰতৰ ঐক্য সংহতিত বিশ্বাস কৰা চৰকাৰৰ এটাই আন কি ব্যৱস্থা ল'ব পাৰে আমি নাজানোঁ। গণতন্ত্ৰৰ অৰ্থ ইমান বহল হ'ব পাৰে নে? উগ্ৰপন্থীয়ে চকু-হাত বান্ধি হত্যা কৰা লোকসকলৰ মৃত্যু আমি ইমান সহজে গ্ৰহণ কৰিব পাৰোঁনে? কেইবাটাও মৃতদেহত অমানুষিক অত্যাচাৰবো চিন আছে। সেইসকলক গুপ্তচৰ বুলি, বলাৎকাৰত অভিযুক্ত লোক বুলি উৰাই দিবলৈ উগ্ৰপন্থী আৰু তেওঁলোকৰ বন্ধুসকলে চেষ্টা কৰিছে। কিন্তু আৰ্মকাৰ সদস্য সমাজকৰ্মী ভিম্বেশ্বৰ গগৈও গুপ্তচৰ বা বলাৎকাৰৰ আচামী আছিলনে? নাৰীৰ বিৰুদ্ধে অশালীন আচৰণ কৰাৰ প্ৰমাণ থকা অ গ পৰ নেতাৰ বিৰুদ্ধে উগ্ৰপন্থী দেশপ্ৰেমিকে সামান্য কিবা ব্যৱস্থাও লৈছিলনে? আৰু পইচাৰ বাবে কোনে স্কুলৰ শিক্ষকৰ ওপৰতো নিৰ্যাতন কৰিছিল? উগ্ৰপন্থীৰ অত্যাচাৰৰ ভয়ত উজনি অসমত সন্ধিয়া ছয় বজাতে সকলো মানুহ ঘৰ সোমোৱা মাত্ৰ সিদিনাৰ কথা। অৰ্থাৎ সেনাবাহিনীক দোষ দিবলৈ গৈ উগ্ৰপন্থীসকলৰ কলংক ধুই-মচি নিকা কৰাৰ চেষ্টা বিশেষ বিশ্বাসযোগ্য নহয়।

উগ্ৰপন্থীসকলৰ ঘাটি ভাঙি দিলেই তেওঁলোক শেষ হৈ নাযায়। সেনাবাহিনীয়ে পিঠি দিলেই তেওঁলোক পুনৰ আহি তেওঁলোকৰ হঠকাৰী কাৰ্যসূচী আৰম্ভ কৰিব। সেয়ে অসমত সেনাবাহিনী নিৰস্ত্ৰ হ'লেও, সামৰিক অভিযানৰ অন্ত পৰিলেও, সেনাবাহিনী অসমত কিছুদিন ছাউনি পাতি থাকিব বুলি ধৰি ল'ব পাৰি। যিসকল বিশেষ-বিশেষ লোকক ধৰাই নি কঠোৰভাৱে জেৰা কৰিছে, তেওঁলোকৰ একাংশৰ লগত যে উগ্ৰপন্থীৰ সম্পৰ্ক আছিল, সকলোৰে জনা কথা। সেনাবাহিনীয়ে তেওঁলোকৰ দায়িত্বহীনতাৰে পৰিণাম। কেৱল খেদৰ বিষয় এয়ে যে উলুৰ লগত বগৰীও পোৰা গৈছে। মিছা প্ৰচাৰৰ বলি হৈ বা মোহগ্ৰস্ত হৈও এচাম লোকে উগ্ৰপন্থীসকলৰ লগত সম্পৰ্ক ৰাখিছিল। সকলোৰে প্ৰতি সমান কঠোৰতা সেয়ে বাঞ্ছনীয় নহয়। ৰাজনৈতিক দূৰদৰ্শিতাৰে তাৰ ভিতৰতে এচামক ক্ষমাৰ চকুৰে চাবও লাগিব।

অসম চৰকাৰে পুনৰ কৈছে যে উগ্ৰপন্থীৰ লগত কোনো কথা পতা নহয়। অৰ্থাৎ তেওঁলোকৰ প্ৰতি কেৱল শত্ৰুতাই কৰা হ'ব। কিন্তু চৰকাৰে তেওঁলোকক এদল ডকাইত বুলি ভাবিলেই সমস্যাৰ ওৰ নপৰিব। সমাজৰ এচাম দৰিদ্ৰ আৰু এচাম মধ্যবিত্তই তেওঁলোকক সমৰ্থন কৰে, তেওঁলোকৰ প্ৰতি সহানুভূতি অনুভৱ-

কৰে। উগ্ৰপন্থীক কেৱল নিধন কৰি যোৱাৰ পথ ল'লে এই মানুহচামো শেষত ভাৰত বিৰোধী হৈ যাব পাৰে। সেয়ে আলোচনাৰ বাট সদায় খোলা ৰখা ভাল। যিমানেই হঠকাৰী, বিপথগামী নহওক, উগ্ৰপন্থীসকলে এটা ৰাজনৈতিক পথ অনুসৰণ কৰিছে। আলোচনাৰ জৰিয়তে তেওঁলোকৰ ভুলবোৰ আঙুলিয়াই দিবলৈ আৰু অসমৰ যথাযথ উন্নতিৰ বাবে তেওঁলোকে তোলা কিছুমান দাবী বিবেচনা কৰিবলৈ আলোচনাৰ দুৱাৰ খোলা ৰখা উচিত। কিন্তু উগ্ৰপন্থীৰ বিৰুদ্ধে ল'বলগীয়া কঠা ব্যৱস্থাত এতিয়াই বিৰতি দিয়াও ঠিক নহ'ব।

উগ্ৰপন্থী আৰু তেওঁলোকৰ প্ৰতি নিঃচৰ্ত সমৰ্থন দিয়া নৰমপন্থী, দুইবিধ অসমীয়াই এটা কথা ভাবি চাব বুলি আশা কৰিলোঁ। বৰ বেছি অসমৰ অসমীয়া মানুহখিনিহে উগ্ৰপন্থীৰ কাৰ্যসূচীত আকৃষ্ট হ'ব পাৰে। বাকী বিবিধ জনজাতীয়, চাহ বনুৱা, অভিবাসী মুছলমান, বঙালী আদি বৃহৎ সংখ্যক জনগোষ্ঠীৰ মাজত অসমীয়া উগ্ৰপন্থী-সকলৰ প্ৰতি আস্থা আৰু বিশ্বাস নাই। গোৰঁৱামি কৰি উগ্ৰপন্থী কাৰ্যসূচী চলাই থাকিলে ভাৰত চৰকাৰে divide-and-rule কৌশলেৰে এওঁলোককতো আঁতৰাই নিবই অসমখনকে টুকুৰা টুকুৰ কৰি পেলাব পাৰে। তেতিয়া অসমতো স্বাধীন নহয়েই, অসমৰ অস্তিত্বই নাথাকিব।

## কংগ্ৰেছৰ কাৰ্যকলাপ

আনহাতে এই মুহূৰ্তত ইন্দিৰা কংগ্ৰেছৰ কাৰ্যকলাপ সম্পৰ্কেও আমাৰ ক'বলগীয়া আছে। যোৱা কেইবছৰ অ গ প ৰ অত্যাচাৰত অন্যান্য বিৰোধী শক্তিবোৰৰ দৰে ইন্দিৰা কংগ্ৰেছো জঁই পৰি আছিল। এতিয়া তেওঁলোকে পোহৰলৈ ওলাই প্ৰচাৰ আদি চলোৱাত আমাৰ আপত্তি নাই। কিন্তু তেওঁলোকে নেপথ্যৰ পৰা বা প্ৰকাশ্য-ভাৱে প্ৰশাসনৰ বাঘজৰী হাতত তুলি ল'বলৈ বিচাৰিলে ৰাষ্ট্ৰপতিৰ শাসনৰ পৰীক্ষা ব্যৰ্থ হ'ব। সেনাবাহিনীৰ শক্তিৰ ওপৰত নিৰ্ভৰ কৰি অসমৰ ৰাইজক ইচ্ছাৰ বিৰুদ্ধে চলাবলৈ বিচাৰিলে হিতে বিপৰীত হ'ব। তেওঁলোকে ধৈৰ্য ধৰক, নম্ৰতা শিকক, আগৰ ভুল-ত্ৰুটিৰ সংশোধন কৰক। ক্ষমতাৰ থকত মতলীয়া হৈ ভাবুকি বা ভয়ৰ জৰিয়তে প্ৰলোভন আৰু চক্ৰান্তৰ জৰিয়তে সহজে ৰণ জিকিব খুজিলে এদিন নহয় এদিন চৰম দেশদ্ৰোহী বুলি তেওঁলোক পৰিচিত হ'ব। তদুপৰি কেন্দ্ৰীয় চৰকাৰৰ বিৰুদ্ধে অসমৰ মানুহৰ দীৰ্ঘস্থায়ী সন্দেহত ইন্ধন যোগাৰা হ'ব।

ৰাষ্ট্ৰপতিৰ শাসন যাতে ৰাজীৱ গান্ধী আৰু হিতেশ্বৰ শইকীয়াৰ শাসন নহয় তাৰ বাবে সৈন্যবাহিনীক যথাশীঘ্ৰে আইন-শৃংখলাৰ ক্ষেত্ৰৰ পৰা আঁতৰাই ৰাজ্যিক প্ৰশাসন

আৰু আৰক্ষী বিভাগৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব। দক্ষ, কৰ্তব্যনিষ্ঠ, নিৰপেক্ষ বিষয়াসকলক আৰক্ষী বিভাগ আৰু প্ৰশাসনৰ গুৰুত্বপূৰ্ণ দায়িত্বত আৰু সৰ্বস্তৰৰ নেতৃত্বত নিয়োগ কৰিব লাগিব। (উগ্ৰপন্থী সম্পৰ্কে মোহ থকা সকলক বা কোনো ৰাজনৈতিক দলৰ প্ৰতি বিশেষভাৱে অনুৰক্তসকলক এনে দায়িত্ব দিয়া উচিত নহ'ব।) তেহে ভাৰতৰ ঐক্য সংহতি আৰু গণতান্ত্ৰিক চৰিত্ৰ ৰক্ষাৰ বাবে ৰাষ্ট্ৰপতিৰ শাসন উপযুক্ত সাংবিধানিক উপায় বুলি প্ৰমাণিত হ'ব। সুস্থিৰতা ঘূৰি অহাটোও সুনিশ্চিত হ'ব।

আচলতে এই সংকট মুহূৰ্তত অসমীয়া মানুহৰ আত্মাৰ বাবে যুদ্ধ চলিছে। অসমীয়া মানুহ ত্ৰুটিপূৰ্ণ আৰু দুৰ্বল ভাৰতীয় গণতন্ত্ৰৰ সপক্ষে থাকিব নে ভাৰতৰ বাহিৰ ওলাই ফে'ছিবাদৰ লক্ষণ থকা এটা দলৰ নেতৃত্বত "স্বাধীন অসম" গঠন কৰিব? জনপ্ৰিয় প্ৰচাৰ মাধ্যম অধিকাংশই ৰাষ্ট্ৰপতিৰ শাসনৰ বিৰুদ্ধে আৰু উগ্ৰপন্থীৰ অনুকূল তুমুল প্ৰচাৰ চলাই আছে। চৰকাৰী প্ৰচাৰযন্ত্ৰ আমোলাতান্ত্ৰিক, যান্ত্ৰিক, কিছু পৰিমাণে নিৰ্বোধ। সেয়ে চৰকাৰ পক্ষইহে গৈ আচামীৰ গড়ালত থিয় হৈছে। কিন্তু মনত ৰখা ভাল যে দেশপ্ৰেমৰ অতিশয়োক্তিয়েই দেশপ্ৰেমৰ প্ৰমাণ নহয়। অতি ভক্তি চোৰৰহে লক্ষণ। যোৱা পাঁচটা বছৰে কথাটো প্ৰমাণ হোৱাৰ পিছত আকৌ মূৰ্খৰ দৰে সেই কথাৰে নতুন প্ৰমাণ আমি বিচাৰোঁ কিয়?

# আমি গণতন্ত্ৰৰ সপক্ষে কিয় ?

সম্প্ৰতি ভাৰতত গণতন্ত্ৰৰ যিবোৰ দুৰ্নীতি আৰু প্ৰৱঞ্চনা চলি আছে সেইবোৰে গণতন্ত্ৰক আক্ৰমণ কৰিবলৈ এচাম লোকক সুবিধা দিছে। বামপন্থীসকলে সদায় বুৰ্জোৱা গণতন্ত্ৰক সমালোচনা কৰি আহিছে। কিন্তু তেওঁলোকৰ আপত্তিৰ কাৰণ এয়ে যে, বুৰ্জোৱা গণতন্ত্ৰ যথেষ্ট নহয়, কাগজে-কলমে জনগণৰ অধিকাৰ মানিলেও কাৰ্যক্ষেত্ৰত জনগণক সি বঞ্চিত আৰু প্ৰৱঞ্চিতহে কৰে। কিন্তু বুৰ্জোৱা গণতন্ত্ৰক মুছোলিনি, হিটলাৰ আদি ফেʼছিবাদী নেতাই আৰু তেওঁলোকৰ মন্ত্ৰগুৰুবিলাকে সমালোচনা কৰে সম্পূৰ্ণ বেলেগ এটা দৃষ্টিকোণৰ পৰা। বুৰ্জোৱা গণতন্ত্ৰৰ মুখা উদঙাই দিয়াৰ নামত এইবোৰ মানুহে এটা ফেʼছিবাদী দলৰ ( তথা তাৰ নেতাৰ ) স্বৈৰতন্ত্ৰ প্ৰতিষ্ঠা কৰিবলৈ বিচাৰে, যি স্বৈৰতন্ত্ৰই প্ৰকৃততে এচাম ক্ষমতাশালী পুঁজিপতিৰ স্বাৰ্থহে পূৰণ কৰে। হিটলাৰৰ জাৰ্মানীত সৰ্বসাধাৰণ ৰাইজ ধনে-প্ৰাণে মৰিছিল, কিন্তু শক্তিশালী শিল্পপতিবিলাকৰ লাভৰ পৰিমাণ বহুগুণে বাঢ়ি গৈছিল। আজিৰ ভাৰত তথা অসমতো বুৰ্জোৱা গণতন্ত্ৰৰ সমালোচকসকলে কাৰ স্বাৰ্থ পূৰণ কৰিব খোজে, গভীৰভাবে বিচাৰ কৰি চাব লাগিব। কাৰণ ফেʼছিবাদে এবাৰ ক্ষমতাদখল কৰিলে অৱস্থাৰ পৰিৱৰ্তন ঘটাবলৈ জনসাধাৰণৰ হাতত আৰু শক্তি থাকিবলৈ দিয়া নহয়।

ফেʼছিবাদৰ অন্যতম প্ৰধান লক্ষণ হʼল এয়ে যে কোনো বিদেশী বা বিজাতীয় গোষ্ঠীৰ বিৰুদ্ধে সমগ্ৰ জাতিকে একত্ৰিত কৰি সি প্ৰবল উন্মাদনা আৰু উত্তেজনা সৃষ্টি কৰে। হিটলাৰে ইহুদিবিলাকৰ ওপৰত অত্যাচাৰ চলাইছিল ক্ষমতা দখলৰ আগৰে পৰা। জাতীয় উন্মত্ততাৰ শীৰ্ষবিন্দুত ষাঠি লাখ ইহুদিক চূড়ান্ত নিষ্ঠুৰতাৰে বিষবাষ্প প্ৰয়োগ কৰি হত্যা কৰা হৈছিল। অথচ জাৰ্মান সংস্কৃতিলৈ ইহুদিসকলৰ বৰঙণি সামান্য নাছিল। পঞ্জাবত সন্ত্ৰাসবাদীবিলাকে লক্ষ্য হিচাপে লৈছে বহু পুৰুষ ধৰি তাত বাস কৰি অহা পঞ্জাবী হিন্দুবিলাকক। অসমতো গণতন্ত্ৰৰ শত্ৰুবিলাকে অনা-অসমীয়া গোষ্ঠী কিছুমানক সদায় অসমীয়া জাতিৰ প্ৰধান শত্ৰু হিচাপে দাঙি ধৰিবলৈ বিচাৰে আৰু তেনেকৈ নৃশংস উত্তেজনা সৃষ্টি কৰে।

অসম তথা ভাৰতত কেতবোৰ কাৰণত পৰিস্থিতি জটিল, আৰু অসতৰ্ক মানুহৰ বাবে বিভ্ৰান্তিকৰ। ঔপনিবেশিক যুগৰ অৱসানৰ পিছতো অসমৰ আৰু আন বিভিন্ন

অঞ্চলৰ জনসাধাৰণৰ প্ৰকৃত মুক্তি হোৱা বুলি ক'ব নোৱাৰি: আৰ্থিক স্বচ্ছলতা, সামাজিক ন্যায় আৰু স্বাধীনতাৰ ভিত্তিত তেওঁলোকৰ সৃষ্টিশক্তিৰ স্ফুৰণ ঘটা নাই। অৰ্থাৎ জাতীয় মুক্তি আৰু উন্নতিৰ পথ সম্পূৰ্ণ মুকলি হোৱা বুলি ক'ব নোৱাৰি। অসমত স্থানীয় লোকৰ তুলনাত বাহিৰৰ পুঁজিপতি মহলৰ আৰ্থিক উন্নতি বেছি হৈছে। ( এওঁলোকৰ বহুতেই আকৌ কেইবা দশক ধৰি, আনকি শতাব্দীৰো অধিক কাল অসমত বসবাস কৰি আছে। ) সেয়ে এওঁলোকৰ ওপৰতে আক্ৰমণ কেন্দ্ৰীভূত কৰি, সমগ্ৰ অসমীয়া জাতিৰ সকলো দুখ-দুৰ্দ্দশাৰ বাবে এওঁলোককে জগৰীয়া কৰি, তুৰন্তে প্ৰাণদণ্ড বিধান কৰাৰ দৰে সস্তীয়া কৌশল ল'বলৈ কিমানপৰ লাগিছে? কিন্তু তাৰ পৰা অৱশেষত দৰিদ্ৰ, নিষ্পেষিত অসমীয়া মানুহৰ লাভ যে নহয়, সি খাটাং।

## অমানবীয় পৰিবেশ

অসম আন্দোলনৰ বিৰুদ্ধে এসময়ত আমি থিয় দিয়াৰ কাৰণ আছিল এয়ে। যিবোৰ কাৰণত অসম আন্দোলন হৈছিল সেইবোৰ সমুলি মিছা বুলি আমি কেতিয়াও কোৱা নাছিলোঁ। কিন্তু সেই কাৰণবোৰৰ ভুল ব্যাখ্যা আগবঢ়াই কেৱল বাংলাদেশীৰ ষড়যন্ত্ৰকে অসমৰ থলুৱা বাইজৰ দুখ-দুৰ্দ্দশাৰ প্ৰধান কাৰণ বুলি প্ৰচাৰ কৰি এচাম নেতাই এক অমানবীয় পৰিবেশ সমগ্ৰ ৰাজ্যতে গঢ়ি তুলিছিল। এনে অমানবীয় পৰিবেশে অৱশেষত ৰাজ্যৰ শাসনভাৰ তুলি দিলে অনভিজ্ঞ, দায়িত্বহীন আৰু অকৰ্মণ্য এদল যুৱকৰ হাতত। এওঁলোকে এনে অৰাজকতা চলালে যে আন্দোলনৰ একাংশ নেতায়ো তেওঁলোকক তীব্ৰ গৰিহণা দিবলৈ বাধ্য হ'ল। আজিও অসম গণ পৰিষদৰ নেতাসকলক এই চাম লোকে গৰিহণা দি আছে। কিন্তু তেওঁলোকে কোৱা নাই যে অসম আন্দোলনত ফে'ছিবাদী ভাবধাৰা আৰু মানসিকতা প্ৰবল হোৱাৰ পৰিণাম স্বৰূপেই এই দুৰ্ঘটনা ঘটিবলৈ পালে।

এই কথা ঠিক যে আনুষ্ঠানিক গণতন্ত্ৰৰ বাহ্যিক আও-ভাও আৰু ঢং অসম গণ পৰিষদে বাহিৰত বজাই ৰাখিছিল। কিন্তু তলে-তলে নানা অমানবিক কাৰ্যত এওঁলোকে প্ৰশ্ৰয় দিছিল আৰু জনসাধাৰণ তথা চৰকাৰী তহবিলৰ ওপৰত উন্মাদৰ দৰে লুণ্ঠন চলাইছিল আৰু এইবাবেই সংযুক্ত মুক্তি বাহিনীৰ ( ULFA ) নানা নৃশংস কাৰ্যকলাপত কোনো বাধা দিয়া নাছিল। অসম গণ পৰিষদৰ বিৰোধিতা কৰিলে ULFA বা সংযুক্ত মুক্তি বাহিনীৰো বিৰোধিতা কৰিব লাগিব। জনসাধাৰণক সচেতন আৰু সক্ৰিয় নকৰাকৈ অকলে মুক্তি যুদ্ধৰ আয়োজন কৰা, নানা লোকৰ ওপৰত ব্যক্তিগতভাৱে শাস্তি বিধান কৰি সমাজ সংস্কাৰ কৰিবলৈ ওলোৱা, বিভিন্ন সময়ত

স্বৈৰতন্ত্ৰী জেদ প্ৰকাশ কৰা ULFA ৰ মানসিকতা অসম গণ পৰিষদৰে অন্যতম সংস্কৰণ।

কিন্তু সংযুক্ত মুক্তি বাহিনী বা আলফাৰ বিৰোধিতা কৰাৰ অৰ্থ কেন্দ্ৰীয় চৰকাৰৰ স্বৈৰাচাৰক সমৰ্থন কৰা নহয়। আমি ধৰি ল'ব পাৰো যে অসমৰ সাধাৰণ ৰাইজৰ স্বাৰ্থ কেন্দ্ৰীয় চৰকাৰেও ৰক্ষা নকৰে, আলফায়ো নকৰে। নিজৰ সমূহীয়া স্বাৰ্থ আৰু গণতান্ত্ৰিক অধিকাৰ সম্পৰ্কে আমি অসমৰ ৰাইজক সকীয়াই দিব খোজো। অসমৰ ৰাইজ শান্তিপ্ৰিয়, অত্যাচাৰ উৎপীড়নৰ বিৰোধী আৰু দেশপ্ৰেমিক, তেওঁলোকে বলপ্ৰয়োগেৰে আন দল বা গোষ্ঠীক দমন কৰাটো সমৰ্থন নকৰে। কেন্দ্ৰীয় চৰকাৰৰ বিৰুদ্ধে তেওঁলোকৰ অভিযোগ আছে। কিন্তু তেওঁলোকে ভাবে গণতান্ত্ৰিক আন্দোলনেৰে সেই চৰকাৰৰ স্থিতি সলনি কৰিব পৰা যায়। (সেনাবাহিনীৰ অত্যাচাৰৰ বিৰুদ্ধে অভিযোগ ন্যায়ালয়ে লোৱাটো গণতন্ত্ৰ কিছু কাৰ্যক্ষম হৈ থকাৰে প্ৰমাণ।) আজি যে কেন্দ্ৰীয় চৰকাৰে অসমৰ ৰাইজৰ ত্ৰাণকৰ্তা বুলি নিজৰ প্ৰচাৰ চলাইছে সেই প্ৰচাৰ হজম নকৰিলেও আমি ক'বলৈ বাধ্য যে অ গ প-আলফা মিলি অসমত তেনে পৰিৱেশ ৰচনা কৰিছিল।

আলফাৰ বিৰুদ্ধে দমন-নীতি প্ৰয়োগ কৰাটো আমি এক অপ্ৰিয় প্ৰয়োজন বুলি মানি লৈছো। কিন্তু এই অত্যাচাৰ দমনৰ নামত ৰাজ্যজুৰি সন্ত্ৰাস আৰু বিশৃংখলা সৃষ্টি কৰিলে তাৰ পৰিণাম হ ব ভয়াবহ। এই ক্ষেত্ৰত কেন্দ্ৰীয় চৰকাৰে সুবিবেচিত নীতি আৰু কাৰ্যপন্থা গ্ৰহণ কৰাই বাঞ্ছনীয়। শীঘ্ৰে সমাজলৈ শান্তি-শৃংখলা ঘূৰাই আনি নিৰ্বাচনৰ ব্যৱস্থা কৰাই বৰ্তমান অৱস্থাত বিধেয়। কেৱল মাৰ-পিট কৰি শান্তি ঘূৰাই আনিব পৰা নাযাব।

## আলফা জগৰীয়া

এই প্ৰসংগত ক'ব লাগিব যে আলফাহে জনসাধাৰণৰ এই অবৰ্ণনীয় দুৰ্দ্দশাৰ বাবে প্ৰধানকৈ জগৰীয়া। আমি ইয়াৰ আগতে বহুবাৰ সকীয়নি দিছিলো যে তেওঁলোকৰ দায়িত্বহীনতাৰ ফলত অৱশেষত জনসাধাৰণৰ ওপৰত সেনাবাহিনীৰ আৰু চি আৰ পিৰ তাণ্ডৱ নামি আহিব। কাৰণ কোনো ৰাষ্ট্ৰই এনেদৰে নিজৰ এলেকাত লুণ্ঠন, হত্যাকাণ্ড প্ৰভৃতি হ'বলৈ এৰি দিব নোৱাৰে। ভাৰতৰ কেন্দ্ৰীয় চৰকাৰ বৃহৎ পুঁজি বা বিদেশী পুঁজিৰ প্ৰতি অনুৰক্ত বুলি মানি ল'লেও সেই বাবেই অসমত থকা বাহিৰৰ পুঁজিপতিবিলাকক বা তেওঁলোকৰ অধীনস্থ কৰ্মচাৰীবিলাকক মৃত্যুদণ্ড দিয়াৰ যুক্তি কোনোপধ্যেই গ্ৰহণ কৰিব নোৱাৰি। বৰং তেনে হঠকাৰী কাৰ্যকলাপে যে জনসাধাৰণক

গুপ্তবত সেনাবাহিনীৰ তুমুল সন্ত্ৰাস নমাই আনিব পাৰে, সেই কথা মুবুজা আলফাৰ নেতৃত্বক কঠোৰ ভাষাত গৰিহণা দিব লাগিব। সেনাবাহিনীৰ অত্যাচাৰ যদি প্ৰমাণিত হয়, তাৰ সুবিধা কৰি দিছে আলফাৰ অদূৰদৰ্শী, দায়িত্বহীন নেতৃত্বই। জনসাধাৰণক এনেদৰে অত্যাচাৰৰ বলি হ'বলৈ দি নিজে পলাই ফাট মৰা বিপ্লৱী সংগঠনক আমি বিশ্বাস নকৰো।

কিন্তু এই নেতৃত্বই নিজেও বিপথগামী হৈছে, আন্ বহু যুৱককো বিপথে পৰিচালনা কৰিছে। এওঁলোকৰ প্ৰায় সকলোৱেই যুৱক। হয়তো দেশৰ কিবা মংগল হ'ব বুলিয়েই তেওঁলোকে এই বিপজ্জনক পন্থা হাতত লৈছে। আমি সেয়ে তেওঁলোকক গণতান্ত্ৰিক পথলৈ ঘূৰাই আনিবলৈ বিচাৰো। তদুপৰি সেনাবাহিনীয়ে মাৰ-ধৰ কৰি শান্তি-শৃংখলা ঘূৰাই আনিব পাৰিলেও গণতন্ত্ৰ পুনঃ প্ৰতিষ্ঠা কৰিব নোৱাৰে। আমি সেয়ে সদায় আলফাৰ লগত আলাপ-আলোচনাৰ পোষকতা কৰিছো। কোনো টুলুঙা সমালোচকে ভবাৰ দৰে আলফাৰ ভয়ত বা "জনমতৰ হেঁচাত" হঠাতে এই অৱস্থান লোৱা নাই। কিন্তু আলাপ-আলোচনাৰ অৰ্থ এনে নহয় যে আলফাক অবাধে উৎপীড়ন চলাই যোৱাৰ সুবিধা দিব লাগিব।

## এই অধিকাৰ ক'ত পালে?

আচৰিত কথা যে যোৱা ২১ তাৰিখে প্ৰকাশিত সদৌ অসম ছাত্ৰ সন্থাৰ বিবৃতিত "বুদ্ধিজীৱী" আৰু "বামপন্থী"ৰ বিৰুদ্ধে হুংকাৰ তোলা হৈছে। তেওঁলোকে কৈছে যে সেনাবাহিনীৰ অত্যাচাৰ নাই হোৱা বুলি কোৱা লোক মাত্ৰেই "সমাজচ্যুত" হ'ব। সেই অধিকাৰ তেওঁলোকে ক'ত পালে? অসম আন্দোলনৰ কুখ্যাত সামাজিক বৰ্জনৰ ফেʼছিবাদী কাৰ্যসূচী পুনৰ আৰম্ভ কৰিব খুজিছে নেকি? সেনাবাহিনীয়ে অত্যাচাৰ কৰিছে নে নাই সেইটো অনুসন্ধান কৰি উলিয়াব লাগিব। অনুসন্ধানৰ পিছত প্ৰমাণ পালে অৱশ্যেই তাৰ তীব্ৰ বিৰোধিতা কৰা হ'ব। কিন্তু তেনে সৰ্বজনগ্ৰাহ্য অনুসন্ধান হোৱাৰ আগতে সকলোৰে মতামত প্ৰকাশৰ অধিকাৰ আছে। কেৱল "ধৰ্ষণৰ ৰাজনীতি" চলোৱা সকলৰে মতপ্ৰকাশৰ একচেটিয়া অধিকাৰ নাই।

যোৱা পাঁচ বছৰে ছাত্ৰ সন্থাই গণতন্ত্ৰবাদীসকলৰ বহু অনুৰোধ-উপৰোধ সত্ত্বেও নীতিগতভাৱে অসম গণ পৰিষদৰ পথকে লোৱা দেখা গৈছে। কাৰো কাৰো মতে তেওঁলোকে ঘৃণিত দালালীৰ পথেই লৈছে। তেওঁলোকে বিশ্বাসযোগ্যভাৱে এই অভিযোগ খণ্ডন নকৰিলে পুনৰ অসমৰ বাইজৰ বন্ধু বুলি বাইজৰ আগত থিয় হ'ব নোৱাৰিব।

এটা কথা ঠিক। বৃহৎ পুঁজি বা আন যিবোৰ শক্তিয়ে অসমৰ বাইজৰ উন্নতিত বাধা দিয়া বা সহযোগিতা নকৰা বুলি ধাৰণা কৰা হৈছে, সেইবোৰৰ বিষয়ে যথাযথ অধ্যয়ন কৰি প্ৰয়োজন হ'লে সেইবোৰৰ বিৰুদ্ধে যথাযথ ব্যৱস্থাৰ বাবে আন্দোলন চলাব পাৰি। তাত অসমৰ সমূহ ৰাইজেই অংশ ল'লেহে কিবা এটা ফল আশা কৰিব পাৰি। কিন্তু অসমৰ সমূহ ৰাইজ পৰিস্থিতিৰ বাবে প্ৰস্তুত নহওঁতেই এচাম হঠকাৰীয়ে "বিপ্লৱী" কাৰ্যসূচীৰে বৃহৎ আৰু মজলীয়া পুঁজিৰ কাম-কাজ বন্ধ কৰি দিলে অসমৰ সৰ্বসাধাৰণ ৰাইজহে নিগমে মৰিব। চাহবাগানবোৰক বহু পৰিমাণৰ ধন দাবী কৰিলে মালিকপক্ষই বন্ধ কৰি দিবলৈ বাধ্য হ'ব। তেতিয়া চাহবনুৱাসকলেই লঘোণ দিব লাগিব। মাৰোৱাৰী ব্যৱসায়ীসকলৰ পৰা তেনেকৈ ধন দাবী কৰি চাউল-দাইলৰ পাইকাৰি ব্যৱসায় বন্ধ কৰি দিলেও তেনে সমস্যাই হ'ব।

সেয়ে বৃহৎ পুঁজি আৰু বৃহৎ ব্যৱসায়ীয়ে চলোৱা অন্যায়ৰ বিৰুদ্ধে তৎক্ষণাৎ কিবা যাদুকৰী ব্যৱস্থা লোৱাৰ বা তেনে ব্যৱস্থা সফল হোৱাৰ আশা নাই। আলফা আৰু তেওঁলোকৰ সমৰ্থকসকলৰ এনে আকাংক্ষা শিশুসুলভ। তাৰ অৰ্থ এয়ে নহয় যে এনেবোৰ শক্তিৰ বিৰুদ্ধে কোনো হেঁচা প্ৰয়োগ কৰা অনুচিত। সেই হেঁচা গণ আন্দোলনৰ জৰিয়তে দিয়াই ভাল। ব্যৱস্থাবোৰো আলাপ-আলোচনাৰ মাজেদিহে লোৱা উচিত। অৰ্থাৎ গণতান্ত্ৰিক ব্যৱস্থা।

এই পৰিস্থিতিয়ে আমাক শিক্ষা দিয়ে যে নিজৰ স্বাৰ্থতে জনসাধাৰণে ৰাজনীতিত আগতকৈ সক্ৰিয় অংশ ল'ব লাগিব। কেৱল ৰাজনীতিক বৃত্তি হিচাপে লোৱা লোকৰ ওপৰতে সকলো ভাৰ দিব নোৱাৰে।

# আলফা, আলোচনা আৰু অসম

অসমত সেনাবাহিনীৰ অভিযান আৰম্ভ হোৱা দিনৰে পৰা ৰাজ্যখনৰ প্ৰায় প্ৰতিটো ৰাজনৈতিক দল, অৰাজনৈতিক সংগঠন, প্ৰায় প্ৰতিজন বিশিষ্ট লেখক, শিল্পী আৰু সাংবাদিক আৰু বাতৰি কাকতৰ জৰিয়তে মত প্ৰকাশ কৰা অসংখ্য সাধাৰণ নাগৰিকে আশা প্ৰকাশ কৰিছে যে আলফা আৰু কেন্দ্ৰীয় চৰকাৰে শীঘ্ৰে বিবাদ-মীমাংসাৰ বাবে আলোচনাত বহিবলৈ ৰাজী হ'ব। কোৱা বাহুল্য এই আশা অসমৰ সমগ্ৰ জনসাধাৰণৰ মনৰ প্ৰবল হেঁপাহ।

আলোচনাৰ সপক্ষে এনেদৰে মাত দিয়া সকলো লোকেই যে আলফাৰ সমৰ্থক, তেনে নহয়। এওঁলোকৰ বহুতে ভাবে যে হত্যাকাণ্ডৰ পৰিকল্পনা আৰু ৰূপায়ণত আলফাৰ এচাম কৰ্মী যিমানেই বিচক্ষণ নহওক, ৰাজনীতিত তেওঁলোকৰ উতনুৱা হঠকাৰিতাই সমগ্ৰ অসম আৰু অসমীয়া জাতিৰ বাবে বিপদ মাতি আনিছে। অসমত স্থায়ী অশান্তি আৰু অৰাজকতা, আলফা আৰু সেনাবাহিনী উভয়েৰে ক্ৰমবৰ্দ্ধমান বৰ্বৰতা আৰু নিৰাপত্তাহীন, অনিশ্চিত, উদ্দেশ্যহীন জীৱনৰ বিভীষিকাই সমগ্ৰ অসমকে চিৰকাললৈ গ্ৰাস কৰিব পাৰে বুলি উৎকণ্ঠা অনুভৱ কৰিয়েই তেওঁলোকে এনে আলোচনাৰ পোষকতা কৰিছে।

হঠকাৰী আৰু অবিবেকী মানুহ সদায় আলোচনাৰ প্ৰতি বিতুষ্ট আৰু বিৰূপ। কাৰণ সমালোচনাই আমাৰ কাৰ্যকলাপৰ পৰিণাম সম্পৰ্কে আমাক সজাগ কৰে, আমাৰ সিদ্ধান্ত, বিশ্বাস আৰু কাৰ্যৰ প্ৰতি আমাৰ নিজৰ দায়িত্ব সোঁৱৰাই দিয়ে। আনহাতে, ৰাজনী উচতাই জোল খোৱা, "চৌ-গণনা কৰা" (সাধুলৈ মনত পেলাওক।) সকলে অপঘাতমূলক কাৰ্যকো শলাগি নিজৰহে অভীষ্ট সিদ্ধি কৰিবলৈ বিচাৰে। অসম আন্দোলনৰ কথা মনত পেলাওক। তেতিয়াৰ নেতাসকলে ৰাজহুৱা সভা-সমিতিত ফটোৱা জাৰি কৰিছিল: অমুক কাকত নপঢ়িব, অমুকৰ কথা নুশুনিব, অমুকক সামাজিকভাৱে বৰ্জন কৰক। (আজিও ঠিক তেনে ধৰণেই সকীয়নি দিয়া হৈছে—অথচ অসম আন্দোলনক সেই মহলটোৱেই পথভ্ৰষ্ট বুলি স্বীকাৰ কৰে।) কিন্তু তেনেবোৰ কাকতত লিখাৰ দৰেই, তেনেবোৰ মানুহে কোৱাৰ দৰেই আন্দোলনৰ ফলত: (ক) অসমৰ বিভিন্ন জাতি-গোষ্ঠীৰ মাজত অবিশ্বাস আৰু সংশয় বাঢ়িল। (খ) অসমৰ বহুসংখ্যক যুৱক উশৃংখল আৰু সমাজবিৰোধী হৈ

পৰিল। (গ) এচাম সুবিধাবাদী নেতাই অসমৰ জনসাধাৰণক প্ৰতাৰণা কৰি প্ৰচণ্ড লুণ্ঠন চলালে। (ঘ) জাতি গঠনৰ প্ৰায় সকলো কাৰ্যসূচীয়েই বিধ্বস্ত হৈ গ'ল। অৰ্থাৎ এনে সমালোচনাৰ প্ৰতি যথা সময়ত মনোযোগ দিয়াৰ প্ৰয়োজন আছিল। কিন্তু সুবিধাবাদী নেতাৰ প্ৰৰোচনাতে সেই সমালোচনাক এঘৰীয়া কৰা হৈছিল।

আজিও তেনে অপচেষ্টা চলি আছে। সেয়ে সন্দেহৰ, ঘোৰ সন্দেহৰ থল আছে। মন কৰিবলগীয়া কথা এয়ে যে নিজকে বিপ্লৱী বুলি তাডস্বৰে চিঞৰি সকলোকে নিমাত কৰা প্ৰচাৰকসকলে প্ৰথমতে বিপ্লৱ কৰিলে তথ্য আৰু উক্তিৰ ক্ষেত্ৰত। এই বিপ্লৱী উৎসাহে ৰাইজক বিচুৰ্তি খুৱায়, কিন্তু ৰাইজৰ মনত বিশ্বাস জন্মাব নোৱাৰে। উদাহৰণ স্বৰূপে এই প্ৰচাৰবিদসকলে কৈছে যে আলফাৰ সমালোচকসকলে নাৰী ধৰ্ষণকাৰীক আলফাই মৃত্যুদণ্ড দিলে প্ৰতিবাদ কৰে, কিন্তু একোজন নিৰপৰাধ লোকক সেনাবাহিনীয়ে হত্যা কৰিলে মুখেৰে নেমাতে। কোৱা বাহুল্য যে ই গোকাট মিছা। অসম গণতান্ত্ৰিক নাগৰিক সন্থাৰ সিদ্ধান্ত মতে কেৱল উৰাবাতৰিত বিশ্বাস নকৰি বাৰ্তাৰিৰ সত্যাসত্য নিৰ্ণয় কৰিবলৈ সন্থাৰ এটা অনুসন্ধানকাৰী দলক লক্ষীপথাৰ চৰাইপুঙলৈ পঠিওৱা হৈছিল। সেই দল উভতি আহি ৰাজহুৱা প্ৰতিবেদনত গম্ভীৰ গগৈৰ আৰু লাল ওৰাঙৰ মৃত্যুৰ বাবে সেনাবাহিনীক জগৰীয়া কৰিছিল। প্ৰতিবেদনখন অসমৰ বেছিভাগ কাকততে ওলাইছিল। অথচ আবেগৰ সোঁতত ৰাইজক উটুৱাই নিবলৈ বিচৰাসকলে সেই কথাৰ লাচতে বুৰাই দিলে।

## ঘোৰ বিৰোধিতা

চৰকাৰী প্ৰতিষ্ঠাৰ লোভত সমালোচকসকলে সেনাবাহিনীক আদৰণি জনোৱা বুলি বিপ্লৱী উকিলসকলে ওকালতি কৰিছে। কিন্তু এই ওকালতিত সাক্ষ্য প্ৰমাণৰ প্ৰতি বিন্দুমাত্ৰও শ্ৰদ্ধা নাই। যেনেকৈ আলফাই মৃত্যুদণ্ড দিয়া মানুহজন কোনো সাক্ষ্য প্ৰমাণ নোহোৱাকৈ দোষী বুলি ধৰি ল'ব লাগিব, তেনেকৈ আলফাই কাৰো বিৰুদ্ধে বিপ্লৱী দুৰ্ণাম ৰটিলেও তাক অকাট্য সত্য বুলি ধৰি ল'ব লাগিব। অথচ এই লেখকক ধৰি কোনো কোনো সমালোচকে প্ৰথমৰে পৰা স্পষ্ট ভাষাত আলফা দমনৰ নামত জনসাধাৰণৰ ওপৰত সেনাবাহিনী নমাই দিয়া কথাটোৰ ঘোৰ বিৰোধিতা কৰিছে। আমি নিজেও "আজিৰ অসম"ত প্ৰশ্ন তুলিছিলোঁ। এনে ধৰণৰ কামৰ বাবে সেনাবাহিনীৰ প্ৰশিক্ষণ বা অৰ্হতা আছে নে নাই, ইঙ্গিত দিছিলোঁ। যে সেই কাম প্ৰকৃততে আৰক্ষী বাহিনীৰহে। মণিপুৰত সেনাবাহিনীৰ আতিশয্যৰ কথাও আমি উনুকিয়াইছিলোঁ। অলপতে অসম গণতান্ত্ৰিক নাগৰিক সংস্থায়ো স্পষ্ট ভাষাত

সেনাবাহিনীৰ অমানুষিকতাক গৰিহণা দিছে আৰু সেনাবাহিনীক এনে ক্ষমতা, দিয়া ক'লা আইন তুখন প্ৰত্যাহাৰ কৰাৰ দাবী তুলিছে।

সত্যৰ প্ৰতি সামন্য দায়িত্ববোধ নথকা বিপ্লৱীসকলে তেওঁলোকৰ বাগাডম্বৰেৰে এটা কথা আমাক পাহৰাই দিবলৈ বিচাৰিছে। সেইটো হ'ল তেওঁলোকৰ হঠকাৰী উশৃঙ্খলতাৰ ফলতেই ভাৰতীয় সেনাবাহিনীয়ে অসমৰ গাঁৱে-ভূঞে সন্ত্ৰাস সৃষ্টি কৰাৰ সুযোগ পাইছে। সেনাবাহিনীয়ে হঠাতে অসমীয়া মানুহক শত্ৰুজ্ঞান কৰি তেওঁলোকৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰা নাই। আল্ফাই জধে-মধে চোৰৰ ওপৰত ডকাইতি কৰাৰ মহান উদ্দেশ্যৰে লাখ লাখ টকাৰ চান্দা আদায় কৰিবলৈ লাগি যোবাত আৰু সানমিহলি ধৰণৰ কেতবোৰ মানুহক বিধাতাৰ দৰে মৃত্যুদণ্ড দিবলৈ ধৰাত সেইটো ভাৰতীয় ৰাষ্ট্ৰৰ প্ৰতি প্ৰত্যাহ্বান হৈ পৰিল। ৰাজ্য চৰকাৰ যে আলফাক শাসন কৰিবলৈ অনিচ্ছুক বা অপাৰগ আছিল, তাকো প্ৰমাণ কৰা টান নহয়। ফলত আলফাৰ বিৰুদ্ধে ৰাষ্ট্ৰৰ অভিযান অৱধাৰিত আছিল—কোনো এক পৰ্যায়ত সেনাবাহিনীৰ অংশ গ্ৰহণো অপ্ৰত্যাশিত নহ'লহেঁতেন। সেনাবাহিনীৰ বৰ্বৰতাক আমি সমৰ্থন কৰোঁ বা নকৰোঁ, সেনাবাহিনীৰ এনে কাৰ্যকলাপৰ দায়িত্ব আলফা আৰু অ গ প চৰকাৰেও এৰাই যাব নোৱাৰে। ভাৰতীয় ৰাষ্ট্ৰৰ প্ৰতি প্ৰত্যাহ্বানে যে সেনাবাহিনীক মঞ্চলৈ নমাই আনিব আলফাই জানিছিল। আনকি ভাৰতীয় তৈল নিগমৰ জেনেৰেল মেনেজাৰ হৰকিষণ লাল দাসৰ অপহৰণ লৈ হোৱা নাটকৰ পিছত আল্ফাৰ প্ৰচাৰ সচিব সিদ্ধাৰ্থ ফুকনে বাতৰি কাকতৰ পিঠিত ঘোষণা কৰিছিল যে "এইবাৰ আমি ভাৰতীয় সেনাবাহিনীক আক্ৰমণ কৰিম।" এইবোৰ কথাই কি সূচায়? আলফাই জানি শুনি অসমত এক সন্ত্ৰাসৰ পৰিৱেশ সৃষ্টি কৰিছিল, কাৰণ তেওঁলোকে জানিছিল যে উত্তৰত ভাৰতীয় ৰাষ্ট্ৰই অসমৰ জনসাধাৰণৰ ওপৰত অত্যাচাৰ কৰিব আৰু ফলত অসমৰ জনসাধাৰণৰ মন ভাৰতৰ বিৰুদ্ধে বিদ্ৰোহী হৈ উঠিব। অৰ্থাৎ তেওঁলোকৰ পাশাখেলৰ গুটি হিচাপেই তেওঁলোকে অসমৰ জনসাধাৰণক ব্যৱহাৰ কৰিছে। সেনাবাহিনীৰ অমানুষিক আচৰণক গৰিহণা দিয়া বস্তুনিষ্ঠ পৰ্যবেক্ষকে এই অপ্ৰিয় সত্যকো চাকোন দিয়ে।

বাতৰি কাকতত প্ৰকাশ পোৱা মতে আলফাই "অসমৰ তেজ তিলতিলকৈ শুহি বিলাসিতাৰ সাম্ৰাজ্য গঢ়াসকলৰ পৰা তেওঁলোকৰ দুৰ্নীতিলব্ধ ধন ওভতাই দাবী" কৰিছে! ডকাইতিৰ ওপৰত এনে সুবিধাবাদী ভাষ্য দুৰ্লভ। অসমৰ চাহ-বাগান-বোৰৰ "দুৰ্নীতিলব্ধ" ধন আল্ফাই ওভতাই বিচাৰিছিল কাৰ স্বাৰ্থত? তেওঁলোকে সেই ধন অসমীয়া ৰাইজৰ উপকাৰত অহাকৈ খৰচ কৰিছেনে বা অসমৰ উন্নয়নত

নিয়োগ কৰিছেনে? শুনা যায় যে এনেকৈ তেওঁলোকে চাৰিশৰ পৰা পাঁচশ কোটি টকালৈ ধন সংগ্ৰহ কৰিছে। তাৰে তেওঁলোকে অসমীয়া বাইজৰ আৰ্থিক উন্নয়নৰ বাবে ক'ত কিমান ধন খৰচ কৰিছে, তাৰ হিচাপ দিবনে? দিল্লীয়ে কৰা বঞ্চনাৰ পৰা আলফায়ো যথাযোগ্য শিক্ষা লৈছে নেকি?

পৃথিৱীৰ যিকেনো দেশতে বিদেশী পুঁজিৰ পুঁজিবাদী পদ্ধতিৰ শোষণ এটা গুৰুতৰ সমস্যা। কিন্তু কথাটো সৰলীকৰণ কৰি ভাবিও লাভ নাই। পুঁজিবাদী পদ্ধতিৰ পুঁজি আৰু প্ৰযুক্তিবিদ্যাৰ প্ৰয়োজন পৃথিৱীত শেষ হৈ যোৱা নাই। জাতীয় মুক্তিযুদ্ধত জয় লাভ কৰি উঠি চীন-ভিয়েটনাম উভয় দেশেই সকাতৰে বিদেশী পুঁজি তথা প্ৰযুক্তিবিদ্যাৰ বাবেই আবেদন কৰিবলগীয়া হৈছে। ৰুছিয়াতো গৃহযুদ্ধৰ পিছত লেনিনে সেই চেষ্টাই কৰিছিল। অৰ্থাৎ বিদেশী পুঁজিৰ শোষণ ঘপৰাই বন্ধ কৰিবলৈ বিচৰাটো মূৰ্খামি মাত্ৰ, তাক জনগণৰ শাসনত ৰখাটোহে আৰু জনগণৰ স্বাৰ্থত তাক কিছু পৰিমাণে ব্যৱহাৰ কৰাটোহে এই পৰ্যায়ত প্ৰাথমিক লক্ষ্য হোৱা উচিত। সেই হিচাপে অসমত দেশী-বিদেশী পুঁজিয়ে চাহ শিল্পত যি আধিপত্য বিস্তাৰ কৰিছে, তৎক্ষণাৎ তাৰ উচ্ছেদ নিবিচাৰি তাৰ পৰা জনগণৰ কল্যাণৰ বাবে ধন বিনিয়োগৰ প্ৰতিশ্ৰুতি আদায় কৰাহে প্ৰয়োজনীয় আছিল। (আলফাৰ জন্মৰ আগৰে পৰা আমি এনে দাবী তুলি আছোঁ। তেনেকৈ খনিজ তেলৰ ক্ষেত্ৰতো ই নিশ্চিত যে বাহিৰৰ মূলধন আৰু প্ৰযুক্তিবিদ্যা অবিহনে অসমে অকলে তেল উৎপাদন আৰু পৰিশোধন কাৰ্য চলাব নোৱাৰিব।

## বিদেশী পুঁজি

কিছুমান সাংবাদিকে নক্সালপন্থী আজিজুল হকৰ মত উদ্ধৃত কৰি কৈছে যে বিদেশী পুঁজিয়ে যিমানদিন সৈমান হৈ আলফাক টকা দি আছিল, সিমান দিনে ভাৰতৰ কেন্দ্ৰীয় চৰকাৰ আলফাৰ উপদ্ৰৱ সম্পৰ্কে নিৰ্বিকাৰ আছিল। বিদেশী পুঁজিৰ পক্ষে যি মুহূৰ্তত কথাটো অসহনীয় হৈ পৰিল, সেই মুহূৰ্ততে ভাৰত চৰকাৰো আলফাৰ বিৰুদ্ধে ব্যৱস্থা ল'বলৈ ব্যগ্ৰ হৈ পৰিল। সঁচা কথা। কিন্তু এই গল্পটোৰ আঁৰত আন এটা গল্প আছে যিটো বাইজৰ চকুত পৰা নাই। আলফাই যিমান দিনে বিদেশী কোম্পানীৰ পৰা টকা পাই আছিল সিমান দিনে বহুজাতিক নিগম আৰু বিদেশী পুঁজিৰ বিৰুদ্ধে বিশেষ তৰ্জন-গৰ্জন কৰা নাছিল। কিন্তু যি মুহূৰ্ততে বিদেশী কোম্পানীয়ে দানবৰঙণি দিবলৈ অস্বীকাৰ কৰি কেন্দ্ৰীয় চৰকাৰৰ শৰণ ল'লে, সেই

মুহূৰ্তৰ পৰাহে আলফাই বিদেশী পুঁজিৰ শোষণৰ বিষয়ে হিয়া ঢাকুৰি কান্দিবলৈ ধৰিলে। আলফাক চান্দা দিলেই শোষণৰ পাপ খলন হয়।

সেনাবাহিনীৰ কুকাৰ্যসমূহৰ বিস্তাৰিত বিৱৰণ প্ৰকাশ পাইছে। কোনো কোনো ক্ষেত্ৰত পৰিকল্পিত অতিৰঞ্জনো হৈছে। কিন্তু আমি সেনাবাহিনীক স্বদেশৰ জনগণৰ সেৱকৰ ভূমিকাত বিচাৰোঁ, দমনকৰ্তাৰ ভূমিকাত নহয়। কিন্তু সেনাবাহিনীৰ অভিযানৰ বিষয়ে উদ্দেশ্যপ্ৰণোদিত বিকৃত প্ৰচাৰো সাৱধানে বিবেচনা কৰা উচিত। কিছুমান মহলে এনে প্ৰচাৰ চলাইছে যেন সেনাবাহিনী আলফাৰ বিৰুদ্ধে সম্পূৰ্ণ বিফল হৈছে, যেন পৰাজয়ৰ গ্লানিয়ে মুখ মলিন কৰাত সেনাবাহিনীয়ে জনসাধাৰণৰ ওপৰত হিংস্ৰ অত্যাচাৰ কৰিছে। আলফাৰ যদি যুদ্ধক্ষেত্ৰত কিবা সফলতা থাকে, লুকাবলৈ আমাৰ কোনো আগ্ৰহ নাই। কিন্তু শিশুসুলভ ৰোমাণ্টিক কল্পনাশ্ৰয়ী বীৰত্বৰ কাহিনী বজনজনাই প্ৰচাৰ নকৰাই ভাল।

কোনো যুদ্ধাভিযানৰ নিৰ্দিষ্ট লক্ষ্য থাকে। সেই লক্ষ্য সম্পৰ্কে বিবেচনা নকৰাকৈ যুদ্ধাভিযানৰ সফলতা বা বিফলতাৰ মূল্যায়ন কৰিব নোৱাৰি। অপাৰেশ্বন বজৰঙৰ উদ্দেশ্য আছিল আলফাৰ কবলৰ পৰা অসমৰ ভূখণ্ডক মুক্ত কৰা আৰু তাত ভাৰতীয় ৰাষ্ট্ৰৰ ক্ষমতা পুনঃ প্ৰতিষ্ঠা কৰা। আলফাৰ নেতাসকলক ধৰিব পৰা হ'লে নিঃসন্দেহে উদ্দেশ্যটো সম্পূৰ্ণ সফল হ'লহেঁতেন। সেই ক্ষেত্ৰত সেনাবাহিনী নিৰাশ হ'ল। কিন্তু সেনাবাহিনীৰ অভিযান সম্পূৰ্ণ বিফল হৈছে বুলি ভবাটোও মূৰ্খৰ স্বৰ্গাভিলাষ মাত্ৰ।

প্ৰথমতে আলফাৰ কেইবাটাও প্ৰশিক্ষণ শিবিৰ আৰু প্ৰধান সামৰিক কাৰ্যালয় ধ্বংস কৰি আলফাৰ সামৰিক কাৰ্যকলাপ সুকলমে চলাই যোৱাত সেনাবাহিনীয়ে গুৰুতৰ বিঘিনি সৃষ্টি কৰিছে। মন কৰিবলগীয়া যে এই ক্ষেত্ৰত 'মাইন' আৰু 'বুবি ট্ৰেপ'বোৰে সেনাবাহিনীৰ অগ্ৰগতি কিছু লেহেম কৰিলে, কিন্তু স্তব্ধ কৰিব পৰা নাই। গ্ৰামাঞ্চলৰ আলফাৰ সাংগঠনিক কাৰ্যকলাপ অসম গণ পৰিষদৰ অনুগ্ৰহত যিমান ক্ষিপ্ৰ ভাৱে আৰু সুকলমে হ'ব পাৰিছিল, এতিয়া নোৱাৰে। ৰাজ্যিক প্ৰশাসন এতিয়া আলফাৰ নিয়ন্ত্ৰণৰ পৰা মুক্ত। ব্যৱসায়ীসকল কিছু পৰিমাণে ভয়মুক্ত। যাকে-তাকে য'তে-ত'তে 'মৃত্যুদণ্ড' বিধান কৰাও এতিয়া সহজ নহ'ব। গ্ৰামাঞ্চলত থকা বৃহৎ অস্ত্ৰভাণ্ডাৰ উদ্ঘাটিত হৈছে। সকলো ঠাইতে নহ'লেও বহু ঠাইত আলফাৰ যোগাযোগৰ সূত্ৰবোৰ ধৰা পৰিছে, ভাঙি গৈছে। তুলনামূলকভাৱে এতিয়া কেন্দ্ৰীয় ৰাষ্ট্ৰৰ তুলনাত আলফাৰ শক্তি আৰু প্ৰভাৱ টুটি আহিছে। সেইবোৰ অপাৰেশ্বন বজৰঙৰে পৰিণাম।

## কঠোৰ আৰু নিৰ্মম

কিন্তু দেশত শান্তি-শৃঙ্খলা ৰক্ষাৰ প্ৰাথমিক দায়িত্ব কেতিয়াও সেনাবাহিনীৰ হাতত ন্যস্ত কৰা উচিত নহয়। স্বাধীন নাগৰিকক সন্মান কৰি আইন-শৃঙ্খলা ৰক্ষা কৰাৰ প্ৰশিক্ষণ সেনাবাহিনীৰ নাই। তাতে আকৌ আলফা সম্প্ৰতি নিষিদ্ধ ঘোষিত হৈছে। যি সময়ত আলফা নিষিদ্ধ নাছিল, সেই সময়ত কৰা কামৰ বাবে কোনো নগৰিকক বৰ্তমানে সেনাবাহিনীয়ে নিৰ্যাতন কৰাটো অন্যায় আৰু অমানৱিক। আমি সেয়ে শীঘ্ৰে এক পুনৰ্গঠিত আৰক্ষী বিভাগৰ হাততে আলফাৰ বিৰুদ্ধে ব্যৱস্থা লোৱাৰ দায়িত্ব দিয়াটো বিচাৰোঁ। কোৱা বাহুল্য যে এই ব্যৱস্থাও কঠোৰ আৰু নিৰ্মম হ'বলৈ বাধ্য।

মুখত ভাৰতীয় ঔপনিবেশিক দমনৰ বিৰুদ্ধে তৰ্জন-গৰ্জন কৰাসকলে কাৰ্যক্ষেত্ৰত "ঔপনিবেশিক গণতন্ত্ৰ"ৰ পুৰা সুবিধাই লয়। তেওঁলোকে সেনাবাহিনীৰ অত্যাচাৰৰ বিৰুদ্ধে আদালতত গোচৰ তৰে। (আদালতবোৰ ভাৰতীয় গণতন্ত্ৰৰ বাহিৰত আলাসতে থকা কিবা বস্তু নেকি?) তেওঁলোকে বাতৰি কাকতৰ স্বাধীনতাৰ ছত্ৰছায়াত নিষিদ্ধ আলফা সংগঠনৰ বক্তব্যও নিৰ্ভয়ে ছপাব পাৰে। এই স্ববিৰোধ সুবিধাবাদৰ লক্ষণ হয় নে নহয়?

এজনে আলফাৰ হকে ওকালতি কৰি লিখিছে (এওঁৰ লগত আলফাৰ ঘনিষ্ঠ যোগাযোগ আছে) যে আলফাই অসমত গণ আন্দোলন আনিব নোৱাৰে কাৰণ আলফা এটা গণ সংগঠন নহয়, এটা বিপ্লৱী সামৰিক বাহিনী মাত্ৰ। অতএৱ তেওঁ অসমত এটা গণজাগৰণ আনিবৰ বাবে আনৰ প্ৰতি আহ্বান জনাইছে। অৱশেষত মেকুৰী জোলোঙাৰ পৰা ওলাল। তেওঁৰ বক্তব্যই প্ৰমাণ কৰিলে যে : (ক) আলফা এটা সম্পূৰ্ণ সামৰিক বাহিনী আৰু তাৰ কোনো গণ সংগঠন নাই। অৰ্থাৎ আলফা এটা সন্ত্ৰাসবাদী সংগঠন। (খ) প্ৰকৃত বিপ্লৱী দলৰ লক্ষণ এয়ে যে আনকি চেয়াৰমেন মাওৰ মতেই সদায় "Politics in Command" (নিয়ন্ত্ৰণত ৰাজনীতি)। কিন্তু আলফাই নিজকে যুদ্ধ-বিগ্ৰহত ব্যস্ত ৰাখি ৰাজনীতিটো আনৰ হাতত এৰি দিবলৈ বিচাৰিছে। সেই ৰাজনৈতিক নেতৃত্ব আজিৰ অসমত দিব কোনে? নিঃসন্দেহে অসম গণ পৰিষদ আৰু সদৌ অসম ছাত্ৰ সন্থাৰ বাবেই আলফাই সেই আসন খালি ৰাখিছে।

এনেবোৰ কাৰণতে প্ৰথমৰে পৰা আলফাৰ প্ৰতি আমাৰ মনত গভীৰ সন্দেহে ঠাই লৈছে। মুকলিকৈ আমাৰ সেই মত আমি প্ৰকাশো কৰিছোঁ।

তথাপি পুনৰ দোহাৰোঁ। যে আলফাৰ প্ৰতিজন সদস্য বা সমৰ্থকক গুলীয়াই অসমক "নিৰাপদ" কৰাত আমাৰ আপত্তি আছে। এচাম বিভ্ৰান্ত আৰু পথভ্ৰষ্ট যুৱক আলফাত সোমাইছে বা তাৰ সমৰ্থক হৈছে। তেওঁলোকে আমাক শত্ৰুজ্ঞান কৰিলেও আমি তেওঁলোকক আমাৰ শত্ৰু বুলি বিবেচনা নকৰোঁ। এনেদৰে নিৰ্যাতনেৰে এটা ভ্ৰান্ত ৰাজনৈতিক আদৰ্শ বা পন্থা নিৰ্মূল কৰাও অসম্ভৱ। বিতৰ্ক আৰু আলোচনাৰ গুৰুত্ব এই ক্ষেত্ৰত সৰ্বাধিক যদিও ক্ষেত্ৰবিশেষে দমন নীতিৰো প্ৰয়োজন হ'ব। তৃতীয়তে আমাৰ মনত বিন্দুমাত্ৰও সন্দেহ নাই যে এচাম অসমীয়া মধ্যবিত্ত আৰু কিছুমান চতুৰ সাংবাদিকক হাত কৰি CIA বা তেনে বিদেশী শক্তিয়ে অসমত বিচ্ছিন্নতাবাদৰ বিকাশ ঘটাইছে। তেনে প্ৰচাৰবিদসকলৰ বিৰুদ্ধে সতৰ্ক হোৱাৰ সময় হ'ল। কিন্তু এই শক্তিক নিষ্ক্ৰিয় কৰিবলৈ হ'লেও আলফাৰ লগত ভাৰত চৰকাৰৰ আলাপ-আলোচনা হ'ব লাগিব। আগতেই কৈ অহা হৈছে যে সমগ্ৰ অসমৰ জনগণে এনে আলাপ-আলোচনা বিচাৰে। (দিল্লীৰ বহুপ্ৰচাৰিত কাকতবোৰে কিন্তু নিবিচাৰে।)

## নিৰাপদ পৰিবেশ

এইপিনৰ পৰা আশাৰ কথা এয়ে যে ১৬ জানুৱাৰীত আলফাৰ প্ৰচাৰ সচিবে কৈছে যে সেনাবাহিনীৰ নিৰ্যাতন বন্ধ হ'লে তেওঁলোকে কেন্দ্ৰৰ লগত "নীতিগত" আলোচনাত বহিব পাৰে। তেওঁ আৰু কৈছে যে নিৰপেক্ষ নাগৰিকৰ বাবে নিৰাপদ পৰিবেশ ঘূৰাই অনাটো তেওঁলোকেও বিচাৰে। আওপকীয়াকৈ ক'লেও তেওঁৰ বক্তব্যৰ সাৰমৰ্ম এয়ে। এই আপাহতে আমিও কেন্দ্ৰীয় চৰকাৰক অনুৰোধ কৰোঁ যাতে সেনাবাহিনীক সংযত কৰি শীঘ্ৰে আলোচনাৰ পথ মুকলি কৰে। আলোচনাৰ আগতে আলফায়ো প্ৰতিশ্ৰুতি দিয়া উচিত যে তেওঁলোকেও দমনমূলক বা হিংসাত্মক কাৰ্যকলাপৰ পৰা বিৰত থাকিব।

কোৱা বাহুল্য যে আলফাক ক্ষমতাৰ ভাগ দি ইন্দিৰা কংগ্ৰেছৰ প্ৰাধান্য বিস্তাৰৰ অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰা আলোচনা অসমবাসী ৰাইজে বৰদাস্ত নকৰিব। যিবোৰ মূল বিষয় নিষ্পত্তিৰ বাবে আলফাই হাতত অস্ত্ৰ তুলি লৈছে সেইবোৰৰ সমাধানৰ বাবেই আলোচনা হ'ব পাৰে। কোৱা বাহুল্য যে বিচ্ছিন্ন হোৱাৰ অধিকাৰ আলোচনাৰ বিষয় হ'ব নোৱাৰে। কিন্তু যিবোৰ সমস্যাৰ বাবে আলফাই ভাৰতৰ লগত বিচ্ছেদ প্ৰয়োজন বুলি দাবী কৰিছে সেইবোৰ সমস্যা সম্পৰ্কে মুকলি আৰু বিশদ আলোচনা হোৱা বাঞ্ছনীয়। (যেনে, অসমৰ শিল্পায়নৰ বাবে অসমৰ সম্পদৰ

ব্যৱহাৰৰ গুৰুত্ব ; অসমৰ নিয়োগ নীতি অসমবাসী বাইজৰ মঙ্গলৰ অৰ্থে নিৰ্দ্ধাৰণ কৰাৰ প্ৰয়োজনীয়তা ; কেন্দ্ৰৰ হেঁচাৰ পৰা ৰাজ্যিক প্ৰশাসনক মুক্ত কৰাৰ অৱকাশ, কেন্দ্ৰীয় তহবিলৰ ধনৰ ভাগ অধিক পৰিমাণে অসমলৈ অনাৰ প্ৰয়োজন ইত্যাদি )। তাৰ লগে লগে প্ৰথমে অস্ত্ৰ সম্বৰণ পিছত অস্ত্ৰ বৰ্জনৰ বাবে কেতবোৰ বিশেষ উপায় আৰু ৰীতি আলোচনাৰ জৰিয়তে উদ্ভাৱন কৰিব লাগিব। সেনাবাহিনীৰ অত্যাচাৰৰ বাবে ক্ষতিপূৰণ, পলাতক আলফা সদস্যসকলৰ বাবে নিৰাপত্তা প্ৰভৃতিও এনে আলোচনাৰ অন্তৰ্ভুক্ত বিষয় হ'ব লাগিব। নিৰ্বাচনত আলফাৰ ভূমিকাও আলোচনাৰ বিষয় হোৱাত বাধা নাই।

অৱশ্যে এনে আলোচনাৰ জৰিয়তে আলফাই চিনাক্ত কৰা অসমৰ অৰ্থনীতি আৰু ৰাজনীতিৰ মূল সমস্যাবোৰৰ স্থায়ী আৰু নিৰ্বিঘ্ন সমাধান নহয়। আলোচনাৰ ফলাফল কাৰ্যকৰী কৰাৰ সময়তো আলফাই নিষ্ঠাবান প্ৰহৰীৰ ভূমিকা ল'ব লাগিব ( যিটো অসম গণ পৰিষদে নকৰিলে। ) ভাৰত এখন আদৰ্শ গণতান্ত্ৰিক স্বপ্নৰাষ্ট্ৰ নহয়। নানা তৰহৰ শক্তিয়ে ইয়াত গণতন্ত্ৰৰ প্ৰতিকূলেহে কাম কৰি আছে। এইখিনি কথা বুজিব পৰা maturity আলফাৰ হ'বনে? ৰাজনৈতিক নীতি নিৰ্দ্ধাৰণৰ দায়িত্ব আনৰ হাতত এৰি দিবলৈ তেওঁলোকৰ ব্যাকুলতা দেখিলে সেই বিষয়ে মনত শঙ্কাহে ওপজে।

# আলফাৰ সতর্কবাণী

যি সকল বুদ্ধিজীৱী আৰু সাংবাদিকে আলফাৰ দ্বাৰা অপহৃত কছু বিশেষজ্ঞ ছেৰ্গেই গ্ৰীৎছেংকোৰ কৰুণ মৃত্যুত শোক প্ৰকাশ কৰিছে আৰু ঘটনাটোক গৰিহণা দিছে তেওঁলোকক সতর্ক কৰি দি আলফাই কৈছে যে তেওঁলোকৰ বিৰুদ্ধে "ব্যৱস্থা লোৱা হ'ব।"

ধৃষ্টতাৰ এটা সীমা থকা উচিত। হাতত কেইটামান বোমা আৰু এ'কে'—৪৭ ৰাইফল থকা বাবেই তেওঁলোকে ৰাইজৰ বিবেকক স্তব্ধ আৰু কণ্ঠৰুদ্ধ কৰিব পাৰিম বুলি ভাবিছেনেকি? গ্ৰীৎছেংকোৰ মৃত্যু এটা মনে মনে সহি থাকিব পৰা ঘটনা বুলি তেওঁলোকে ভাবে নেকি? স্বৈৰতন্ত্ৰী আৰু সন্ত্ৰাসবাদী বুলিলে তেওঁলোক ক্ৰুদ্ধ হয়। কিন্তু এনে আচৰণ সন্ত্ৰাসবাদ আৰু স্বৈৰতন্ত্ৰৰ অকাট্য প্ৰমাণ নহয়নে? তেওঁলোকে তেওঁলোকৰ আচৰণক সমালোচনা কৰা লোকক মৃত্যুৰ ভয় দেখুৱায়— এইটো নিৰ্লজ্জ সন্ত্ৰাসবাদ আৰু স্বৈৰতন্ত্ৰৰ উদাহৰণ নহয় বুলি ক'ব কোনে?

আমি অসমীয়া, অসমবাসী মানুহ। অসমৰ সুখ দুখ, সৌভাগ্য দুৰ্ভাগ্য লৈ চিন্তা কৰা আৰু সেই বিষয়ে মন্তব্য কৰাৰ অধিকাৰ আমাৰ পৰা কোনেও কাঢ়ি নিব নোৱাৰে। অতি ক্ষোভ আৰু পৰিতাপৰ বিষয় যে অসমৰ উন্নতি আৰু মংগল বিচৰা বুলি দাবী কৰা দল এটাই তাক কাঢ়ি নিব বুলি ভাবুকি দিব পাৰিছে।

গ্ৰীৎছেংকো অসমৰ এজন বিদেশী আলহী। যদি কোনো অসমীয়া মানুহে বা দলে দায়িত্বহীনভাৱে আৰু টুলুঙা মনেৰে তেওঁৰ মৃত্যু ঘটায়, জগতৰ আগত অসমীয়াৰ সুনাম অলংকিত নহ'বনে? তেওঁ অসমীয়া, হিন্দী বা ইংৰাজী ভাষা নাজানে। তেওঁক বলেৰে অপহৰণ কৰা লোক সকল ডকাইত নে বিপ্লৱী, তেওঁ বুজিব কেনেকৈ? তেওঁ পলাবলৈ চেষ্টা কৰা জগৰৰ কথা নে? তদুপৰি তেওঁৰ বা তেওঁৰ দেশৰ কোনো অপৰাধৰ বাবে তেওঁক বন্দী কৰা হোৱা নাছিল। আত্মৰক্ষা কৰাৰ সম্পূৰ্ণ অধিকাৰ তেওঁৰ আছে। তেওঁৰ পত্নী আৰু শিশুপুত্ৰই যদি চিৰদিন অসমীয়াক নিষ্ঠুৰ বৰ্বৰ বুলি ভাবে, তেওঁলোকক দুষিব পাৰিবনে?

আমি অসমীয়া বুদ্ধিজীৱী সকলে সেয়ে তৎক্ষণাৎ অপহৰণৰ তথা বন্দীশালত

গ্ৰীংছেংকোৰ মৃত্যুৰ ঘটনাক গৰিহণা দি আমাৰ এচাম বিপথগামী যুৱকৰ পাপৰ প্ৰায়শ্চিত্ত কৰিছিলো। কিছুমান অতি দায়িত্বহীন আৰু প্ৰৰোচনাদাতা সংবাদজীৱীয়ে কৈছে যে TADA বন্দী সকলৰ বিষয়ে কোনো উদ্বেগ প্ৰকাশ নকৰা বুদ্ধিজীৱী আৰু সাংবাদিক সকলৰ অপহৰণৰ ঘটনাত মাত মতাৰ অধিকাৰ নাই। কিন্তু অসমৰ এখন কাকতেও TADA বন্দী সকলৰ মুক্তিৰ বাবে দাবী নজনোৱাকৈ আছেনে? সেনাবাহিনীৰ অত্যাচাৰৰ বিৰুদ্ধে আমি তীব্ৰ প্ৰতিবাদ কৰা নাছিলোনে? আমাৰ প্ৰতিবাদ বাৰু কপট বুলি ধৰা হ'ল—আল্‌ফাৰ প্ৰতি সহানুভূতি প্ৰকাশ কৰা কীৰ্ত্তিনাথ হাজৰিকা বা প্ৰমোদ গগৈৰ মন্তব্যত আল্‌ফাই গুৰুত্ব নিদিয়াটো কেনে ধৰণৰ কথা?

সাক্ষ্য প্ৰমাণৰ প্ৰতি মনোযোগ দিয়া বা যুক্তিৰ প্ৰতি নিষ্ঠা দেখুৱা আল্‌ফাৰ দস্তুৰ নহয়। নহ'লে তেওঁলোকে দেখিলে হেতেন যে বিশ্ববিদ্যালয়ৰ যি কেইজন শিক্ষকে গ্ৰীংছেংয়কোৰ অপহৰণত আৰু মৃত্যুত শোক প্ৰকাশ কৰিছে তেওঁলোকে একেটা বিবৃতিতে সেনাবাহিনীৰ অত্যাচাৰ তথা ৰাষ্ট্ৰীয় সন্ত্ৰাসবো বিৰোধিতা কৰিছে। তেওঁলোকে সমস্যাটোৰ এক শান্তিপূৰ্ণ সমাধানেই বিচাৰিছে। এইবোৰ কথা বুজাৰ ক্ষমতা যদি আল্‌ফাৰ নাই, তেন্তে তেওঁলোকে বন্দুক পেলাই দিয়ক। ইমান দায়িত্বহীন মানুহে সমাজৰ নেতৃত্ব দাবী কৰিব নোৱাৰে।

শ্ৰীযুত নিবাৰণ বৰাই হেনো কৈছে যে বিপ্লবী সৈনিক সকলে সচেতন ভাবেই অসমৰ সমস্যাটো বিশ্বৰ দৰবাৰত দাঙি ধৰিবলৈ গ্ৰীংছেংকোক হত্যা কৰিছে। শ্ৰীযুত বৰাই যদি এনেদৰে কৈছে তেওঁৰ মতিভ্ৰম হোৱাটো খাটাং। আৰু আল্‌ফাই যদি সেই মনোবৃত্তিৰে কাম কৰিছে তেন্তে তেওঁলোকৰ নেতৃত্বত অসমৰ ভৱিষ্যত অন্ধকাৰ। তেওঁলোক বিপ্লবী নহয়—হত্যাকাৰী।

যি দেখা গৈছে, একালৰ স্বৈৰতন্ত্ৰৰ হাতীয়াৰ হিতেশ্বৰ শইকীয়ায়ো যোৱা দহবছৰৰ অভিজ্ঞতাৰ পৰা শিক্ষা লৈছে। এতিয়ালৈকে সমাজৰ প্ৰতি দায়বদ্ধতা আৰু মানবীয় দৃষ্টিভংগীৰেই তেওঁ কাম কৰিছে। কিন্তু আল্‌ফাই অভিজ্ঞতাৰ পৰা শিক্ষা নলয়, অসমৰ ৰাইজৰ মতামতক মূল্য নিদিয়ে। সুবিধা পালেই ফেট তুলি উঠি বন্দুকৰ ভয়েৰে সকলোকে ঠাণ্ডা কৰিবলৈ বিচাৰে। ই বিপ্লবীৰ মনোভাব নে ভাড়াটিয়া গুণ্ডাৰ মনোভাব?

প্ৰফুল্ল গগৈৰ মৃত্যু বা আন তেনে দুৰ্ভগীয়া যুৱকৰ ৰাষ্ট্ৰীয় সন্ত্ৰাসত মৃত্যুত আমি বিচলিত নোহোৱাকৈ থকা নাই। আমি সেয়ে চৰকাৰক এটা শান্তিপূৰ্ণ সমাধানৰ বাবে চেষ্টা কৰিবলৈ অনুৰোধ কৰিছো। আনহাতে TADA বন্দী সকলে ন্যায়ালয়ৰ পৰা যৎসামান্য সুৰক্ষা আশা কৰিব পাৰে। আল্‌ফাই অপহৰণ কৰা দুৰ্ভগীয়া লোক

সকলক সুৰক্ষা দিব কোনে। সেয়ে আজি বিবেকবান লোক মাত্রেই অস্থিৰ হৈ পৰিছে।

আৰু নোৱাৰি। অসমৰ সমূহ ৰাইজে আল্ফাৰ এনে ধৰণৰ স্বৈৰাচাৰৰ বিৰোধিতা কৰক। মেল-মিটিঙৰ জৰিয়তে জনমত গঠন কৰক। অসমৰ বহু অভাৱ অভিযোগ আছে, ন্যায্য দাবী আছে। কিন্তু আল্ফাৰ নেতৃত্বত সেইবোৰ দাবী পূৰণ হোৱাৰ আশা ক্ষীণ। বৰং ক'ব পাৰি, অসমৰ ৰাইজৰ বন্ধুৰ চৰিত্ৰ যদি এনে হয়, তেন্তে শত্রুৰ আৰু প্রয়োজন কি ?

দেশৰ পৰিস্থিতি সলনি হৈছে। কোনো বিপ্লবী দলেই অবিৰাম যুদ্ধ নকৰে—শান্তিপূর্ণ আলাপ-আলোচনাও কৰে। যদি আল্ফা লোকৰ কথাত উঠ-বহ কৰা ভাড়াটিয়া গুণ্ডাবাহিনী নহয়, তেন্তে অবিলম্বে পৰিবর্তিত পৰিস্থিতিত আলাপ-আলোচনাৰ বাবে সন্মত হওক। নহলে অসমবাসী সমূহ ৰাইজে তেওঁলোকক অসমৰ প্রধান শত্রুৰূপে চিহ্নিত কৰিব।

# "স্বাধীন" কাকত প্ৰকৃততে স্বাধীন নে?

## "স্বাধীন" বাতৰি কাকত প্ৰকৃততে স্বাধীননে?

অসমীয়া সাংবাদিকতাৰ সম্ভৱতঃ প্ৰথম শ্বহীদ কমলা শইকীয়াৰ মৃত্যুত গুৱাহাটীৰ সাংবাদিকসকলে সংঘবদ্ধভাবে প্ৰতিবাদ কৰা ঘটনাই ৰাইজৰ মনত নিশ্চয় স্বস্তিৰ ভাব সঞ্চাৰ কৰিছে। সাংবাদিকসকলে ইয়াৰ দ্বাৰা জাননী দিছে যে তেওঁলোক তেওঁলোকৰ বৃত্তিৰ স্বাধীনতা তথা মৰ্য্যাদা ৰক্ষা কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ। ইয়াৰ বাবে আমি তেওঁলোকক ওলগ জনাওঁ।

কিন্তু তাৰ লগে লগে আমি এই কথাও ক'বলৈ বাধ্য হৈছোঁ যে সাংবাদিকসকলে সদায় এই আত্মমৰ্য্যাদাবোধ আৰু দায়িত্বজ্ঞানৰ পৰিচয় দিব পৰা নাই। তাৰ ফলত তেওঁলোকৰ বৃত্তিৰ স্বাধীনতা কেতিয়াবা মইমতালি বা সমাজৰ পক্ষে ক্ষতিকৰ উচ্ছৃঙ্খলিত পৰিণত হৈছে। সমাজৰ কল্যাণকামী শক্তিৰ বিকাশত তেওঁলোকে বাধা দিছে আৰু অশুভ শক্তিৰ পৰিপুৰ্ণত ইন্ধন যোগাইছে।

এটা উদাহৰণ নিদিলে কথাটো পৰিষ্কাৰ নহ'ব। কমলা শইকীয়াৰ বিভৎস আৰু করুণ মৃত্যুত "বুধবাৰ" কাকতে লিখিছে :

"গণতান্ত্ৰিক প্ৰমূল্যৰ প্ৰতি সাধাৰণ সৌজন্যতা, বা বিপ্লৱী সংগঠন এটাৰ থাকিবলগীয়া ন্যূনতম সহিষ্ণু মনোভাৱ—এই আটাইবোৰকে নেওচা দি আলফাই শেহতীয়াভাবে কেইটামান অতি অক্ষমনীয় অপৰাধত নিজকে লিপ্ত কৰিছে। বিপ্লৱী সংগঠন এটাৰ দ্বাৰা অ'ত ত'ত দুই এটা ভুল-ক্ৰটি হোৱাৰ কথাও ৰাইজে হয়তো স্বাভাৱিক বুলি স্বীকাৰ কৰিলেহেঁতেন, যদিহে সেই সমূহ ক্ৰটিৰপৰা ভৱিষ্যতৰ বাবে শিক্ষা লোৱাৰ নৈতিক সাহস, সদিচ্ছা আৰু আগ্ৰহকো সংগঠনটোৰ দ্বাৰা প্ৰদৰ্শিত হ'লহেঁতেন। কিন্তু আলফাৰ নেতৃত্বই সম্প্ৰতি সৰ্বসাধাৰণ ৰাইজৰ শুভাকাংক্ষা বা সমৰ্থনকো এনেদৰে অপ্ৰয়োজনীয় আৰু অপ্ৰাসংগিক বুলি গণ্য কৰিবলৈ লৈছে যে কৃতকৰ্মৰ অনুশোচনা বা পূৰ্বৰ ভুলৰ পৰা শিক্ষা লোৱাৰ প্ৰয়োজনীয়তাও আজিকালি এওঁলোকে অনুভৱ নকৰাৰ লেখীয়া হৈছে। কিন্তু দুৰ্দিনৰ সময়তহে ৰাইজৰ আশ্ৰয় বিচৰাৰ বাহিৰে আন সময়ত জনগণৰ ভাৱ-অনুভূতিলৈ বিশেষ কৰ্ণপাত নকৰা আলফাই এইবাৰ আকৌ এক অক্ষমণীয় অপৰাধত নিজকে লিপ্ত কৰিলে। অৰ্থ আৰু

অত্ৰ সৰ্বস্ব সংগঠনৰ নিচিনাকৈ সন্ত্ৰাসেৰেই নিজকে সাব্যস্ত কৰিব বিচৰা অপচেষ্টাৰ দুৰ্ভাগ্যজনক পুনৰাবৃত্তি ঘটিল।" ("বুধবাৰ" ১৪ আগষ্ট)

এই কথাবোৰৰ প্ৰত্যেকটোৱেই নিৰ্মম সত্য। "বুধবাৰে" কিছুদিনৰ পৰা সাহসেৰে এনে মন্তব্য মাজে সময়ে প্ৰকাশ কৰি অহাটো শুভ লক্ষণ। কিন্তু ইয়াৰ পৰা কি সিদ্ধান্ত কৰা উচিত আছিল ? যদি বুধবাৰৰ এই বিশ্লেষণ সত্য, তেনেহ'লে আলফাৰ এই অপৰাধ ক্ষমা কৰাৰ প্ৰশ্নও নুঠে। বৰং তেওঁলোকক স্বৈৰতন্ত্ৰী আৰু জনগণৰ শত্ৰু বুলি চিনাক্ত কৰিবলৈ বিশ্লেষণকাৰী বাধ্য হ'ব লাগিব। অন্ততঃ এই মাৰাত্মক অপৰাধৰ তথা প্ৰৱণতাৰ বাবে কঠোৰ আত্ম-সমালোচনা আৰু অনুশোচনা আলফাই প্ৰকাশ নকৰালৈকে তেওঁলোকৰ প্ৰতি সমৰ্থন প্ৰত্যাহাৰ কৰিব লাগিব।

কিন্তু "বুধবাৰে" কি সিদ্ধান্ত কৰিলে ?

বুধবাৰত লিখা হ'ল :

"তেওঁলোকৰ যদি গণতান্ত্ৰিক প্ৰমূল্যৰ প্ৰতি শ্ৰদ্ধাভাৱ আৰু আত্মসংশোধনৰ বাবে প্ৰয়োজনীয় নৈতিক সৎসাহস আছে, তেন্তে আত্মসমালোচনা আৰু যুক্তিৰ জৰিয়তেই এনে অভিযোগ সমালোচনা খণ্ডন কৰিব পাৰে ;—আৰু দীৰ্ঘকালীন সংগ্ৰামখনৰ স্বাৰ্থত শুভাকাংক্ষীসকলে তাকেই কামনা কৰে।"

অৰ্থাৎ আকৌ আলফাক বেহাই দিয়া হ'ল। আলফাক এটা পৰামৰ্শ দিয়া হ'ল, যি ধৰণৰ পৰামৰ্শ আলফাই ইতিপূৰ্বে নীৰৱে আৰু অৱজ্ঞাৰে নাকচ কৰিছে বহুবাৰ। এতেনেকৈয়ে আলফাৰ সমালোচনা কৰাৰ নামত প্ৰকৃতাৰ্থত আলফাক প্ৰশ্ৰয় দিয়া হৈছে। কাৰণ সমৰ্থন প্ৰত্যাহাৰ নকৰাকৈ প্ৰতিবাদ জনালে আলফাই তাক গুৰুত্ব নিদিয়ে বুলি প্ৰমাণিত হৈছে।

ইয়াৰ আগতেও মানবেন্দ্ৰ শৰ্মাৰ হত্যাৰ সময়ত, সাংবাদিকসকলক অনুমোদন নকৰা সমালোচনা প্ৰকাশ কৰিলে মৃত্যুদণ্ড দিয়া হ'ব বুলি আলফাই ভাবুকি দিবৰ সময়ত, অমিতাভ বাভা, ডিম্বেশ্বৰ গগৈ আৰু ছাগে´ গ্ৰীৎছেংকোৰ হত্যাৰ সময়ত, আলফাৰ বিৰুদ্ধে সোচ্চাৰ প্ৰতিবাদ জনোৱা হৈছিল। কোনো সময়তে আলফাই সেই প্ৰতিবাদৰ প্ৰতি গণতান্ত্ৰিক সঁহাৰি জনোৱা নাই। বৰং জনমত বিক্ষুব্ধ হৈ উঠিলেহে অলপ সেও মনা পৰিলক্ষিত হৈছিল। তেনেস্থলত বাৰে বাৰে তেওঁলোকে নিজকে শুধৰাই ল'ব বুলি আশা প্ৰকাশ কৰাৰ অৰ্থ কি ?

ইয়াৰ অৰ্থ দুটা হ'ব পাৰে। এটা হৈছে আন বহুলোকৰ দৰে স্বাভাৱিকতে আলফাৰ অমানুষিক নৃশংসতাৰ প্ৰতি বুধবাৰে পেটে পেটে শংকা অনুভৱ কৰিছে। অথবা বুধবাৰে জ্ঞাতসাৰেই আলফাক কৌশলেৰে ৰক্ষণাবেক্ষণ দিছে আৰু ৰাজহুৱা

প্ৰতিবাদ আৰু বিক্ষোভক লক্ষ্যৰ পৰা আঁতৰাই নিছে। যদি প্ৰথমটো হয়, ক'ব লাগিব যে এনে শংকা স্বাভাৱিক হ'লেও সি অত্যাচাৰীক সংযত নকৰে, বৰং তাৰ মহীমতালি আৰু নিষ্ঠুৰতাত উৎসাহহে দিয়ে। যদি দ্বিতীয়টো সত্য হয়, তেন্তে ক'বলৈ আৰু একো নাই। আলফাৰ কাণ্ডকাৰখানাই যি নাৰকীয় পৰিবেশ অনিবাৰ্য্যভাবে ৰচনা কৰি আছে, তাৰ দায়িত্ব এদিন আলফাৰ লগতে নৈতিকভাবে বুধবাৰেও ল'ব লাগিব। পঞ্জাবত হয়তো উগ্ৰপন্থীবিলাকে এসময়ত দেশপ্ৰেমৰ তাড়নাতে হাতত অস্ত্ৰ তুলি লৈছিল, কিন্তু ভুল পথেৰে আৰু স্বৈৰাচাৰী মনোবৃত্তিৰে আগবঢ়াৰ ফলত তেওঁলোকৰ বহু দল-উপদল সাধাৰণ খুনী-ডকাইতত পৰিণত হৈছে শিশু নাৰী বৃদ্ধৰ হত্যাতে তেওঁলোকৰ বীৰত্ব প্ৰকট হৈছে। অসমত যে তেনে অৱস্থা নহ'ব, কোনে ভৰসা দিব পাৰে।

আলফাৰ আচৰণে সন্দেহাতীতভাবে প্ৰমাণ কৰিছে যে, তেওঁলোকৰ প্ৰধান প্ৰৱণতা স্বৈৰতন্ত্ৰ। জনগণৰ নামত যদিও তেওঁলোকে বিপ্লৱৰ পথ লৈছে, জনগণৰ প্ৰকৃত ইচ্ছা-অনিচ্ছা বুজাৰ বা তাক শ্ৰদ্ধা কৰাৰ কোনো মানসিকতা তেওঁলোকৰ নাই। সেয়ে যদিও অসমৰ বাইজৰ কেতবোৰ গুৰুতৰ অভাৱ-অভিযোগকে তেওঁলোকে সম্বল কৰি লৈছে, অসমৰ বাইজৰ মংগল সাধন কৰাৰ মনোবৃত্তি তেওঁলোকৰ আছে বুলি ক'ব নোৱাৰি। তেওঁলোকৰ অসহিষ্ণু, উগ্ৰ মানসিকতাই তেওঁলোকক এনে এক পথেৰে আগবঢাই আনিছে, যাৰ শেষবিন্দুত আছে হিংস্ৰ স্বৈৰতন্ত্ৰ। আৰু এনে স্বৈৰতন্ত্ৰৰ বাবেই অসমৰ ৰাইজে এসময়ত ইন্দিৰা কংগ্ৰেছক নেওচা দিছিল, আৰু আজিও ইন্দিৰা কংগ্ৰেছৰ প্ৰতি সন্দেহ পোষণ কৰে।

কিন্তু এনেধৰণৰ বিশ্লেষণ বা বিচাৰ আগতে কোনোবাই কৰিছিলনে। বুধবাৰে আজি যি বিশ্লেষণ আগবঢ়াইছে, তেনে বিশ্লেষণ বা মতামত অসমত বহুকাল আগৰে পৰা "অসম গণতান্ত্ৰিক নাগৰিক সংস্থা"ৰ নানা প্ৰকাশিত মন্তব্য আৰু বিবৃতিত প্ৰকাশ পাইছিল। তদুপৰি সেইবোৰত কোৱা হৈছিল যে আলফা কেৱল সন্ত্ৰাসবাদীয়েই নহয়, স্বৈৰতন্ত্ৰী। ৰাইজক সকীয়াই দিয়া হৈছিল যে এনে স্বৈৰতন্ত্ৰী সংগঠনৰ গুচৰত নতিস্বীকাৰৰ পৰিণাম শুভ হ'ব নোৱাৰে। আনহাতে আলফা দমনৰ চেলু লৈ ৰাষ্ট্ৰীয় নিৰাপত্তা বাহিনীয়ে যাতে ৰাইজৰ ওপৰত উপদ্ৰৱ চলাব নোৱাৰে, অসম গণতান্ত্ৰিক নাগৰিক সংস্থাই তাৰ বাবে যথাসাধ্য প্ৰতিবিধানৰ চেষ্টা কৰিছিল। সেনা বাহিনীয়ে কৰা অত্যাচাৰৰ বিৰুদ্ধে অসম গণতান্ত্ৰিক নাগৰিক সংস্থাই তীব্ৰ প্ৰতিবাদ জনাইছিল।

কিন্তু পৰিতাপৰ বিষয় যে অসম গণতান্ত্ৰিক নাগৰিক সংস্থাৰ এই নিৰপেক্ষ-

গণতান্ত্ৰিক আৰু সৎসাহসী ভূমিকাৰ প্ৰতি সৰহসংখ্যক সংবাদপত্ৰই সহানুভূতিৰ মনোভাব ললেও দুখনমান বাতৰি কাকতে প্ৰথমৰেপৰা তাৰ বিৰুদ্ধে প্ৰবল অপপ্ৰচাৰ আৰু বিষোদ্গাৰ আৰম্ভ কৰে। বিশেষ কোনো কাৰ্য্যসূচী হাতত লোৱাৰ আগতেই সংস্থাৰ ভাবমূৰ্তি কলংকিত কৰাৰ পৰিকল্পিত প্ৰচেষ্টা চলে। এই প্ৰচেষ্টাৰ অন্যতম অংশীদাৰ আছিল বুধবাৰ।

তাত সংস্থা সম্পৰ্কে প্ৰকাশ কৰা দুটামান মন্তব্য আছিল অতি অশোভনীয় আৰু অন্যায়। অসম গণতান্ত্ৰিক নাগৰিক সংস্থাৰ প্ৰথম ৰাজ্যিক অভিবৰ্তনৰ বিপুল সাফল্যৰ পিছৰে পৰা বুধবাৰে তাৰ বিৰুদ্ধে প্ৰণালীবদ্ধ বিষোদ্গাৰ চলায়। অতিৰঞ্জিত তথ্য পৰিবেশন কৰি পাঠকক অনুষ্ঠানটোৰ সম্পৰ্কে বিকৃত ধাৰণা দিয়া হয়। নানা ধৰণৰ ইংগিতসূচক বাক্যৰ সহায়েৰে “প্ৰমাণ” কৰিবলৈ বিচৰা হয় যে সংস্থা চৰকাৰৰ লগত জড়িত, যে তাৰ অভিপ্ৰায় অসৎ, যে অসমীয়া ৰাইজৰ আশা-আকাংক্ষা দমন কৰা চক্ৰান্তৰ সি অংশীদাৰ। অথচ অসমৰ বহু শুভবুদ্ধিসম্পন্ন লোকে তেতিয়া সংস্থাৰ কাৰ্য্যকলাপতে আশাৰ ৰেঙণি পাইছিল।

এতিয়া আমাৰ কথা হৈছে, এইবোৰ কেনে ধৰণৰ মন্তব্য আছিল? গণতান্ত্ৰিক নাগৰিক সংস্থাৰ কাম-কাজৰ কোনো পৰ্য্যালোচনা নকৰাকৈ, তেওঁলোকৰ ঘোষিত লক্ষ্য আৰু উদ্দেশ্যৰ কোনো বিশদ অধ্যয়ন আৰু বিচাৰ নকৰাকৈ, বুধবাৰে সংস্থাক জগৰীয়া কৰিলে। সেয়ে নহয়, সংস্থাৰ চৰিত্ৰ আৰু উদ্দেশ্য সম্পৰ্কে মিছাকৈ কেতবোৰ কলংক ৰটনা কৰিলে। “চৰকাৰৰ দালাল” বুলি আৰু “জনগণৰ বৈৰী” বুলি এই কেঁচুৰা সংগঠনটোৰ চিনাক্ত কৰি দিলে।

ইয়াৰপৰা প্ৰমাণ হয় যে আল্‌ফাৰ দৰেই বুধবাৰেও সেইসময়ত যুক্তি বিচাৰ নকৰাকৈ আক্ৰমণ কৰিছিল, যুক্তি তৰ্কৰ ঠাইত বাহুবল নহ'লেও কুৎসাৰটনাৰ আশ্ৰয় লৈছিল। তেন্তে বুধবাৰক জানো গণতন্ত্ৰপ্ৰেমী বোলাৰ থল থাকিল? বুধবাৰেই জানো এটা উঠি অহা গণতান্ত্ৰিক অনুষ্ঠানৰ ভেটিত কুঠাৰ মাৰি গণতন্ত্ৰৰ শক্ৰতাচৰণ নকৰিলে?

# আজিজুল হক আৰু অসম

বঙলা ভাষাত এষাৰ কথা আছেঃ "গ্ৰাম সন্ন্যাসী ভিখ পায়না।" আমাৰ ৰাইজৰো মত সেয়ে। ইয়াত থাকি সাহকৈ বিপ্লৱৰ কথা কোৱা সকলক জীৱন কালত মূৰ খুৰাই চুণ ঢালি গাধাৰ পিঠিত তুলি কেউপিনে টানি লৈ ফুৰোৱাই বিপ্লৱী সকলৰ প্ৰতি ৰাইজৰ সুপ্ৰাচীন, সুপৰীক্ষিত নীতি। আন-হাতে বংগ বা ব'ম্বেৰপৰা কোনো বিপ্লৱী নেতা আহি ওলালে তেওঁক মূৰত তুলি নচাও আমাৰ সন্মানিত পৰম্পৰা। তেনে লোকে অসমৰ জটিল সামাজিক গঁাথনি, জটিল ইতিহাস, সংস্কৃতি আৰু ৰাজনৈতিক পটভূমি জনাটো সম্ভৱ নহয়। অসমৰ অৰ্থনীতিৰ জ্ঞানো প্ৰায়ে সীমিত হঁয়। অথচ তেওঁলোকৰ মতকে বেদবাক্য বুলি শিৰত থাপি লোৱাৰ প্ৰৱণতা আমাৰ এচাম মানুহৰ মাজত প্ৰবল। তেওঁলোকৰ "ছাত্ৰফিকে'ট"ৰে ছাত্ৰক মোহগ্ৰস্ত কৰাও অন্যতম নীতি।

আজি ১৮।৯১ বছৰ আগতে এগৰাকী বিপ্লৱী নেতা আহি স্থানীয় দৈনিক কাকতৰ কেইগৰাকীমান সাংবাদিকৰ মেছত আশ্ৰয় লয়। তেখেতে এমাহমান তেওঁলোকৰ ঘৰত সোমাই লৈ পঢ়াশুনা কৰি অসমত বিপ্লৱ কৰিবৰ বাবে ৰণনীতি আৰু ৰণকৌশলৰ এখন দলিল লিখি উলিয়ালে। সাংবাদিক কেইজন চমৎকৃত আৰু কৃতাৰ্থ হ'ল আৰু বিপ্লৱৰ বাবে সাজু হ'ল। বহুত কবিতা আৰু উগ্ৰ প্ৰবন্ধ ছপা হ'বলৈ ধৰিলে। দলিলখনৰ কিছুমান কথা মই বুজি পোৱা নাছিলোঁ, যিখিনি বুজিছিলোঁ সেইখিনিৰ বিষয়ে সন্দেহ প্ৰকাশ কৰাত তৰ্ক হৈছিল। শেষত তেওঁলোকে মোক "স্থিতাৱস্থাৰ সমৰ্থক" আৰু "ৰজাঘৰীয়া মাৰ্ক্সবাদী" নাম দি এঘৰীয়া কৰিলে। তিনি মাহ পিছত সেই বঙালী বিপ্লবী নেতাজন ধৰা পৰিল আৰু বহুবছৰ জেলত পচি থাকিল। সাংবাদিক কেইজন কিছুদিন আণ্ডাৰ গ্ৰাউণ্ড হৈ অৰ্থাৎ টলকা মাৰি থাকি অসম আন্দোলনৰ সময়ত বাংলাদেশী নিধনকে আচল বিপ্লৱ বুলি প্ৰচণ্ড যুক্তি বৰ্ষণ কৰিবলৈ ধৰিলে। তাৰে এজনে অলপতে মাও ছে তুঙৰ দ্বান্দ্বিক যুক্তিৰ আলমত হিতেশ্বৰ শইকীয়াৰ ৰাজনীতিত সমৰ্থন দিছে। তেওঁলোকক এতিয়া আৰু বাহিৰৰ নেতাৰ প্ৰয়োজন নাই।

পিছে আমাৰ ৰাইজৰ এই দুৰ্বলতাৰ বাবে নতুন ত্ৰাণকৰ্ত্তা হৈছে আজিজুল হক। এই গৰাকী তাত্ত্বিকৰ অৰ্হতাৰ ভিতৰত মানুহক চমক লগোৱা উপাদান হৈছে জে'ল

আৰু হাজোমতৰ লগত তেখেতৰ ঘনিষ্ঠতা। আদৰ্শৰ বাবে এনে নিপীড়ণ সুহু কৰাটো গুণ নিশ্চয়। কিন্তু সেইবাবেই তেওঁৰ মতামত শুদ্ধ বুলি ভবাটো বিপজ্জনক। আমেৰিকাত এটা Flat Earth Society আছে পৃথিৱীখন ঘূৰণীয়া নহয়, চেপেটাহে, বুলি তাৰ সদস্য সকলে স্কুলে-কলেজে ধৰ্ণা দি পিকেটিং কৰি বহুবাৰ জেল খাইছে।

ইতিমধ্যে তেখেতৰ প্ৰকাশিত মতামতৰ ভিতৰত দুটা আমাৰ চকুত পৰিছে। এটা হৈছে, অসমীয়াৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ লাগে। আনটো হৈছে শাসকশ্ৰেণীৰ লগত আলোচনা কৰিবলৈ যোৱাটো বিপ্লৱী কাম নহয়, আপোচ।

অসমীয়াৰ আত্মনিয়ন্ত্ৰণৰ ব্যাখ্যা যিয়েই নহওক, হক চাহাবে মুখ মেলাৰ বহু আগৰে পৰা অসমত এই দাবী উঠিছে। গতিকে এইক্ষেত্ৰত তেখেতৰ সমৰ্থনৰ পৰা লাভ-লোকচান একো নাই। কিন্তু অসমৰ বিশেষ পৰিস্থিতিত আত্মনিয়ন্ত্ৰণৰ ৰূপ কি হ'ব। সেই বিষয়ে তেওঁ মাত নমতাই ভাল হ'ব। তেনে জ্ঞান তেওঁৰ এতিয়াও হোৱা নাই।

দ্বিতীয় মতটো হৈছে এয়ে যে বিপ্লৱীয়ে শাসক শ্ৰেণীৰ লগত আলোচনা কৰাৰ অৰ্থ আত্মসমৰ্পণ। হক চাহাবে কি ভাবে নাজানোঁ, কিন্তু পৰিস্থিতি বাদ দি কোনো বিমূৰ্ত তত্ত্বৰ পৰা কাৰ্য্যক্ষেত্ৰৰ সিদ্ধান্ত টানি অনা বিপজ্জনক। পুঁজিবাদ ওফৰাবলৈ গৈ লেনিনে যেতিয়া দেখিলে যে অৰ্থনীতি ভাঙি পৰিছে, তেতিয়া তেওঁ পুনৰ লেকাম ঢিলাই দি New Economic Policy-ৰ জৰিয়তে পুঁজিবাদৰ আংশিক পুনৰুজ্জীবনত সহায় কৰিছিল। মাও ছে' তুঙে পৰিস্থিতি বুজি কুও মিণ্টাঙ আৰু ঘোৰ কমিউনিষ্ট বিদ্বেষী মাৰ্কিন ৰাষ্ট্ৰপতি নিক্সনৰ লগত আলোচনা কৰিছিল।

অসমত বৰ্তমান এনে কি পৰিস্থিতি হৈছে যাৰ বাবে আল্‌ফাই চৰকাৰৰ লগত আলোচনাত বহিব লাগে ? আমি ভাবোঁ পৰিস্থিতি এনেধৰণৰ :

(১) জনগণৰ মাজত আল্‌ফাৰ গণভিত্তিক সংগঠন নথকা বাবে ৰাইজ চৰকাৰী প্ৰতিক্ৰিয়াৰ বাবে সমুলি প্ৰস্তুত নহয়। সৈন্য বাহিনীৰ অত্যাচাৰ ৰাইজৰ বাবে ভয়ানক দুঃস্বপ্ন হৈ পৰে। এই যন্ত্ৰণাৰ পৰা নিৰীহ ৰাইজক বচোৱাৰ দায়িত্ব আল্‌ফাই ল'ব লাগিব।

(২) প্ৰাথমিক পৰ্য্যায়ত কাম-কাজৰ ধাৰাত ভুল হোৱাত আল্‌ফাত বহু অপৰাধী মনোবৃত্তিৰ যুৱক সোমাই গৈছে আৰু সংগঠনলৈ কেৰেপ নকৰি বহুত কুকাৰ্য্য কৰিছে। এনেদৰে চলি থাকিলে ভিতৰৰ পৰাই সংগঠনৰ ধ্বংস অনিবাৰ্য্য। সংগঠন সংস্কাৰ কৰিবলৈ সময় লাগিব।

(৩) আল্‌ফাৰ নিজস্ব কেতবোৰ ভুল সিদ্ধান্তই দ্বান্দ্বিক নিয়ম অনুসৰি অনিবাৰ্য্য

ভাবে তেওঁলোকৰ উদ্দেশ্য আৰু নীতি বিকৃত কৰিছে। তেওঁলোকৰ "নির্মল অন্তঃকৰণ"ৰ ভিত্তিত তেওঁলোকৰ কামকাজৰ বিচাৰ হ'ব নোৱাৰে। আনহাতে তেওঁলোকৰ কামকাজৰ পৰিণামৰ ভিত্তিতে তেওঁলোকৰ নীতিৰ মূল্যায়ণ হ'ব লাগিব। সেইপিনৰ পৰা আলফাই এতিয়া আত্মসমালোচনা কৰা দৰকাৰ। সেয়ে সশস্ত্র সক্রিয়তা স্থগিত ৰখাৰ নিতান্ত প্রয়োজন। ইতিমধ্যে চৰকাৰৰ পৰা কিবা Concession আদায় কৰিব পাৰি নেকি ( অসমৰ বাবে ) চাব পাৰি।

(৪) চৰকাৰে একো নকৰে বুলি নিজে বুজি বহি থকাটো বিপ্লবী ৰণকৌশল নহয়। চৰকাৰক সুযোগ দি ৰাইজক চাবলৈ দিব লাগে, চৰকাৰৰ স্বৰূপ আৰু ভূমিকা কি ?

বাহিৰৰ কোনো নেতাই অসম সমস্যা সমাধানৰ যাদুমন্ত্র দি যাব নোৱাৰে। আমি নিজে সমস্যা অধ্যয়ন কৰি তাক শাসনলৈ আনিব লাগিব। কাণ এখন বাহিৰৰ পিনে খুলি থোৱা উচিত, কাৰণ আমি সৰ্বজান নহওঁ। কিন্তু চকু দুটা আমাৰ নিজৰ হোৱাই ভাল।

# আজিজুল হকৰ কেৰামতালি

কিছুকাল আগতে কলিকতাৰ 'বাজাৰী' ( বুৰ্জোবা ? ) কাকততে প্ৰচণ্ড খদমদম লগাই উঠি পৰীয়া তৰাৰ দৰে দুদিন পিছতে শূন্যত বিলীন হোৱা বিপ্লৱী আজিজুল হক চাহাবে এতিয়া অসমত কিছুকালৰ বাবে চাঞ্চল্যৰ সৃষ্টি কৰিছে। ব্যাখ্যাও একেই। এইবাৰ অসমীয়া ধনিক শ্ৰেণীৰে কোনো পৃষ্ঠপোষকে তেখেতৰ বিপ্লৱ-অভিযানত প্ৰেৰণা দিছে।

কলিকতাৰে এখন পত্ৰিকাত লিখিছে যে যিখন কাকতৰ মালিকে তেওঁৰ বাতৰি কাকতৰ প্ৰথম পৃষ্ঠাতে ডাঙৰ-ডাঙৰ শিৰোনামাৰে হক চাহাবৰ বিপ্লৱী ভূমিকাৰ সশব্দ প্ৰচাৰ চলাই বজাৰ গৰম কৰিছিল, সেইখন কাকতৰে কাৰ্যালয়ৰ বাটচ'ৰাত দীন-হীনৰ দৰে বহি থকা হক চাহাবৰ প্ৰতি কেৰাহি নকৰাকৈয়ে সেই মালিকজন গপগপাই গুচি গৈছিল এদিন। কথাটো প্ৰত্যক্ষ দৰ্শীয়ে কলিকতাৰ বহু প্ৰচাৰিত পত্ৰিকাতে ("প্ৰতিক্ষণ") লিখিছিল।

দুখৰ বিষয়, হক চাহাবৰ শিক্ষা নহ'ল। এতিয়াও তেওঁ অসমীয়া ধনিক শ্ৰেণীৰে এটা চামৰ মুখপাত্ৰ হৈ সিহঁতৰ মনঃপুত কেতবোৰ কথা ভাটৌৰ দৰে আওৰাই বিপ্লৱী খ্যাতি বজাই ৰাখিব খুজিছে। এই ধনিক চামে আমাৰ বহুসংখ্যক তৰুণক ভুলপথে পৰিচালিত কৰি ইতিমধ্যে তেওঁলোকৰ জীৱন ভস্মস্তূপত পৰিণত ধৰিছে আৰু জাতি তথা সমাজকো ঠেলি দিছে ভয়াবহ নৈৰাজ্যৰ অতলস্পৰ্শী অন্ধকূপৰ পিনে। ইহঁতৰে বহতীয়া ৰাজনীতিবিদ কেতবোৰে ৰাজ্যখনত পাঁচ বছৰ দপ দপাই দুৰ্নীতি আৰু মইমতালিৰ চূড়ান্ত পৰ্যায়লৈ ৰাজ্যখনক লৈ গৈছিল। মানুহৰ আগত সিহঁতে মুখ উলিয়াব নোৱাৰা হোৱাত এতিয়া সেই চাম ধনিকে বিচাৰি লৈছে সস্তীয়া খ্যাতিৰ সন্ধানত মাতাল বিপ্লৱী কেতবোৰক। আমাৰ পুৰণি প্ৰবচন এফাকি আছে :

নীচ লোকে উচ্চপদ পায়, তেৰিয়াকৈ পাগ মাৰি ঘূৰি ঘূৰি চায়।

সামন্ততান্ত্ৰিক ৰহণখিনি বাদ দিলে প্ৰবচনটো আজিও অৰ্থপূৰ্ণ। বিপ্লৱী পাগ মাৰি আমাৰ পিনে তেৰিয়াকৈ চোৱা তাত্বিক আচলতে কিমানৰ মানুহ, ভাব ভংগী আৰু কথা বতৰাতে প্ৰকাশ পায়।

যাওক সেইবোৰ কথা। কোনো উৰণীয়া বিপ্লৱীৰ মিঠা কথাত আমাৰ ৰাইজৰ পেট নভৰে। বিশেষকৈ যেতিয়া চেমনীয়া ল'ৰা ছোৱালীক তোষামোদ কৰি

তেওঁলোকক বিপজ্জনক পথৰে দৌৰাই পঠাব খোজে। (অৱশ্যে আজিকালি চেমনীয়াৰ ভিতৰত যথেষ্ট চিন্তাশীল আৰু বুদ্ধিমান ল'ৰা আছে। কটন কলেজত দুই চাৰি বিপ্লবীক ল'ৰাইঁতে ভাল শিক্ষাই দিছিল বুলি শুনা যায় !!) আচল সমস্যা হৈছে এয়ে যে বিপ্লব বস্তুটো কোনো সন্তীয়া প্ৰচাৰৰ উত্তাপত থিতাতে পকাব পৰা ফল নহয়। এনে কৃত্ৰিমভাবে পকাৰ খোজা ফলটো সোনকালেই গেলি যায়।

অচেতন আৰু অৰ্দ্ধচেতন, ৰাজনীতিৰ দীঘলীয়া অভিজ্ঞতা নথকা, জনসাধাৰণৰ মাজত সেইবোৰ সত্য পৰিষ্কাৰ হৈ নাথাকে। এই সুযোগৰ সম্পূৰ্ণ সদ্ব্যব্যহাৰ কৰে ধূৰ্ত্ত শাসক শ্ৰেণীৰ এটা অংশই। সিহঁতে হিংস্ৰতাকেই বিপ্লব বুলি বুজাই দি এচাম অনভিজ্ঞ আৰু অপৈণত মস্তিষ্কৰ তৰুণক সশস্ত্ৰ কৰি তোলে আৰু সমাজত বিশৃংখলা সৃষ্টি কৰে। শত্ৰু-মিত্ৰৰ পাৰ্থক্য ধোৱাকোঁৱা কৰি দি হয় সম্পূৰ্ণ নিৰপৰাধ, নহয় একেবাৰে দুৰ্বল শোষণকাৰী, তেনে লোকৰ প্ৰাণনাশ কৰে। কটকটীয়া সুৰক্ষাত থাকিব নোৱাৰা অথচ সমাজৰ বিশৃংখলাৰ বিৰোধিতা কৰা গণতান্ত্ৰিক বুদ্ধিজীৱীকো সিহঁতে হত্যা কৰে এনেদৰে প্ৰৰোচিত হৈ। পঞ্জাৱত কেইবাজনো গণতান্ত্ৰিক বুদ্ধিজীৱীক (চৰকাৰৰ লগত যাৰ কোনো ধৰণৰ সম্পৰ্কই নাছিল) তথাকথিত শিখ বিপ্লবীয়ে এনেদৰেই অলপতে হত্যা কৰিছে। এই ধৰণেই ইতিমধ্যে দুৰ্বল হৈ পৰা গণতন্ত্ৰৰ ভেটি চুৰমাৰ হৈ যায় আৰু ফেঁছিবাদে প্ৰতিষ্ঠা লাভ কৰে। আজি অসমৰ সমুখত আটাইতকৈ মাৰাত্মক বিপদ এইটোৱেই।

আজিজুল হক চাহাবে তেখেতৰ বিপ্লবী অভিজ্ঞতাৰ পৰা ক'ব পাৰিছে যে সত্তৰৰ দশকত পশ্চিম বংগত চৰকাৰী সাহায্যত প্ৰতিষ্ঠা বিচৰা বুদ্ধিজীৱীৰ সহায়ত চৰকাৰে বিপ্লবী অভ্যুত্থান দমন কৰিব পাৰিছিল। বিপ্লবৰ পৰা তেওঁ লোৱা আংশিক শিক্ষাত আমি আচৰিত হোৱা নাই। তেওঁ সেই সময়ৰ সকলোতকৈ গুৰুত্বপূৰ্ণ আৰু মাৰাত্মক শিক্ষা অসমৰ জনসাধাৰণৰ পৰা গোপন কৰিছে। সেইটো হ'ল এয়ে যে অতি বাওঁ (ultraleft) বিচ্যুতিত ভোগা বিপ্লবী দলে কৰা হঠকাৰিতা আৰু নিৰ্বিচাৰ নিষ্ঠুৰতাৰ সুযোগ লৈ শাসক শ্ৰেণীয়ে বহুসংখ্যক সমাজ বিৰোধীক (lumpen) দলটোৰ ভিতৰত সুমুৱাই দিবলৈ সমৰ্থ হয়। হিংস্ৰতাকে বিপ্লৱৰ লক্ষণ বুলি ধৰি লৈ নেতা চাৰু মজুমদাৰে ঘোষণা কৰে যে শত্ৰুৰ তেজেৰে হাত ৰাঙলী কৰিব নোৱাৰাজন বিপ্লবী হব নোৱাৰে। ফলত নিৰ্বিবাদে খুন কৰিব পৰাটোৱেই বিপ্লবৰ প্ৰধান লক্ষণ হৈ পৰে। সেই সুযোগতে হোৱাহোৱে দলত সুমুৱাই দিয়া গুণ্ডাপ্ৰকৃতিৰ কৰ্মীবৃন্দক জনসাধাৰণে নাম দিলে "কংসাল" (কংগ্ৰেছী+নক্সাল)। এই কংসাল বিলাকৰ বিচিত্ৰ "বিপ্লবী" কাৰ্য্যকলাপৰ ফলত দলটো জনসাধাৰণৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন হৈ পৰে।

সেই সুযোগতে দলৰ সৎ, নিষ্ঠাবান আৰু ত্যাগী কৰ্মীসকলক পুলিচ, সেনাবাহিনী আৰু নিৰাপত্তাৰক্ষী বাহিনীয়ে পাইকাৰীভাবে হত্যা কৰে। যৱনিকা পতনৰ পিছত "কংসাল" বিলাকে পুনৰ উভতি নিজা অনুষ্ঠানত আশ্ৰয় লয়হি। অসমত যে আজি এনে ঘটনা ঘটা নাই আৰু ভবিষ্যতে যে নঘটিব, তাৰ ভৰসা ক'ত?

আন সকলো মহান সিদ্ধিৰ দৰে বিপ্লৱৰো কোনো "শ্বৰ্ট কাট্" ( Short cut ) নাই। জনসাধাৰণে নিজা সংগ্ৰামেৰে তাৰ প্ৰশিক্ষণ পাব আৰু ল'ব লাগিব। ত্যাগ আৰু কষ্টৰ প্ৰয়োজন বুজিব লাগিব। কিন্তু তাৰ ঠাইত যদি ধনীৰ ওপৰত ডকাইতি কৰি তুখীয়া ৰাইজৰ মাজত তাৰ এৰেহা বিলাই দিয়া হয়, তেতিয়া জনসাধাৰণক তুৰ্নীতিগ্ৰস্ত কৰা হয়, তেওঁলোকক বিপ্লৱীতকৈ নেতাসকলৰ কিনা গোলমালতহে পৰিণত কৰা হয়। সৰ্বনশীয়া টকাৰ খেলাত বিপ্লৱী উদ্যোগ পথভ্ৰষ্ট হৈ নৰকগামী হয়। এনে ঘটনা পৃথিবীত বহুবাৰ ঘটিছে। তাতকৈ নিয়মিত শোষণধৰ্মী সমাজো ভাল বুলিব লাগিব। জনসাধাৰণে যেতিয়া বিপ্লৱৰ নামত গুণ্ডামি আৰু তুৰ্নীতিক সমৰ্থন কৰিবলৈ ধৰে, প্ৰকৃত বিপ্লৱীৰ বাবে সেইটো ভয়ানক তুশ্চিন্তাৰ কাৰণ হৈ পৰে। সেই সত্য স্বাভাবিকতে হক চাহাবে লুকুৱাব।

আমাৰ বিৰুদ্ধে হক চাহাবে "পৰেৰ মুখে ঝাল খাই" যিবোৰ তুৰ্ণাম ৰটনা কৰিছে তাৰ সত্যাসত্য নিৰ্ণয়ৰ ভাৰ ৰাইজলৈ থলোঁ। প্ৰয়োজন হ'লে প্ৰমাণ দিম বহুবছৰ ধৰি আদৰ্শৰ স্বাৰ্থতে কিমান সন্মান, বিষয়-বাব নেওচা দিছোঁ। হক চাহাবৰ পৰিচিত জগৎখনত সেইবোৰ ঘটনা তুৰ্লভ—তেওঁৰেই তুৰ্ভাগ্য। অসম গণতান্ত্ৰিক নাগৰিক সংস্থাই ভুৱা বিপ্লৱৰ ধ্বজা উৰুৱা নাই। ভুৱা বিপ্লৱে সমগ্ৰ সমাজৰ বাবে নমাই অনা বিপদৰ প্ৰতিৰোধ কৰিছে। প্ৰয়োজনত চৰকাৰী দমননীতিৰো তীব্ৰ বিৰোধিতা কৰিছে। আজিজুল হকৰ অসমীয়া পৃষ্ঠপোষক সকলে কথাটোত ঢাকোন দিয়ে আৰু তেৰেঁা সুবোধ, বাধ্য বিপ্লৱীৰ দৰে সেইসকল মহাপুৰুষে যুগুত কৰা পাঠ মুখস্থ গাই বিপ্লৱৰ অংশীদাৰ হয়। নিজৰ জীৱন বিপন্ন কৰি, কেতিয়াবা জনস্ৰোতৰ বিপৰীতে গৈ, নিজা বৈষয়িক ক্ষতি কৰি বিভিন্ন জীবিকা আৰু মতাদৰ্শৰ লোকে অসম গণতান্ত্ৰিক নাগৰিক সংস্থা গঠন কৰিছে। কেতিয়াবা তাৰ মতামত চৰকাৰৰ অনুকূল হবও পাৰে, কিন্তু তাৰ অৰ্থ এনে নহয় যে সাধাৰণভাবে অনুষ্ঠানটো চৰকাৰপক্ষীয়। মাজে সময়ে চৰকাৰৰ তীব্ৰ বিৰোধিতাও কৰা হৈছে।

এইবোৰ কথা হক চাহাবে নাজানে। "আজিজুল হক আৰু অসম শিতানত ইতিপূৰ্বে সঁকীয়াই দিয়া হৈছিল যে অসমৰ ইতিহাস, সামাজিক গাঁথনি, ৰাজনীতিৰ জটিলতাৰ জ্ঞান তেওঁৰ নাই। এতিয়া দেখা গ'ল যে বৰ্তমানৰ খবৰো হক চাহাবে নাপায়।

অথচ কেতবোৰ অতি টুলুঙা আৰু মতলবী মানুহৰ কথাকে অসমৰ বিষয়ে পৰম সত্য বুলি ধৰি লৈ তেওঁ বিপ্লৱৰ আঙঠাত ফু দিবলৈ অসমলৈ উৰি আহিছে। তেওঁৰ দেহৰ ক্ষিপ্ৰতাত মুগ্ধ হ'লেও মনৰ মূঢ়তাত বিস্মিত নহৈ নোৱাৰিলোঁ।

ব্যক্তিগতভাবে এটা কথা নকৈ নোৱাৰোঁ। আজিৰ বিপ্লৱী সকল যেতিয়া পাতছলা স্কুলৰ (বা নাৰ্ছৰি স্কুলৰ) ছাত্ৰ আছিল, তেতিয়াৰে পৰা অতিকেন্দ্ৰীভূত ভাৰতীয় ৰাষ্ট্ৰৰ বিৰুদ্ধে অসমীয়া জাতিৰ আত্মনিয়ন্ত্ৰণৰ প্ৰয়োজনৰ কথা আমি কৈ আহিছোঁ। আমাৰ কেতবোৰ যুক্তি উগ্ৰমাৰ্কা চিন্তাবিদবিলাকে কেতিয়াবা আখৰে-আখৰে পুনৰাবৃত্তি কৰাও চকুত পৰিছে (অৱশ্যে উগ্ৰজাতীয়তাবাদৰ বিপদৰ বিৰুদ্ধে নিৰ্দিষ্ট আঁচনিও আমি দাঙি ধৰিছোঁ আৰু ভাৰতৰ পৰা বিচ্ছেদৰ চিন্তাৰ বিৰোধিতা কৰিছোঁ—উগ্ৰমাৰ্কা বিলাক যিবোৰ ক্ষেত্ৰত বাহ্যজ্ঞান শূন্য।) সেয়ে "বাজাৰী" কাকতৰ গ্লেমাৰ লৈ অহা বিপ্লৱীৰ পৰা এইবোৰ কথা শিকাৰ প্ৰয়োজন আমাৰ নাই। জনসাধাৰণৰ জীৱনৰ অভিজ্ঞতাৰ পৰা আমি সেই কথাবোৰ শিকিছোঁ আৰু সেইবোৰ প্ৰচাৰ কৰা বাবেই চৰকাৰী সন্দেহৰ পাত্ৰ হৈছোঁ আৰু ফাইভ ষ্টাৰ মাৰ্কা বিপ্লৱীয়ে উপলুঙা কৰিবলৈ আজি সাহ পাইছে।

এই কথা ঠিক যে আমি সৰবজান নহওঁ। অসমৰ বহুত সমস্যা সম্পৰ্কে বাইজৰ দৃষ্টি আকৰ্ষণ কৰিলেও সকলো বিষয়ে বহলাই লিখাৰ বা সক্ৰিয় হোৱাৰ আহৰিও আমাৰ নাই। সেই বাবেই কেতবোৰ মাটি ফুটি ওলোৱা মহাপুৰুষৰ উপদেশ হজম কৰিব লাগিব নেকি?

অসমৰ সমাজ সংস্কৃতিৰ এক বৈপ্লৱিক ৰূপান্তৰৰ প্ৰয়োজন। কিন্তু সেই বিপ্লৱৰ পথ ভাৰতৰ পৰা বিচ্ছেদো নহয়, বা হত্যাকাণ্ডও নহয়। গণ আন্দোলন, গণ চেতনা, গণ শিক্ষা অবিহনে সেই বৈপ্লৱিক প্ৰচেষ্টা ব্যৰ্থ হ'বলৈ বাধ্য আৰু সেই বিপ্লৱৰ কৌশল পৰিস্থিতি অনুযায়ী বিচিত্ৰ আৰু নমনীয় হোৱা উচিত। অধ্যয়নহীন, চিন্তা-হীন আৰু ধৈৰ্য্যহীন নেতৃত্বই কেতিয়াও সেই বিপ্লৱ সফল কৰিব নোৱাৰে। বৰং ধূৰ্ত্ত, কুটিল শাসকশ্ৰেণীৰ ফান্দত পৰি সমগ্ৰ সমাজখনকে প্ৰতিক্ৰিয়াৰ গ্ৰাসত পেলাই দিব।

মাৰ্ক্সবাদৰ নাম লৈ বিপ্লৱ কৰা সকলে যেতিয়া মাৰ্ক্স "অধামূৰ্খ" বুলি ইংগিত দিয়া তাত্বিকৰ কবলত পৰে, বাংলাদেশত টুৰিষ্টৰ দৰে ফটো উঠা বাবে বিপ্লৱী নেতাক সমালোচনা কৰা কাকতে যেতিয়া সেই বিপ্লৱী নেতাৰ নিৰ্দ্দেশত হোৱা বহু "মৃত্যুদণ্ড"ৰ বৰ্বৰতা আৰু বিপদ কৌশলেৰে তল পেলাব খোজে—তেতিয়া খেদেৰে উপলব্ধি কৰোঁ যে শাসকশ্ৰেণীৰ ষড়যন্ত্ৰৰ জাল ভালদৰে বিস্তাৰিত হৈছে, জনসাধাৰণৰ ভাগ্যত অশেষ কষ্ট আছে।

হঠকাৰিতা, অমানুষিকতা, উগ্ৰজাতীয়তাবাদৰ বিৰুদ্ধে সাৰ্থক প্ৰতিকাৰ উদ্ভাৱন কৰিব নোৱাৰিলে অসমীয়া জাতিৰ আত্মনিয়ন্ত্ৰণ আকাশ কুসুমত পৰিণত হ'ব। হতাশ জনগণে অৰ্দ্ধমৃতৰ দৰে ভাৰতীয় ৰাষ্ট্ৰীয়তাৰে চৰণত মূৰ থব। কেতবোৰ বহুৰূপী বাহিৰৰ পৰা উগ্ৰবহুৰূপী ( super clown ) ভাড়া কৰি আনি সেই কথাটো সুই কৰা টান।

পুনশ্চ :

আজিজুল হকতকৈ নিৰ্ভৰযোগ্য কলিকতাৰ পুৰণা বাওপন্থী কাকতৰ সম্পাদক এজনে—যিখন কাকত বহুবাৰ ৰাষ্ট্ৰীয় দমননীতিৰ বলি হৈছে—অলপতে মোলৈ লিখিছে : "সংযুক্ত মুক্তি বাহিনীৰ কাণ্ড কাৰখানা এটাও "বিপ্লবী", কিংবা "সমাজবাদী" যেন লগা নাই—আনকি তাক "জতীয়" বুলিও বিশ্বাস কৰা টান হৈছে।"

# অসম প্ৰেমী হৰেন্দ্ৰ নাথ বৰুৱা

স্বৰ্গীয় হৰেন্দ্ৰ নাথ বৰুৱা আছিল যথাৰ্থ দেশ প্ৰেমিক। সেইবাবেই আজীৱন আশাশুধীয়া দেশ সেৱা সত্বেও তেখেত তথাকথিত গণ্যমান্য সকলৰ শাৰীত বহিবলৈ নগ'ল। আকৌ সেইবাবেই এনে এজন লোকৰ জীৱন আৰু কৃতি আমি আগ্ৰহ আৰু মনোযোগেৰে অধ্যয়ন কৰা উচিত। কাৰণ দেশ সম্প্ৰতি গভীৰ সংকটৰ সন্মুখীন। কি অসমীয়া হিছাপে, কি ভাৰতীয় হিছাপে, আমি উপলব্ধি কৰিছোঁ যে আমাৰ ভৱিষ্যত অনিশ্চয়তা আৰু বিপদৰ ভাৰবে আৱৰি ধৰিছে। আমাৰ নিজৰ দুৰ্বলতা আৰু শত্ৰুৰ চক্ৰান্তই এনে সময়তে আমাৰ পতন ঘটাব পাৰে। অথচ এনে চৰম সংকটৰ সময়তো আমাৰ মাজত প্ৰকৃত দেশপ্ৰেমিকৰ সংখ্যা আঙুলিমূৰত গণিব পৰা। এতিয়া দেশপ্ৰেমৰ কথা ক'লেই সাধাৰণ ৰাইজে সন্দেহৰ চকুৰে চায়। দেশপ্ৰেমৰ কথা কলেই তেওঁলোকে ভাবে, তেওঁলোকক দেশৰ বাবে কষ্ট আৰু ত্যাগ কৰিবলৈ লগাই দি দেশপ্ৰেমৰ কথা কোৱা সকলে নিজে দুহাতে লুটপাত কৰাত লাগি যাব। আজিৰ যুগত ব্যক্তিগত লাভ আৰু স্বাৰ্থৰ চিন্তা সকলোৰে ক্ষেত্ৰত প্ৰবল : দেশৰ কাৰণে কোনে আৰু কষ্ট কৰিব ?

আচলতে এনে চিন্তাইহে মানুহ হিছাপে আমাক সকলোকে পংগু কৰিছে। প্ৰত্যেকেই যদি দেশৰ কথা ভাবিলেহেঁতেন, তেনেহলে প্ৰত্যেকেই মানুহ হিছাপে আৰু ওপৰলৈ উঠিব পাৰিলেহেঁতেন। নিজ নিজ কৰ্মক্ষেত্ৰতো কিজানি অধিক সিদ্ধি লাভ কৰিব পাৰিলেহেঁতেন। দেশৰ কথা নভবা বাবেই আমি নিজ নিজ কৰ্মক্ষেত্ৰত নানা বাধা বিঘিনি আৰু বিপদৰ সন্মুখীন হৈছোঁ।

গুৱাহাটীৰ নতুন ধনীৰ বসতি থকা চুবুৰি বিলাকলৈ যাওক। দেখিব, প্ৰত্যেকেই নিজৰ ঘৰটোৰ ভেটি আনৰ ঘৰৰ ভেটিতকৈ ওখ কৰিবলৈ লাখ লাখ টকা খৰচ কৰিছে। ফলত প্ৰতিবাৰ বাৰিষাকালত নিয়মিত হৈ পৰা নগৰীয়া বানপানীত প্ৰতিঘৰ হাৰাশাস্তি হৈছে। তাকে নকৰি এটাইকেইঘৰ মিলি যদি গোটেই চুবুৰিটোৰ বাট-ঘাট, নলা-নৰ্দমা ঠিক কৰাত মিলিজুলি চিন্তা কৰি কেইলাখমান টকা খৰচ কৰিলেহেঁতেন, তেওঁলোকৰ এনে দুৰ্গতি নহ'লহেঁতেন। সেইবাবেই কৈছোঁ যে দেশৰ বাবে চিন্তা, দেশৰ বাবে প্ৰেমৰ মূল্য কমা নাই। এই মুহূৰ্ত্তত তাৰ প্ৰয়োজনহে সৰ্বাধিক।

দেশ যে দুৰ্যোৰ সংকটৰ মাজত পতিত তাত বিন্দুমাত্ৰ সন্দেহ নাই। চৰম মূল্য বৃদ্ধিৰ ফলত স্বচ্ছল মধ্যবিত্তৰে হায়ৰাণ অৱস্থা, চাউল-তেলবপৰা শাক-পাছলিলৈ সকলোৰে ভাবিব নোৱৰা দাম, ল'ৰাছোৱালী ডাঙৰ কৰা এটা সমস্যা, শিক্ষা-চিকিৎসা অতি ব্যয়বহুল, শিক্ষিত যুৱকচামৰ মাজত নিবনুৱা সমস্যাই হতাশা, ক্ষোভ, অপৰাধ প্ৰৱণতা বৃদ্ধি কৰিছে। সামাজিক পৰিস্থিতিও নৈৰাশ্যকৰ বুলি নোৱাৰি। হিন্দু-মুছলমানৰ কাজিয়াত প্ৰতিবছৰে কুম্ভমেলা, ৰথযাত্ৰাত মৰাৰ দৰে মানুহ মৰিবলৈ ধৰিছে। সমাজ আৰু ধৰ্মনিৰপেক্ষ হৈ থাকিব কত? ধৰ্মৰ নামত অতি অমানুষিক বৰ্বৰতা আৰু হিংস্ৰতা জঁকি উঠিছে কেউপিনে। কাশ্মীৰ, পঞ্জাব আৰু অসমত বিচ্ছিন্নতাবাদী বিদ্ৰোহে বোমা বিস্ফোৰণৰ দৰে ভাৰতৰ ঐক্য সংহতি খণ্ড খণ্ড কৰি আছে। সন্ত্ৰাসবাদে যুৱকসকলৰ মাজত অভূতপূৰ্ব জনপ্ৰিয়তা অৰ্জন কৰিছে। একো একোটা হত্যাৰ জৰিয়তে এচাম যুৱকে যেন তেওঁলোকৰ পুঞ্জীভূত ক্ষোভ, ক্ৰোধ আৰু বঞ্চনাবোধৰ প্ৰতিশোধ বিচাৰিছে। কিন্তু এনেবোৰ সমস্যাৰ ৰাজনৈতিক সমাধান উদ্ভাৱনত বিফল চৰকাৰে অৱশেষত পুলিচ মিলিটাৰিৰ হাতত আইন শৃংখলাৰ ভাৰ সম্পূৰ্ণৰূপে এৰি দিছে। অৰ্দ্ধ দানৱৰ দৰে ৰাজনৈতিক বোধহীন পুলিচ-মিলিটাৰি আৰু অৰ্দ্ধ-সামৰিক বাহিনীয়ে নিৰপত্তা ৰক্ষাৰ নামত সকলোৰে চকুৰ টোপনি কাঢ়ি লৈ গৈছে। এনে এখন দেশত মানুহে মানবীয় জীৱন যাপন কৰাই কঠিন, মানৱতাবাদীসকলৰ নানা সংকীয়নিয়ে কাম দিয়া নাই ক্ৰমাগত ভাবে অধিক বৰ্বৰতাৰ প্ৰতি, অমানবীয়তাৰ প্ৰতি আমি আগুৱাই গৈ আছোঁ।

আপোনালোকে মোক যদি সোধে, কিয় এনে অৱস্থা হৈছে, মই একে আষাৰে কম, এশবছৰীয়া স্বাধীনতা সংগ্ৰামৰ সকলো আশা আৰু সকলো সংকল্প, সকলো শপত সকলো প্ৰতিশ্ৰুতিক বিশ্বাসঘাতকতা কৰি দেশত এক শ্ৰেণীৰ লোকে অৰ্থ নৈতিক আৰু ৰাজনৈতিক ক্ষমতা একচেতিয়াভাৱে দখল কৰি ভাৰতক এটা বিশেষ পথেৰে চলাই নিয়া বাবেই আমি অৱশেষত এনে চৰম দুৰ্দশাত পৰিছোঁ। আমাৰ অসমলৈকে চাওক, ডিব্ৰুগডলৈ ব্ৰডগেজ লাইন হ'ব নে নহয়, সেইটো আমাৰ প্ৰয়োজন বা আকাংক্ষাৰ ওপৰত নিৰ্ভৰ নকৰে—নিৰ্ভৰ কৰে ৰেল দপ্তৰৰ কেতবোৰ বৰা চাহাব আৰু অসমৰ লগত বিশেষ চা-চিনাকি নথকা কেতবোৰ ৰাজনীতিবিদৰ ওপৰত। সিহঁতে বা কিয় তেনে সিদ্ধান্ত নলয়? কেতবোৰ ধনী ট্ৰাক মালিক লাভখোৰ ব্যৱসায়ী আদিৰ মুনাফা সুৰক্ষিত কৰিবৰ বাবে।

স্বাধীন ভাৰতৰ সংবিধানৰ প্ৰস্তাৱনাতে ঘোষণা কৰা হৈছিল যে দেশৰ উন্নতি, জনকল্যাণ, আৰু সামাজিক ন্যায়েই আমাৰ স্বাধীন দেশৰ ৰাষ্ট্ৰৰ মূলমন্ত্ৰ। কিন্তু

কাৰ্য্যক্ষেত্ৰত হ'ল কি? পৰিকল্পিত উন্নয়নৰ নামত পুঁজিবাদ আৰু পুঁজিবাদী শ্ৰেণীক টনকীয়াল কৰা হ'ল। তৃতীয়া ৰাইজৰ মুখৰ ভাত কাঢ়ি যি ৰাষ্ট্ৰীয়খণ্ড বা Public Sector গঢ়ি তোলা হ'ল, তাৰ প্ৰধান কাম হ'ল পুঁজিপতিবিলাকক সততে শিল্পৰ সামগ্ৰী আৰু শক্তি আদি যোগান ধৰা আৰু সিহঁতৰ উৎপাদিত দ্ৰব্যৰ সৰহভাগ কিনি লোৱা। বেংক, এল আই চি আদিয়ে তৃতীয়া উদ্যোগীয়ে ঋণ বিচাৰিলে হেজাৰটা বাহানা লগায়, কিন্তু অকাতৰে বৃহৎ পুঁজিপতিক সকলো নিয়মভংগ কৰি বিপুল পৰিমাণৰ ঋণ দিয়ে—যাৰ ফলত বেছিভাগ বেংকত লালবাতি জ্বলাৰ উপক্ৰম হৈছে। শেষত দেখা গ'ল ভাৰতৰ শতকৰা ৫০ ভাগ লোক দাৰিদ্ৰ্য সীমাৰেখাৰ তলত। অৰ্থাৎ এজন মানুহ অতি সাধাৰণভাবে খাই-বৈ জীয়াই থাকিবলৈ পিছদিনা কামলৈ যাব পৰাকৈ খাবলৈ পাবলৈ, যি পৰিমাণৰ খাদ্য লাগে সেই পৰিমাণৰ খাদ্য কিনি খাবলৈ সামৰ্থ্য দেশৰ শতকৰা ৫০ ভাগ মানুহৰ নাই। অন্যান্য প্ৰয়োজন, যেনে ঘৰবাৰী, কাঁপোৰ-কানি, শিক্ষা আদি এই হিছাপত ধৰাই হোৱা নাই। ২০০০ খৃষ্টাব্দত চৰকাৰৰ *The Challange of Education* নামৰ ১৯৮৬ চনৰ পুস্তিকাখনৰ মতে ভাৰতৰ নিৰক্ষৰৰ সংখ্যা পৃথিৱীৰ ভিতৰতে সৰ্ব্বৃহৎ হ'ব। বৰ্তমান বাজেটত ৭০০০ কোটি ঘাটি। বিদেশৰ ওচৰত ভাৰতৰ ঋণৰ পৰিমাণ ১,৪০,০০০ কোটি টকা। তাৰ সুদৰ পৰিমাণ বছৰি ভাৰতৰ সৰ্বমুঠ ৰপ্তানিৰ প্ৰায় ৬৫৫ ভাগ ধন।

এইখিনি নিৰ্মম ভেকোভাওনাৰ পিছত কেউপিনে ধুম উঠিছে Priva-tisation কৰিব লাগে, অৰ্থাৎ ৰাষ্ট্ৰৰ হাতৰ পৰা সকলো অৰ্থনৈতিক উদ্যোগ নি পোনপটীয়াকৈ পুঁজিপতিৰ হাতত তুলি দিব লাগে। World Bank আৰু I M,F'ৰ পৰামৰ্শও এয়ে। সেই অৰ্থে আগতে দেশী আৰু বিদেশী পুঁজিৰ অবাধ বিনিয়োগৰ ওপৰত যিবোৰ শাসন বা বাধা নিষেধ ৰখা হৈছিল, সেইবোৰ বাতিল কৰিব লাগে। অৱশ্যে I M F আৰু World Bank এ জানে যে ইয়াৰ ফলত দেশৰ অধিকাংশ লোকৰ মূৰত জুইৰ চৰু তুলি দিয়া হ'ব। সেয়ে তপত খোলাত পানী ছটিয়াবলৈ কিছু দাৰিদ্ৰ্য নিবাৰণ আঁচনিৰো পৰামৰ্শ সিহঁতে দিয়ে। এনে নীতি অনুসৰণ কৰি আফ্ৰিকাৰ বহু দেশ বিশ বছৰৰ ভিতৰত দুৰ্ভিক্ষ আৰু দুনীতিৰ লীলাভূমিত পৰিণত হৈছে। এই World Bank আৰু I M F'ৰ পিছত কোন আছে? বিশ্বৰ বৃহৎ পুঁজিবাদী ৰাষ্ট্ৰসমূহ বিশেষকৈ আমেৰিকা।

ভাৰতৰ এচুকত থকা আমি অসমীয়া মানুহবোৰো দেশব্যাপী এই সংকটৰ অংশীদাৰ। তাৰ ফল আমি ভোগ কৰিছোঁ কিছু বেলেগ ধৰণে। এই কথা কাৰো অবিদিত নহয় যে ভাৰতীয় ৰাষ্ট্ৰযন্ত্ৰ কোনেও অসমৰ ৰাইজৰ মূৰৰ ওপৰত জাপি দিয়া

নাই। ভাৰতৰ স্বাধীনতা সংগ্ৰামত উৎসাহেৰে যোগ দি তৰুণ ফুকন, নবীন বৰদলৈৰ পৰা গোপীনাথ বৰদলৈ, ত্যাগবীৰ হেম বৰুৱালৈকে নেতাসকলৰ নেতৃত্বত অসমৰ ৰাইজে দেশৰ স্বাধীনতা অৰ্জনত বৰঙণি যোগাইছিল। কুশল কোঁৱৰ, কনকলতা, ঠগী সুত, বাওতা কছাৰীৰ দৰে অসমীয়া শ্বহীদৰ তেজেৰে স্বাধীনতা যজ্ঞত আহুতি দিছিল। কিহৰ আশাত অসমীয়া গঞা ৰাইজে এই সংগ্ৰামত যোগ দি এনেদৰে কষ্ট ভোগ কৰিছিল হেনাৰওে? উত্তৰত শ্ৰী ৰবীন কাকতিদেৱৰ স্বাধীনতা সংগ্ৰামৰ যুগৰ এটা স্মৃতিচাৰণৰ বাবে অলপ কথা তুলি দিলোঁ:

"কুন্দাই সাউদ প্ৰায়ে পুৰা ৮/৯ মান বজাত কংগ্ৰেছ অফিচত উপস্থিত হ'বই— অফিচৰ কাৰণে বাঁহ, খেৰ কাম কৰিবলৈ ৰাইজক উলিয়াই আনি ··· সেই সকলৰ খাবৰ কাৰণে চাউল, শাক-পাছলি, মাছ আদি য'ত যি পায় সংগ্ৰহ কৰি লৈ আছে। তেওঁ নিজে নিজেই এইটো দায়িত্ব তেওঁৰেই বুলি ভাবি লৈ দিনৰ পিছত দিন ধৰি কাম কৰি গৈ আছে। দূৰৰ গাঁৱত মিটিং কৰিবলৈ হ'লে কুন্দাই সাউদ দূত হিছাপে গৈ গাঁৱৰ মুখিয়াল সকলক লগ ধৰিব, মিটিঙৰ আয়োজন, ভাত-চাহ থকা আদিৰ আয়োজনৰ কথা কোনোৱে ক'ব নালাগে।

কুন্দাই সাউদে পঢ়িব নেজানে, কিন্তু খবৰ কাগজখন দেখিলেই হাতত তুলি লৈ একান্তমনে ঘুৰাই পকাই চাব। কৰবাত হয়তো কাৰোবাৰ ঘৰত স্কুলৰ ল'ৰাকে ক'ব—'এই পঢ়চোন কি লেখিছে।' একান্তমনে শুনিব।'

এনে লোক সকলে কি সপোন দেখি দেহমন দেশৰ কামত সম্পূৰ্ণ নিবেদন কৰিছিল? ৰবীন কাকতিদেৱে লিখিছে: স্বৰাজৰ বিশেষ তাৎপৰ্য্য তেওঁলোকে বুজা নাছিল—স্বৰাজ মানে দুখীয়া ৰাইজৰ ভাল হ'ব, দুখ-দুৰ্গতি গুচিব, দেশ ধনে-ধানে নদন-বদন হ'ব।'

কুন্দাই সাউদ দেশপ্ৰেমিক আছিল। দেশ অৰ্থাৎ জনসাধাৰণৰ অভাৱ অভিযোগ, আশা-আকাংক্ষা নিজৰ কৰি লৈছিল। এনে নিৰক্ষৰ, অভাৱী আৰু সমাজৰ অৱহেলিত লোক সকলেই ৰাইজৰ লগতে অসমৰ উন্নতিৰ সপোনো দেখিছিল। স্বাধীনতাৰ আগতেই মাধৱ বেজবৰুৱা, গোপীনাথ বৰদলৈ আদি অসমীয়া নেতা সকলে অসমত বিশ্ববিদ্যালয় পতাৰ বাবে যি আন্দোলন কৰিছিল তাত এনে নিৰক্ষৰ লোকেই উৎসাহেৰে সঁহাৰি দিছিল। এই সকল সাধাৰণ লোকৰ আশা-আকাংক্ষাক নিজৰ আপোন কৰি ল'ব পৰা বাবেই গোপীনাথ বৰদলৈদেৱ লোকপ্ৰিয় হৈছিল।

কিন্তু কাৰ্য্যক্ষেত্ৰত দেখা গ'ল যে অসমীয়া ৰাইজৰ সেই আশা-আকাংক্ষা পূৰণ নহ'ল। কিন্তু স্বাধীনতাৰ পিছত অসমৰ উন্নতিৰ হাৰ আন আন অঞ্চলতকৈ পিছ পৰি

থাকে। শিল্পায়ন আৰু যাতায়াতৰ যি কণ উন্নতি হ'ল তাৰ সহায়ত অসমীয়া কৃষকে ঠুপইচা পোৱাতকৈ বাহিৰৰ ব্যৱসায়ীয়ে অধিক লাভ কৰাৰ সুযোগ পালে। নিবন্নুৱা সমস্যা দুৰাৰোগ্য কঠিন ব্যাধিত পৰিণত হ'ল। যি সামান্য ৰাজ্যিক আয় তাৰ ভাগবাটোৱাৰা লৈ কাজিয়া কৰি অসমৰ বিভিন্ন জনগোষ্ঠীৰ ঐক্য সম্প্ৰীতি ভাঙি ছেদেলি-ভেদেলি হ'ল। দিল্লীত গঢ়লৈ উঠা পুঁজিবাদী শ্ৰেণীৰ সাৰথি অতিকেন্দ্ৰীভূত ৰাষ্ট্ৰই অসমৰ এই করুণ পৰিস্থিতিৰ বাবে যথাযোগ্য ব্যৱস্থা লোৱাৰ প্ৰশ্নই নুঠে। অসমীয়া ৰাইজে ৰিফাইনেৰিৰ বাবে, ব্ৰহ্মপুত্ৰৰ ওপৰত দলঙৰ বাবে, আন্দোলনত নামিবলগীয়া হ'ল। অৱশেষত খঙে ক্ষোভে ধিক্কাৰ লাগি এচাম যুৱকে ইতিহাসৰ সোঁত ওভোটাই বোৱাবলৈ হাতত অস্ত্ৰও তুলি ল'লে অসমক স্বতন্ত্ৰ স্বাধীন ৰাজ্য কৰিবলৈ।

এইখিনিতে প্ৰশ্ন উঠে, দিল্লীৰ বিৰুদ্ধে চিঞৰ-বাখৰ কৰা অসমীয়া মধ্যবিত্তই স্বদেশ-স্বজাতিৰ বাবে বিশেষ কি কৰিলে? পাঠ্যপুথি আৰু বাতৰি কাকতত তেওঁলোকে জাতীয়তাবাদী উন্মাদনাৰ ঢল নমাই দিলে। কিন্তু যৎসামান্য সম্বলেৰে হ'লেও জাতীয় অৰ্থনীতি আৰু সংস্কৃতি টনকিয়াল কৰিবলৈ কি কৰিলে? ৰাজ্যত শিল্পায়নৰ বাতাবৰণ গঢ়িবলৈ কি কৰিলে? কৃষিৰ উন্নতিৰ বাবে কি কৰিলে? তেনে কোনো গঠনমূলক কৰ্মসূচী হাতত লৈ নিষ্ঠাৰে কোনো কাম নকৰিলে। চিধা চিধিকৈ ক'বলৈ হ'লে ৰাজ্যচৰকাৰটোক কামধেনু হিচাপে ব্যৱহাৰ কৰি ৰাইজৰ উপাৰ্জিত আৰু প্ৰাপ্য সম্পদৰ সৰহভাগ চুঁচিমাজি তেওঁলোক নিজে নিপোটল হ'ল। অধিক কি, অসমীয়া জোৰ জবৰদস্তিকৈ ৰাজ্যভাষাত পৰিণতি কৰি তাক অসমবাসী জনগণৰ মাজত প্ৰতিষ্ঠা কৰিবলৈ ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ আৰ্হিত অসমীয়া ভাষা প্ৰচাৰ সমিতি এটা গঢ়িব নোৱাৰিলে। এনে স্বাৰ্থপৰতাৰ পৰিণামত বঞ্চিত, অৱহেলিত জনগোষ্ঠীবোৰৰ মাজত বিদ্ৰোহে দেখা দিলে, অসমীয়াৰ প্ৰতি তেওঁলোকৰ মনত অসন্তোষ আৰু সন্দেহ গাঢ় হ'ল, তেওঁলোকে বেলেগ ৰাজ্য বিচৰা হ'ল। প্ৰয়োজন আছিল গোপীনাথ বৰদলৈৰ প্ৰজন্মৰ পৰা আৰু দুখোজ আগুৱাই নতুন অসম গঢ়াৰ বাট উলিওৱাৰ। কিন্তু কাৰ্য্যক্ষেত্ৰত বৰদলৈদেৱৰ লক্ষ্য সমূহকে আন্তৰিকতাৰে পূৰণ কৰা নহ'ল। ফলত অসমীয়া মধ্যবিত্তও অসমীয়া জনসাধাৰণৰ পৰা বিচ্ছিন্ন হৈ পৰিছে। এতিয়া আকৌ ইংৰাজী মাধ্যমৰ মোহত পৰি নিজৰ শিপাও জনসাধাৰণৰ মাজৰ পৰা উঘালি আনিবলৈ বিচাৰিছে।

সেইবাবেই প্ৰকৃত দেশপ্ৰেমিক সকলৰ স্বৰূপ আৰু তেওঁলোকৰ ভূমিকা, তেওঁলোকৰ কৰ্মক্ষেত্ৰ আৰু কাৰ্য্যপন্থা সম্পৰ্কে পুনৰ বিচাৰ কৰি চোৱাৰ প্ৰয়োজন

হৈছে। যি ভুল পথেৰে আমি আগুৱাই আছিলোঁ, সেই পথ পৰিহাৰ কৰি আমি নতুন পথ অৱলম্বন কৰিব নোৱাৰিলে আমাৰ জাতীয় সংকট ঘনীভূত হ'ব। ১৯৪৬ চনত মহাত্মা গান্ধীয়ে অসমৰ অস্তিত্বৰ এক সংকটৰ সময়ত অসমৰ নেতাসকলক কৈছিল :

"If you donot act correctly and now, Assam will be finished. Assam must not lose its soul, it must uphold it against the whole World."

কিন্তু অসমৰ আত্মৰক্ষাৰ পথ কি, সেই বিষয়ে পৰিষ্কাৰ ধাৰণা থকা দৰকাৰ। বৰদলৈ, অমিয় কুমাৰ দাস, হৰেন্দ্ৰ নাথ বৰুৱা, বিজয় ভাগৱতী, মহেন্দ্ৰমোহন চৌধুৰী আদি নেতাৰ নেতৃত্বত অসমত যি সংগ্ৰাম ১৯৪৫-৪৬ চনত চলিছিল, সেই সংগ্ৰামত ৰক্তপাত কৰাৰ প্ৰযোজন হোৱা নাছিল। সাম্ৰাজ্যবাদী বৃটিছৰ চক্ৰান্ত আৰু সাম্প্ৰদায়িকতাবাদী মুছলিম লীগৰ প্ৰৰোচনা সত্বেও অন্য গোষ্ঠীৰ লোকক আক্ৰমণ কৰা হোৱা নাছিল। অথচ সেই সংগ্ৰামত অসম জয়ী হৈছিল।

হৰেন্দ্ৰ নাথ বৰুৱা আছিল এক গণতান্ত্ৰিক দেশপ্ৰেমৰ যুগৰ মানুহ। সেই ৰাজনীতিয়ে জনগণৰ দাবী আৰু অধিকাৰকে মুখ্য স্থান দিছিল। তাৰ কাৰণ এনে নহয় যে নেতা সকল দয়ালু দেৱদূত হৈ জনগণক ত্ৰাণ কৰিছিল। বৰং এনেদৰে কলেহে ঠিক হ'ব যে সেই ঐতিহাসিক সময়ত অসমৰ জনগণে নিজৰ ভাগ্য নিজে নিৰ্দ্ধাৰণ কৰিবলৈ, পৰাধীনতাৰ শিকলি দলিয়াই দি, নিজৰ বৈষয়িক আৰু সাংস্কৃতিক উন্নতি বিচাৰিছিল। নেতাসকলে সেই সময়ত তাৰ প্ৰতি সঁহাৰি দিছিল। সেয়ে তেওঁলোকৰ ৰাজনীতি মধ্যবিত্ত নিয়মতান্ত্ৰিক ৰাজনীতিত আৱদ্ধ নাথাকি গণতান্ত্ৰিক ৰাজনীতিত পৰিণত হৈছিল। বৃটিছ আমোলত বৰদলৈৰ প্ৰথম মন্ত্ৰীসভাৰ প্ৰথম সিদ্ধান্ত আছিল—মাটিৰ খাজনা হ্ৰাস। অসমক ৰক্ষা কৰাৰ অন্যতম অৰ্থ আছিল অসমৰ মাটি অসমৰ থলুৱা জনগণৰ বাবে ৰক্ষা কৰা। মধ্যবিত্তই গণতন্ত্ৰৰ যি অৰ্থ কৰে, যেনে বাক্ স্বাধীনতা বা আইনৰ শাসন, তাতেই তেওঁলোকৰ ৰাজনীতি বন্দী হৈ থকা নাছিল। এই কথাটো নুবুজি আজি-কালিৰ বহু সুবিধাবাদী তাত্বিকে "গণবাদী" ৰাজনীতিৰ কথা কয়—যেন মধ্যবিত্ত স্বাধীনতাৰ বাহিৰত জনগণৰ অভাৱ পূৰণৰ বাবে ৰাষ্ট্ৰীয় উদ্যোগ লোৱাটো গণতন্ত্ৰৰ বিকৃতিহে। গণবাদী বিকৃতি তেতিয়া হয়, যেতিয়া জনগণৰ নামত "গৰিবী হটাও" আদি ধ্বনি দি জনগণক প্ৰৱঞ্চিত কৰা হয়। কোৱা বাহুল্য যে বৰদলৈ আৰু তেখেতৰ সহকৰ্মী বন্ধু হৰেণ বৰুৱা তাৰ পৰা ভালেমান দূৰত আছিল।

বৰদলৈৰ পিছতে এনে গণতান্ত্রিক গণতন্ত্রৰ ঠাইত কংগ্রেছে আঁকোৱালি লৈছিল গণবাদী গণতন্ত্রক। বৰদলৈৰ কংগ্রেছৰ অৱস্থা সম্পর্কে সেয়ে স্বর্গীয় বৰুৱাই লিখিবলৈ বাধ্য হৈছিল :

"বৰদলৈ ভাওবীয়াৰ মৃত্যুৰ পিছত অসমৰ কংগ্রেছ দলত তীব্র দলাদলিৰ উদ্ভৱ হয় আৰু বৃহত্তৰ অসম গঠনৰ কথাই নাই—হৈ থকা অসম ৰাজ্যতো ভাঙোন আৰম্ভ হয়। ইয়াৰ নেতাসকলে ৰাজ্যখনৰ স্বার্থতকৈ নিজৰ প্রতিষ্ঠাৰ কাৰণে অধিক তৎপৰ হ'বলৈ ধৰে। কংগ্রেছত অৱনতি আৰু দলাদলিয়ে দেখা দিয়ে। এই পৰিস্থিতিতে এই লেখককে ধৰি অসমৰো এদল কংগ্রেছীয়ে কংগ্রেছ পৰিত্যাগ কৰে" ( গোপীনাথ বৰদলৈ অসম প্রকাশন পৰিষদ, ১৯৭৯, পৃঃ ৪৮ )

স্বর্গীয় বৰুৱাৰ জীৱনৰ সকলো পর্য্যায়ৰ লগত মই সমানে পৰিচিত নহওঁ। মই নজনা দিশবোৰত যোগ্যতাৰ ব্যক্তিয়ে পোহৰ পেলাব পাৰিব। কিন্তু দুটামান দিশত তেখেতৰ অৱদান সকলোৱে একবাক্যে স্বীকাৰ কৰে। প্রথমতে উল্লেখ কৰিব লাগিব সাংবাদিক হিচাপে তেখেতৰ বৈশিষ্ট্য। অসমৰ স্বাধীনতা আন্দোলনৰ এক অতি গুৰুত্বপূর্ণ পর্য্যায়ত তেখেতে সাদিনীয়া আৰু পিছলৈ তিনিদিনীয়া অসমীয়া কাকতৰ সম্পাদকৰ দায়িত্ব গ্রহণ কৰে আৰু সুদীর্ঘ কাল ধৰি সেই দায়িত্ব নিষ্ঠাৰে পালন কৰি স্বাধীনতা যুঁজত অসমক আগবঢ়াই নিয়ে। সেই সময়ত কংগ্রেছে এক বিপুল গণআন্দোলনৰ ৰূপ লৈছিল। জনগণৰ অংশ গ্রহণে এহাতে তাৰ শক্তি বহুগুণে বঢ়াই তুলিছিল, আনহাতে প্রতি মুহূর্ত্ততে সঠিক নেতৃত্ব আৰু দিহা পৰামর্শৰে তাক পথভ্রষ্ট নোহোৱাকৈ ৰখাত নেতৃত্বৰ দায়িত্ব আৰু উৎকণ্ঠাও বৃদ্ধি কৰিছিল। এনে সময়ত অসমীয়াৰ দৰে এখন কাকতত সমসাময়িক ঘটনাৱলীৰ সঠিক বিশ্লেষণ আৰু ভৱিষ্যতৰ সঠিক পথ নির্দ্দেশে গণ আন্দোলনত ফলপ্রসূ কৰাত ভালেখিনি সহায় কৰিছিল। সেই সময়ৰ গণতান্ত্রিক আদর্শ আৰু প্রেৰণা এনে কামৰ বাবে আছিল প্রধান সম্বল। উত্তেজিত আৰু উৎসর্গিত জনতাক সঠিক পথ নির্দেশ দিব নোৱাৰিলে তাৰ পৰিণাম কি হ'ব পাৰে অসম আন্দোলনৰ কেতবোৰ ভয়াবহ ঘটনাই আমাক সোঁৱৰাই আছে। আজিও সেই বিষয়ে সাংবাদিকসকল সজাগ হোৱাৰ প্রয়োজন আছে।

সেই সময়ত ভাৰতৰ স্বাধীনতাৰ লক্ষ্য জনসাধাৰণে ৰিণিকি ৰিণিকে দেখা পাইছিল দূৰণিৰ পৰা।

কিন্তু স্বাধীন ভাৰতত অসমৰ কি হয় সেইটো আছিল সম্পূর্ণ অনিশ্চিত। সাম্রাজ্যবাদী ইংৰাজ শাসক শ্রেণী অসমৰ ভৱিষ্যত সম্পর্কে সম্পূর্ণ উদাসীন আছিল।

তেওঁলোকে অসমৰ নানা জনগোষ্ঠী আৰু সম্প্ৰদায়ক কংগ্ৰেছ তথা অসমীয়া জনগোষ্ঠীৰ বিৰুদ্ধে উচতাই দিছিল, আনহাতে মুছলিম লীগৰ সহায়েৰে সমগ্ৰ অসমখনকে এক সাম্প্ৰদায়িক ৰণাঙ্গণত পৰিণত কৰিবলৈ বিচাৰিছিল। বিশেষকৈ চাহ উদ্যোগৰ মালিকীস্বত্বৰ বাবে অসমত তেওঁলোকে এনে ষডযন্ত্ৰত লিপ্ত হোৱা বুলি ধৰিব পাৰি। অৰ্থাৎ অসম এপিনে সৰু সৰু গোষ্ঠীৰ দ্বন্দ্বত ছিন্নভিন্ন হৈ যোৱাৰ সম্ভাৱনা, আনহাতে সাম্ৰাজ্যবাদৰ বহুতীয়া এক বৃহৎ অনা-অসমীয়া ৰাষ্ট্ৰৰ গ্ৰাসত লুপ্ত হোৱাৰ সম্ভাৱনা।

বিশেষকৈ মুছলীম-লীগ মন্ত্ৰীসভাৰ "পাকিস্থান" গঠনৰ ষডযন্ত্ৰ আছিল অতি ভয়ানক। লীগৰ লাহোৰ অধিবেশনত অসমক প্ৰস্তাবিত পাকিস্থানৰ অন্তৰ্ভুক্ত কৰাৰ দাবী প্ৰথমে তোলা হয়। সেই সময়তে ছাৰ ছাতুল্লাই তেওঁৰ বহুদিনৰ স্বতন্ত্ৰীয়া স্থিতি বাদ দি ৰাজনৈতিকভাৱে আত্মৰক্ষা কৰিবলৈ মুছলিম লীগত যোগ দিয়ে। তাৰ আগতে নিজস্ব গণভিত্তিৰ কথা তেওঁ ভাবিবলগীয়া হোৱা নাছিল। কিন্তু ১৯৩৫ চনৰ শাসন সংস্কাৰৰ পিছত নিজৰ ৰাজনৈতিক প্ৰতিষ্ঠা অব্যাহত ৰথাৰ তেওঁ উগ্ৰ সাম্প্ৰদায়িকতাবাদী মুছলিম লীগৰ শৰণ লয় আৰু অনিচ্ছা সত্বেও তাৰ সম্প্ৰসাৰণবাদী নীতিৰ যন্ত্ৰত পৰিণত হয়। ১৯৪১ চনত লোকপিযল নহলেও কৃত্ৰিমভাৱে মুছলমানৰ সংখ্যা বহুখিনি বঢাই ৩৫ লাখ কৰে, আনহাতে হিন্দুৰ সংখ্যা ৭ লাখ কমকৈ দেখুৱায়। অসমীয়া আৰু জনজাতীয় খেতিয়কৰ ৰক্ষাকবচ হিচাপে প্ৰস্তুত কৰা লাইন ছিষ্টেম ৰহিত কৰে আৰু পূৰ্ববংগৰ পৰা উত্তাল জনপ্ৰব্ৰজনত উৎসাহ দিয়ে। তাৰ ফলত অসমৰ থলুৱা কৃষক সমাজত প্ৰবল ক্ষোভ আৰু উত্তেজনাৰ সঞ্চাৰ হয় আৰু পাকিস্থান সৃষ্টিৰ ৰাজনীতিয়ে তাক বনজুইত পৰিণত কৰে। (পূৰ্বোক্ত গ্ৰন্থ, ১৯৪৫) ইয়াক লৈ অসম কংগ্ৰেছৰ তৰফৰ পৰা নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ (AICC) ওচৰত বহুবাৰ সৰ্জাতী দল গৈ স্মাৰক পত্ৰ দিয়ে। সৰ্বভাৰতীয় কংগ্ৰেছে প্ৰশ্নটোৰ প্ৰতি সহানুভূতি অনুভৱ কৰিলেও নিজৰ ধৰ্মনিৰপেক্ষ চৰিত্ৰ হেৰোৱাৰ আশংকাত সেই বিষয়ে বলিষ্ঠ ৰাজহুৱা বক্তব্য দাঙি নধৰিলে। অতি সুখৰ কথা যে অসম কংগ্ৰেছেও ধৰ্মনিৰপেক্ষতাৰ নীতি দৃঢতাৰে অনুসৰণ কৰে তাত ধৰ্মীয় সাম্প্ৰদায়িকতাৰ চেকা লাগিবলৈ নিদিলে। এই ক্ষেত্ৰতো বৰদলৈদেৱৰ ত্যাগবীৰ হেম বৰুৱাৰ নেতৃত্ব আৰু স্বৰ্গীয় বৰুৱাদেৱৰ সাংবাদিকতাই সুস্থ পৰম্পৰা ৰচনাত সহায় কৰিছিল। এই কাৰণতে অসমত বিপুল গণ আন্দোলন সত্বেও নোৱাখালি আৰু কলিকতাৰ দৰে নৃশংস নৰমেধ যজ্ঞ হ'ব নোৱাৰিলে। ৰাজনৈতিক আৰু বৌদ্ধিক নেতৃত্বৰ এই সংযম আৰু সুস্থ মনোবৃত্তিয়ে অসমৰ ৰাজনৈতিক পৰিৱেশ

দুষিত নোহোৱাকৈ ৰাখিছিল। আনহাতে অসমৰ থলুৱা ৰাইজৰ ন্যায্য দাবীও বলিষ্ঠভাবে দাঙি ধৰিছিল।

এই পৰিস্থিতি কেনে অগ্নিগর্ভ আছিল আন এক দিশৰ পৰ্য্যালোচনাই পৰিষ্কাৰ কৰি দিয়ে। চল্লিশৰ দশকটোত অসমীয়া থলুৱা ৰাইজৰ মাজতো নানা গোষ্ঠীগত বিবাদে দেখা দিয়ে। ১৯৩৫ ত শাসন সংস্কাৰৰ পিছত প্ৰতি জনগোষ্ঠী নিজৰ ৰাজনৈতিক অধিকাৰ সম্পৰ্কে সচেতন হৈ পৰে। আচলতে হিন্দু ধৰ্মৰ পৰম্পৰাগত জাতি-ভেদৰ উপৰিও ঘাইকৈ সাম্ৰাজ্যবাদী নীতিৰ ফলত অসমৰ বহু জনগোষ্ঠী অৱহেলিত আৰু অনুন্নত হৈ আছিল। চাহবাগানৰ পৰা বছৰি কোটি কোটি পাউণ্ড আয় কৰা ব্ৰিটিছ বিলাকে থলুৱা ৰাইজৰ শিক্ষাৰ উন্নতিৰ প্ৰতি কেনে উদাসীন আছিল বহলাই নকলেও চলে। এখন নতুন হাইস্কুল, এখন কলেজ পতাও দুঃসাধ্য ঘটনা আছিল। তেনেদৰে পিছপৰি থকা জনগোষ্ঠীসমূহক পৰম্পৰাগত দৃষ্টিৰে বহু অসমীয়া বৰ্ণ হিন্দুৱে অবজ্ঞাও কৰিছিল। ফলত তেওঁলোকৰ ভবিষ্যত অনিশ্চিত আৰু বিপদসংকুল হৈ পৰিছিল।

১৯৩৫ চনত গবৰ্ণৰ ছাৰ মাইকেল্ কীন্ আহোম এছোচিয়েশ্যনৰ বাৰ্ষিক অধিবেশনত উপস্থিত থাকে। ১৯৩৮-৩৯ চনত সংযুক্ত মন্ত্ৰীসভাত এজনো আহোম সদস্য অন্তৰ্ভুক্ত নোহোৱাত শিক্ষিত আহোমৰ মাজত অসন্তোষ ঘনীভূত হয়। ১৯৪০ চনত ভুবনচন্দ্ৰ গগৈৰ মৃত্যুত খালী হোৱা আসনখন কোনো কংগ্ৰেছী আহোম সদস্যক নিদিয়াত আনকি এচাম কংগ্ৰেছী আহোমো বিতুষ্ট হৈ পৰে ( Political History of Assam, Govt of Assam Vol III ) তাৰ পিছতো সুৰেন্দ্ৰনাথ বুঢ়া গোহাঁইৰ দৰে তেজস্বী নেতাৰ নেতৃত্বয়ো আহোম জনসাধাৰণক কংগ্ৰেছৰ জাতীয় আন্দোলনৰ পৰা আঁতৰাই নিব নোৱাৰিলে। বিয়াল্লিশত কুশল কোঁৱৰৰ উপৰিও আন বহু সাধাৰণ শ্ৰমজীৱী আহোমে অংশগ্ৰহণ কৰে। এইবোৰ সময়ত স্বৰ্গীয় হৰেন্দ্ৰনাথ বৰুৱাই এহাতে সাম্প্ৰদায়িকতাক চোকা ভাষাত গৰিহণা দিছিল, আনহাতে আহোমসকলৰ ন্যায্য আশা আকাংক্ষাৰ প্ৰতি প্ৰয়োজনীয় সঁহাৰি দিবলৈ অসম কংগ্ৰেছৰ নেতৃত্বক সঁকীয়াই দিছিল। দূৰদৰ্শিতাৰ সামান্য হীনদেটি হোৱা হ'লেও তেতিয়াৰ সাংবাদিকতা আহোম বিদ্বেষী প্ৰচাৰে কলুষিত কৰিলেহেঁতেন। এই ক্ষেত্ৰতো দেখা যায় সৰ্ব সাধাৰণ ৰাইজৰ অভাৱ অভিযোগৰ প্ৰতি সচেতন, সহানুভূতিশীল মনোভাৱে অসমৰ নেতৃত্বক সংকীৰ্ণতাৰ পৰা মুক্ত ৰাখিলে আৰু এক মহত্বৰ আৰু প্ৰশস্ততৰ মতাদৰ্শৰ প্ৰভাবেৰে সাম্প্ৰদায়িকতাক শাসনত ৰাখিব পাৰিলে।

এই পৰিস্থিতিয়ে আৰু সাংঘাতিক ৰূপ লৈছিল থলুৱা জনজাতিৰ আন্দোলনত। হিন্দু সমাজৰ জাতি ভেদ আৰু উচ্চ-নীচ বিচাৰত শিক্ষিত জনজাতীয় সকল এনেয়ো

ক্ষুব্ধ হৈ আছিল। কিন্তু পমুৱাৰ সোঁতৰ আগত যেতিয়া খেৰকুটাৰ দৰে তেওঁলোকৰ খেতিপথাৰ, ঘৰবাৰী উটি যাবলৈ ধৰিলে নিৰাপত্তাৰ সন্ধানত তেওঁলোক বিতত হ'ল। ১৯৩৮ ৰ পৰা কেইবছৰমান ছাৰ ছাদুল্লাই তেওঁলোকক প্ৰলোভন দি লগত ৰাখিলে।

লোকপিয়লত জনজাতীয সকলক বেলেগে দেখুবাৰ আৰু বিধানসভাৰ আসন সংৰক্ষণৰ প্ৰতিশ্ৰুতি দি তেওঁ জনজাতীয় সকলৰ আনুগত্য কিছুদূৰ আদায় কৰিবলৈ সমৰ্থ হ'ল। কিন্তু ১৯৪৫ চনত পমুৱা লোকক জধে-মধে অসমৰ মাটি দখল কৰিবলৈ সুবিধা দিয়াত জনজাতীয় নেতাসকল লীগ বিৰোধী হৈ উঠে। এই সুযোগতে বৰদলৈয়ে শিলঙত জনজাতীয় নেতাসকলৰ লগত এখন বিস্তাৰিত চুক্তি সম্পাদন কৰি তেওঁলোকৰ মাটি, সাংস্কৃতিক সত্তা আৰু ৰাজনৈতিক অধিকাৰব সুৰক্ষাৰ প্ৰতিশ্ৰুতি দিয়ে আৰু চিৰকাললৈ লীগৰ কৰাল প্ৰভাৱৰ পৰা তেওঁলোকক মুক্ত কৰে। অসমো সাম্ৰাজ্যবাদী নাগপাশৰ পৰা কিছুকালৰ বাবে আঁতৰি আছে।

অসম কংগ্ৰেছৰ জটিল আলাপ-আলোচনা আৰু ৰাজনৈতিক বুজাপৰা বোৰত স্বৰ্গীয় বৰুবাই বিচক্ষণ সাংবাদিকতাৰে সহায় কৰে। আনকি বৰদলৈ দেৱৰ অনুৰোধত তেওঁ Reflections on Assam Cum Pakistan নামৰ কিতাপ এখন ৰচনা কৰে। কিতাপ খনত বৰদলৈ দেবৰ এখনি ভূমিকা আছে। বহু প্ৰচাৰিত এই কিতাপখন Hindusthan Standard, Hindusthan Times আৰু Hindu আদি ভাৰতৰ আগশাৰীৰ জাতীযতাবাদী কাকতত উচ্চ প্ৰশংসিত হয। অসমৰ সংকটময় পৰিস্থিতিৰ কথা ভাৰতৰ সুধী সমাজে কিছু উপলব্ধি কৰিব পাৰে।

অসমৰ এই আটাইবোৰ সংকটত ব্ৰিটিছ সাম্ৰাজ্যবাদৰ ভূমিকা স্পষ্ট। অথচ আমি আজি এনে ধুঁৱলি কুঁবলি চিন্তাত অভ্যস্ত হৈ পৰিছোঁ যে নতুনকৈ আন্তৰ্জাতিকতাৰ নামত এচাম তাত্বিকে ব্ৰিটিছ সাম্ৰাজ্যবাদৰ গুণগান আৰম্ভ কৰিছে। তেওঁলোকে দঢ়াই দঢ়াই কয় যে ব্ৰিটিছ অসমলৈ নহা হ'লে অসম মধ্যযুগৰ গৰাহত পৰি থাকিল-হেঁতেন, ব্ৰিটিছেই অসমক উদ্ধাৰ কৰিলে।

ব্ৰিটিছে অসমক উদ্ধাৰ কৰিবলৈ বংগদেশৰ অবিচ্ছেদ্য অংগ শ্ৰীহট্টক অসমৰ লগত চামিল কৰিলে। কোনো পক্ষৰে প্ৰতিবাদলৈ কৰ্ণপাত নকৰিলে। তাৰ পিছৰপৰা অসমৰ ৰাজনীতিত দুই উপত্যকাৰ এক তিক্ত দলাদলি চলি আহিছে। ১৯০৫ চনত অসম খনক পূৰ্ব বংগৰ লগ লগাই দিলে। ১৯১১ চনতহে অসম পুনৰ স্বতন্ত্ৰ প্ৰদেশ হ'ল। ১৯১৯ চনত শাসন সংস্কাৰৰ পৰা চাহ খেতিয়ক চক্ৰৰ পৰামৰ্শ মতে অসমক নিলগত ৰাখিবলৈ বিচাৰে। চল্লিশৰ দশকত সাম্প্ৰদায়িক বিবাদত উচটনি দিয়ে। ব্ৰিটিছৰ

এই চমৎকাৰ উদ্ধাৰ কাৰ্য্যৰ আটাইতকৈ মাৰাত্মক আছিল Cabinet Missionৰ সমষ্টি আঁচনি বা grouping scheme.

স্বাধীনতা সংগ্ৰামৰ প্ৰবল হেঁচাত ব্ৰিটিছ সাম্ৰাজ্যবাদ পিছ হুহকিবলৈ বাধ্য হ'ল। দ্বিতীয় মহাযুদ্ধৰ পিছত শ্ৰমিক দলৰ চৰকাৰে ভাৰতক স্বাধীনতা দিবলৈ সিদ্ধান্ত কৰে। কিন্তু ব্ৰিটিছৰ আশ্ৰয়ত লালিত পালিত মুছলিম লীগক আঙুলিয়াই দি তেওঁলোকে ক'লে হিন্দু আৰু মুছলমান দুই ধৰ্মৰ লোক এখন দেশত থাকিব নোৱাৰে। সেই প্ৰশ্নৰ ফয়ছলা নোহোৱা পৰ্য্যন্ত ভাৰতক স্বাধীনতা দিয়া কঠিন। ইতিমধ্যে জিন্নাই স্বকীয়া "পাকিস্থান" দেশৰ দাবী তুলিবলৈ ধৰিলে। শেষত ঐতিহাসিকভাবে অখণ্ড ভাৰত বিভক্ত হ'ল। শেষ পৰ্যন্ত মহাত্মা গান্ধীয়ে দেশ বিভাজন মানি লোৱা নাছিল। আন কংগ্ৰেছ নেতা সকলেও বহুদিন তাৰ বিৰুদ্ধে প্ৰতিৰোধ চলাইছিল।

দুই পক্ষক সন্তুষ্ট কৰাৰ উদ্দেশ্যেৰে Grouping Scheme এটা ১৯৪৬ চনৰ Cabinet Mission এ ভাবতলৈ লৈ আনে ব্ৰিটিছ মন্ত্ৰীসভাৰ পিনৰপৰা। ইয়াৰ মতে ভাৰতত প্ৰদেশবোৰ থাকিব আৰু কেন্দ্ৰীয় চৰকাৰো থাকিব, কিন্তু বহুকেইটা গুৰুত্বপূৰ্ণ বিষয়ত ক্ষমতা আৰু কৰ্তৃত্ব থাকিব group চৰকাৰৰ। সমগ্ৰ ভাৰতৰ প্ৰদেশবোৰক এই উদ্দেশ্যে তিনিটা section ত ভাগ কৰা হ'ল। প্ৰতি sectionত অন্তৰ্ভুক্ত প্ৰদেশবোৰৰ প্ৰতিনিধি থাকিব আৰু তেওঁলোকে মিলিজুলি প্ৰতিখন প্ৰদেশ আৰু প্ৰদেশবোৰৰ মিলিত group ৰ সংবিধান ৰচনা কৰিব। অসমক বংগদেশৰ লগত এটা section ৰ অন্তৰ্ভুক্ত কৰা হ'ল। এইক্ষেত্ৰত সাম্ৰাজ্যবাদী চক্ৰান্ত অসমৰ নেতা সকলৰ চকুত পৰিষ্কাৰ হৈ আছিল। কিন্তু সৰ্বভাৰতীয় নেতা সকলৰ মনোভাব আছিল অস্পষ্ট। দেশ বিভাজন নোহোৱাকৈ ক্ষমতা লাভৰ একমাত্ৰ পথ আছিল এনে grouping আঁচনি। তাৰ ফলত যদি অসম, শিখ সকল, উঃ পঃ সীমান্ত প্ৰদেশৰ স্বকীয় অস্তিত্ব লুপ্ত হৈ যায়, তেওঁলোক তাৰ প্ৰতি আছিল নিৰ্বিকাৰ। অসম কংগ্ৰেছৰ ত্যাগী নেতা অমিয় কুমাৰ দাস দেৱৰ ভাষাতঃ "এফালে অসমৰ সমস্যা নুবুজা ভাৰতীয় নেতৃত্ব আৰু অসমক বলিশালত দি হ'লেও স্বাধীনতা পাবলৈ ভাৰতীয় নেতৃত্বৰ আগ্ৰহেই বুলিব পাৰি নে অসম সম্পৰ্কে তেওঁলোকৰ উদাসীনতাই বুলিব পাৰি, কব নোৱাৰো। ·· ভাৰতৰ ব্ৰিটিছ শাসনৰ অন্ত পৰিব। ভাৰতে স্বাধীনতা পাব। কিন্তু স্বাধীন ভাৰতত অসম আৰু অসমীয়া নিশ্চিহ্ন হৈ যাব, এই কথাষাৰেই তেওঁৰ মনত শেলে বিন্ধা দি বিন্ধি আছিল।"

(গোপীনাথ বৰদলৈ, অসম প্ৰকাশন পৰিষদ, ১৯৭৯, পৃষ্ঠা ৬৮)

Grouping সম্পৰ্কে বহলাই আলোচনা কৰিবলৈ মোৰ সময় নহ'ব। কিন্তু প্ৰান্তিক আলোচনীৰ পাতত ডঃ নিৰোদ বৰুৱাৰ বিস্তাৰিত আৰু পানী নসৰকা আলোচনাৰ পিছতো কিছুমান লোকে জৱাহৰলাল নেহৰুৰ ভূমিকা সমৰ্থন কৰিবলৈ নানা বিভ্ৰান্তিকৰ কথা উলিয়াই আছে। সেয়ে সেই সম্পৰ্কে দুটামান কথা পুনৰ উন্মুকিয়াই দিবলগীয়া হ'ল।

অসম কংগ্ৰেছৰ তৰফৰ পৰা ৰাষ্ট্ৰীয় কংগ্ৰেছ ৱৰ্কিং কমিটিৰ ওচৰলৈ grouping সম্পৰ্কে অসমৰ প্ৰতিবাদ জনাবলৈ বহুবাৰ উচ্চ পৰ্যায়ৰ সঁজাতী দল গৈছিল আৰু স্মাৰক পত্ৰ দিছিল। এটা সঁজাতী দলত স্বৰ্গীয় বৰুৱাও সদস্য হৈ গৈছিল।

স্বৰ্গীয় বৰুৱাই APCC ত আঙুলিয়াই দিয়ে যে এবাৰ section ত বহিলে, অসমৰ ডিঙিত gronp ৰ ফাঁচ লাগিব। সেয়ে অসম section ত বহাই উচিত নহ'ব। APCC ৰ কিছুমান সদস্যই কথাটো মানি নললে। কিন্তু কেইদিনমান পিছতে Cabinet Mission এ নিজেই স্পষ্টীকৰণ দিলে যে এখন প্ৰদেশৰ প্ৰতিনিধিসকলে বেলেগ group গ্ৰহণ বা বৰ্জন কৰিব নোৱাৰে। Section ৰ সংখ্যাগৰিষ্ঠ সদস্যৰ সিদ্ধান্তই বৈধ সিদ্ধান্ত হব। এনেস্থলত অসমৰ ১১ জন সদস্যৰ অধিকাংশ অমুছলমান হলেও অসমে অকলে group ৰ পৰা সাৰিব নোৱাৰিব। Cabinet Mission ৰ মতে group ৰ পৰা কোনো প্ৰদেশ ওলাব পাৰিব ৫ বছৰ group সংবিধানৰ তলত একেলগে থকাৰ পিছতহে। কোৱা বাহুল্য, এই ৫ বছৰে অসমৰ ভাগ্যাকাশত বহুত পৰিবৰ্তন আহি যাব পাৰিলেহেতেন।

বৰদলৈৰ নেতৃত্বত অসম বিধান সভাই সেয়ে অসমৰ প্ৰতিনিধি সকলক Section ত নবহি বেলেগে প্ৰদেশ খনৰ সংবিধান ৰচিবলৈ পৰামৰ্শ দিলে। নেহৰু এই ঘটনাত বিতুষ্ট হ'ল। কংগ্ৰেছ ৱৰ্কিং কমিটীয়ে অসমৰ প্ৰতিনিধি সকলক ভৰষা দিলে যে অসমক group ত সোমাবলৈ বাধ্য কৰা নহব। অথচ নেহৰুৱেই অন্তৰ্বৰ্ত্তীকালীন চৰকাৰৰ মুৰব্বী হিছাপে ঘোষণা কৰিলে ১৯৪৬ ৰ ৭ ছেপ্টেম্বৰত:

"We are perfectly prepared to, and have accepted, the position of sitting in sections which will consider the question of formation groups"

( Political History of Assam Vol. III, p. 376)

৬ ডিচেম্বৰত ব্ৰিটিছ পাৰ্লামেন্টত ব্ৰিটিছ চৰকাৰে ঘোষণা কৰিলে সকলো বিবাদ section ত simple majority ৰ দ্বাৰা নিষ্পত্তি হব। তাতো আপত্তি উঠিলে গণ

পৰিষদে ( Constituent Assembly ) বিষয়টো Federal Court লৈ পঠাব, আৰু তাৰ ৰায়েই চূড়ান্ত হ'ব। ( op cit. p. 378 )

গান্ধীজীৰ বাহিৰে আন কংগ্ৰেছী নেতা সকলৰ বহুতেই স্পষ্ট মতেৰে অসমৰ প্ৰতিনিধি সকলক সন্তুষ্ট কৰিব পৰা নাছিল। গান্ধীজীয়ে কিন্তু অসম কংগ্ৰেছৰ সিদ্ধান্তক সম্পূৰ্ণ সমৰ্থন দিলে। তেখেতৰ নৈতিক সমৰ্থনৰ জোৰতেই অসমৰ নেতা সকলে সৰ্বভাৰতীয় নেতা সকলৰ বিৰুদ্ধে সাহসেৰে ঠিয় দিয়ে। পুষ্পলতা দাসে ৱৰ্কিং কমিটীত অসমৰ সদস্যা হিছাপে নেহৰুৰ প্ৰস্তাৱৰ বিৰোধিতা কৰি এটা সংশোধন আনে। ( গোপীনাথ বৰদলৈ পৃঃ ২০২ ) যাইকৈ অসমৰ বিৰোধিতাৰ বাবেই grouping প্ৰস্তাৱ কাৰ্য্যকৰি নহ'ল। অসমো ইতিহাসৰ পাতৰ পৰা বিলুপ্ত হৈ নগ'ল।

এই সময়তে মহাত্মা গান্ধীয়ে অসমৰ প্ৰতিনিধি সকলক কৈছিল :

"You will have to forget petty jealousies and rivalries, and overcome your weakness Assam has many weakness as it has many strengths, for I know my Assam" ( ঐ পৃঃ ১৪৯ )

মহাত্মা গান্ধীৰ এই সতৰ্কবাণী এতিয়াও প্ৰাসংগিক। আজিও অসমৰ গণ্যমান্য মধ্যবিত্ত বিভিন্ন থলুৱা জনগোষ্ঠীৰ অভাৱ, বেদনা আৰু আশা আকাংক্ষাৰ প্ৰতি উদাসীন। যেনেতেনে আগৰ দৰে অসমখন এক হৈ থকাটোকে তেওঁলোকে বিচাৰে। গোপীনাথ বৰদলৈ এই মনোভাৱৰ পৰা মুক্ত আছিল, কাৰণ তেওঁ গণভিত্তিক ৰাজনীতি কৰিছিল। স্বৰ্গীয় বৰুৱাদেৱেও অসম ছাত্ৰ সন্মিলনৰ জৰিয়তে ছাত্ৰ আন্দোলন আৰু পিছত অসম যুৱক সংঘৰ জৰিয়তে গণভিত্তিক ৰাজনীতি কৰিছিল, চাহ বাগান, কয়লাখনিৰ বনুৱাৰ কল্যাণৰ বাবে দাবী তুলিছিল। সেয়ে তেওঁ মৃত্যুৰ আগে আগে বড়ো, কাৰ্বি সকলৰ লগত বুজা-বুজিলৈ অহাৰ পোষকতা কৰিছিল।

কিন্তু তেওঁ বুজিছিল যে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে অসমে অকলে যুঁজি আত্মপ্ৰতিষ্ঠাৰ যুদ্ধত সফল হব নোৱাৰে। ১৯৪০ৰ পিছত জ্ঞান বৰা, নীলমণি ফুকন, অম্বিকাগিৰী প্ৰভৃতি অসমপ্ৰেমী নেতাই কৈছিল যে প্ৰয়োজন হ'লে কংগ্ৰেছ আন্দোলনৰ পৰা আঁতৰি হ'লেও অসমে আত্মৰক্ষা কৰিব লাগে, পমুৱাৰ সোঁতত বাধা দিব লাগে। কিন্তু অসমীয়াৰ সম্পাদক স্বৰ্গীয় হৰেন্দ্ৰ নাথ বৰুৱাই কৈছিল যে কংগ্ৰেছৰ পৰা আঁতৰি অহাটো আত্মঘাতী হ'ব। বিদেশী গৱৰ্ণমেণ্টে পমুৱাৰ অভিযানত বাধা নিদিয়ে। কথাটো অতি তাৎপৰ্য্যপূৰ্ণ। আজিও ভাৰতীয় জনগণৰ মুক্তি আন্দোলনৰ পৰা

আঁতৰি অসমে নিজৰ সত্তা ৰক্ষা কৰিব নোৱাৰিব। কাৰণ সচেতন জনতাৰ অংশ গ্ৰহণহে অসমৰ ৰক্ষা কবচ—আধুনিক অস্ত্ৰ-শস্ত্ৰ নহয়।

স্বাধীনতা সংগ্ৰামৰ শেষত বৰদলৈদেৱে তেখেতক তেখেতৰ প্ৰতিভাৰ উপযোগী সৰ্বভাৰতীয় সাংবাদিকতাৰ উচ্চ পদমৰ্য্যাদা যাচিছিল। কাৰণ এনে গুৰুত্বপূৰ্ণ নিষ্ঠাবান সেৱাৰ পুৰস্কাৰ ন্যায়সংগত। উত্তৰত স্বৰ্গীয় বৰুৱাই বিনীতভাৱে জনালে সাংবাদিক হিছাপে হ'লেও অসমহে তেওঁৰ সেৱাৰ থলী। (গোপীনাথ বৰদলৈ, পৃঃ ৪৯) তেওঁ আন কোনো পুৰস্কাৰ চৰকাৰৰ পৰা নললে। গণ্যমান্যৰ শাৰীত নবহিল।

এই ত্যাগ, নিষ্ঠা আৰু সংগ্ৰামী চৰিত্ৰৰ দৃঢ়তা হৈছে দেশপ্ৰেমৰ প্ৰধান বৰ্ম। আৰু ইয়াৰ মূল শক্তি হৈছে দেশৰ জনসাধাৰণৰ প্ৰতি ভালপোৱা আৰু দায়িত্ববোধ। যিমানদূৰ এই সত্য স্বৰ্গীয় বৰুৱাৰ জীৱনত প্ৰতিফলিত হৈছিল সিমান দূৰলৈ তেওঁৰ জীৱনত মহত্বৰ আভা বিকীৰিত হৈছিল। আৰু তাৰ বলতে তেওঁ আজিও সাংবাদিক আৰু দেশকৰ্মীৰ প্ৰেৰণাৰ থল হ'ব পাৰে।

# সেনাবাহিনীৰ নিয়োগ, ভাৰতৰ আকাশত শকুনৰ উৰণ

"বজ্ৰং" অৰ্থাৎ বজ্ৰাংগ বা হনুমানৰ নামত সেনাবাহিনী নিয়োগ কৰি যোৱাবছৰ সিমান সফল হ'ব নোৱাৰি এইবাৰ চৰকাৰে "ৰাইনো" অথবা থলুৱা গঁড়ৰ নামত সেনা নিয়োগ কৰিছে। কিন্তু এইবাৰো সেনাবাহিনীয়ে প্ৰত্যাশিত ফল লাভ কৰা টানেই হ'ব যেন পাওঁ। দুদিনমান হত্যা, অপহৰণ শাম কাটিব পাৰে। কিন্তু সেনাবাহিনী আঁতৰ হলেই পুনৰ সেইবোৰ অশান্তিয়ে মূৰ দাঙি উঠিলে আচৰিত কথা নহব।

কিন্তু গাৱেঁ ভুয়েঁ জনসাধাৰণৰ দুৰ্গতিৰ কথা কল্পনা কৰিলে স্বস্তি অনুভৱ কৰিব নোৱাৰি। অসম চৰকাৰে কৈছে যে এইবাৰ সেনাবাহিনী অসম চৰকাৰৰ নিৰ্দেশ মতে চলিব। কিন্তু যোৱাবাৰৰ আসুৰিক পন্থাবোৰৰ পুনৰাবৃত্তি যে নহ'ব, তাৰ ভৰসা নাই। ৰাজহুৱাভাবে চৰকাৰেও জনোৱা নাই, সেনাবাহিনীৰ অতিচাৰৰ পৰা ৰাইজৰ সুৰক্ষাৰ কি কি ব্যৱস্থা লোৱা হৈছে।

অসমত যে উগ্ৰপন্থীৰ অশান্তি দিনক দিনে বাঢ়ি আহিছিল, কোনো সন্দেহ নাই। উগ্ৰপন্থী নৃশংসতা আৰু হঠকাৰিতাই ৰাষ্ট্ৰীয় স্বেচ্ছাচাৰিতাৰ পথ মুকলি কৰে বুলি আমি বহুবাৰ কৈছোঁ। উগ্ৰপন্থী নেতৃত্বই বিশেষ কাণ দিয়া নাই। চৰকাৰে আলাপ-আলোচনাৰ বাৰে বাৰে দিয়া আহ্বানৰ প্ৰতি উগ্ৰপন্থী সকল কিয় উদাসীন হৈ ৰ'ল বুজি নাপালোঁ। পণবন্দী সকলৰ প্ৰতি সমগ্ৰ অসমবাসী ৰাইজৰ গভীৰ সহানুভূতি আছে। কেইবছৰমান আগতে দুজনমান নিৰীহ অসমীয়া ছাত্ৰ পঞ্জাবলৈ কোনো এক শৈক্ষিক অভিযানত গৈ উগ্ৰবাদীৰ গুলীত প্ৰাণ হেৰুৱাবলগীয়া হোৱাত ৰাজ্যজুৰি হুমুনিয়াহ উঠিছিল। পণবন্দী সকলৰ জীৱন ৰক্ষা নপৰিলে, সেই দুৰ্ভগীয়া সকলৰ কথা বহুতৰ মনত পৰিব।

উগ্ৰপন্থী নেতৃত্বই আলোচনা নকৰাৰ এটাই কাৰণ থাকিব পাৰে। তেওঁলোকে হয়তো ভাবিছে যে তেওঁলোক শক্তিশালী স্থিতিত আছে। সেইটো তৰ্কাতীত নহয়। সেইটো সঁচা বুলি ধৰিলেও প্ৰমাণ নহয় যে অসমৰ ভবিষ্যত সুৰক্ষিত হৈছে। অৰ্থনৈতিক, সাংস্কৃতিক আৰু আনকি ৰাজনৈতিক দিশত অসম সম্প্ৰতি আৰু ক্ষতিগ্ৰস্ত হ'ব পাৰে। অসমীয়া সমাজ তথা জাতি দুৰ্বল বা পংগু হলে উগ্ৰপন্থী অভিযানৰ উদ্দেশ্য বিফল নহব জানো ?

আলাপ আলোচনাৰ যোগেদেই সমস্যাৰ সমাধান হ'ব লাগিব। কিন্তু সেই আলোচনাৰ বাবে জোৰ দি থকা সকলে চৰকাৰতকৈ উগ্ৰপন্থী সকলক প্ৰকাশ্যভাৱে বা গোপনে আলোচনাৰ বাবে কিয় টানি ধৰা নাই, সি আন এক ৰহস্য। হয়তো হিতেশ্বৰ শইকীয়াৰ পতন ঘটিব বুলি আশা কৰিয়েই এনে পৰিস্থিতি সৃষ্টিত সহায় কৰা হৈছে। আমি নিজেও ইন্দিৰা কংগ্ৰেছৰ চৰকাৰৰ পৰা স্বৰ্গৰাজ্য আশা নকৰোঁ। কিন্তু নিজৰ নাক কাটি সতিনীয়েকৰ যাত্ৰাভংগ সিমান সুফলপ্ৰসূ নীতি নহয়। অসমত অগ্নিকাণ্ড লগাই বৰ্তমান চৰকাৰৰ পতন ঘটাব খুজিলে তেনেই হ'ব।

অৱশ্যে আলোচনাৰ নামত যাতে প্ৰতাৰণা নহয়, চকু ৰাখিব লাগিব। উগ্ৰপন্থী-সকলে এনেবুলি কৈ দায় সাৰিব নোৱাৰে যে তেওঁলোকে যুদ্ধ হে জানে, আন একো কৰিব নোৱাৰে।

## ভাৰতৰ আকাশত শগুণৰ উৰণ

এতিয়া সমগ্ৰ বিশ্বত ঐককেন্দ্ৰিক ( Unipolar ) পৰিস্থিতি বিৰাজ কৰিছে। ছোভিয়েট ৰুছিয়া টুকুৰা-টুকুৰ হৈ গৈছে। অৱশিষ্টখিনিৰ ওপৰত পছিমীয়া পুঁজিবাদী দেশবোৰৰ আধিপত্যৰ বিষয়ে আৰু সন্দেহ নাই। সেই বিপদৰ পৰা মুক্ত আমেৰিকাই এতিয়া সমগ্ৰ বিশ্বতে আধিপত্য বিস্তাৰ কৰিবলৈ বিচাৰিছে।

জাৰ্মানী আৰু জাপানৰ তুলনাত মাৰ্কিন অৰ্থনীতি সংকটাপন্ন। আমেৰিকা সেইবোৰ দেশৰ ওচৰত ধৰুৱা। প্ৰচণ্ড বাজেট ঘাটি, ৰপ্তানিৰ তুলনাত আমদানিৰ প্ৰাধান্য, এইবোৰ লক্ষণ মাৰ্কিন অৰ্থনীতিৰ অৱনতিৰ লক্ষণ। এতিয়া দুটা উপায়েই বিশ্বত মাৰ্কিন প্ৰতিপত্তি বৰ্ত্তি আছে। প্ৰথমতে মাৰ্কিন সমৰ-যন্ত্ৰ বিশ্বৰ ভিতৰতে বলৱান। সেইটো প্ৰতিযোগী পুঁজিবাদী দেশবোৰে সমীহ কৰি চলে। তদুপৰি ইৰাকৰ যুদ্ধৰ পিছত বিশ্বৰ পুঁজিবাদী দেশবোৰৰ তেল যোগানৰ উৎসৰ ওপৰত আমেৰিকাই সামৰিক কতৃত্ব প্ৰতিষ্ঠা কৰিছে। দ্বিতীয়তে মাৰ্কিন অৰ্থনীতি এতিয়া অস্ত্ৰনিৰ্মাণ উদ্যোগৰ ( armaments industries ) ওপৰত বহু পৰিমাণে নিৰ্ভৰশীল। মাৰ্কিন পুঁজিপতি মহলে বাতৰি কাকত আৰু দূৰদৰ্শনৰ জৰিয়তে এনে এক বিশ্বাস মাৰ্কিন জনসাধাৰণৰ মাজত স্থাপন কৰি দিলে যেন ক্ষমতাপ্ৰিয় ছাদ্দাম হুছেইনৰ দেশ ধূলিসাৎ কৰি নিদিলে কুৱেইট মুক্ত নহ'ব। আচলতে ইৰাকে বিনাযুদ্ধেই কুৱেইট এৰি দিব খুজিছিল। কিন্তু সেইটো আমেৰিকাই মানিব সুখুজিলেও ইৰাকক ধূলিসাৎ কৰাৰ কোনো প্ৰয়োজন নাছিল। অথচ হেজাৰ হেজাৰ কোটি ডলাৰৰ অস্ত্ৰ ব্যয় কৰি ইৰাকক প্ৰস্তৰযুগলৈ লৈ যোৱা হ'ল। ইৰাকক শিক্ষা দিয়াই তাৰ একমাত্ৰ

কাৰণ নহয়, মাৰ্কিন অস্ত্ৰনিৰ্মাণ উদ্যোগক তজবজীয়া কৰি ৰখাৰো ই এক কৌশল আছিল।

নতুন-নতুন যুদ্ধ হলেহে মাৰ্কিন অস্ত্ৰ-উদ্যোগ তথা অৰ্থনীতি সতেজ হৈ থাকিব ; তাৰ লগতে থাকিব নতুন নতুন উপনিবেশ দখল কৰাৰ ফন্দী। সেয়ে মাৰ্কিন প্ৰৰোচনাত ভাৰত আৰু পাকিস্তানৰ মাজত উত্তেজনা বাঢ়িছে। আৰু সেয়ে ভাৰত খণ্ড-বিখণ্ড কৰাৰ প্ৰচেষ্টাও প্ৰবল হৈছে। বিচ্ছিন্নতাবাদ তাৰ লক্ষণ নহয়তো ?

১৯৯১ চনৰ ৩১ আগষ্টৰ ফ্ৰন্টিয়াৰ আলোচনীত প্ৰকাশ যে আমেৰিকাই নতুন অস্ত্ৰ-শস্ত্ৰ প্ৰয়োগৰ বাবে "আৰু এক ইৰাক" বিচাৰিছে। বৃহৎ মাৰ্কিন অস্ত্ৰনিৰ্মাণ শিল্প General Dynamics এ তেওঁলোকৰ বিভিন্ন সম্ভাব্য আঁচনিৰ মাজত ভাৰতত ক্ৰুইজ ক্ষেপণাস্ত্ৰ প্ৰয়োগৰ আঁচনি এখনো তৈয়াৰ কৰিছে। এখন ৫২ পৃষ্ঠাৰ পুস্তিকাত General Dynamics ৰ এদল বিশেষজ্ঞই অনুমান কৰিছে যে ২০০৮ খৃঃ ত কাশ্মীৰৰ অধিকাৰ লৈ পাকিস্তান আৰু ভাৰতৰ মাজত যুদ্ধ লাগিব পাৰে। তেতিয়া ভাৰতৰ বিৰুদ্ধে "ক্ৰুইজ ক্ষেপণাস্ত্ৰ" প্ৰয়োগ কৰাৰ সম্ভাৱনীয়তাৰ বিষয়ে এই বিশেষজ্ঞ দলে আঁচনি কৰিছে। ভাৰতীয় ৰাষ্ট্ৰদূতাবাসৰ পৰা 'বন্ধুদেশ' এখনক শত্ৰুৰূপে গণ্য কৰি আঁচনি কৰাৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ জনোৱা হৈছে। হ'লে কি হ'ব, মাৰ্কিন অৰ্থনীতিৰ নিয়ামক শক্তি হৈছে Military Industrial Complex। ( সেনাবাহিনী-শিল্পপতিৰ জোঁট )। তাৰ সুবিধা অনুযায়ী দঃ এছিয়াত নতুন ৰণাংগণ তৈয়াৰ হ'ব পাৰে।

ঠিক তেনেকৈ বাংলাদেশ আৰু ভাৰতৰ মাজত সংঘৰ্ষ লগাই অসমৰ বিচ্ছেদত সহায় কৰা হ'ব পাৰে। বাংলাদেশত ধুমুহাৰ পিছত দুৰ্গত সকলক সহায় কৰাৰ নামত মাৰ্কিন নৌ-সেনা অনা হৈছিল। সেই নৌ-সেনাই বাংলাদেশত কি ভূমিকা ল'লে, পিছতহে সেই ৰহস্য মুকলি হ'ব। ছোভিয়েট ৰুছিয়াত গণতন্ত্ৰৰ দুৰ্গতি ঘটিছিল ঠিকেই কিন্তু মাৰ্কিন গণতন্ত্ৰও কম বস্তু নহয়।

# মানসিক দাসত্বৰ বেৰাজাল

বামপন্থী মহলত ইতিপূৰ্বে চলিত ধাৰণা এনেধৰণৰ যে সংস্কৃতি হৈছে উপৰিসৌধৰ বস্তু। অৰ্থনীতি আৰু শ্ৰেণীসম্পৰ্কৰ বাস্তৱ ভিত্তিত যি ঘটে, সংস্কৃতিত তাৰ প্ৰতিফলন ফুটি উঠে। অৰ্থাৎ আৰ্থসামাজিক পৰিস্থিতি ভালকৈ বুজি ল'লে সংস্কৃতিৰ শাহটো বুজা হৈ যায়।

এনে ধৰণৰ জড়বস্তুবাদী চিন্তাৰ ফলত সমাজ আৰু ৰাজনীতিৰ সক্ৰিয় ভূমিকা বুজি পোৱাটো অসম্ভৱ হৈ পৰে। চেতনাৰ প্ৰভাৱ কেনেকৈ উভতি বাস্তৱ আৰ্থসামাজিক ভিত্তিত পৰে সেই কথা বুজিবলৈ হ'লে সংস্কৃতিৰ অধ্যয়নে এক স্বকীয় গুৰুত্ব লাভ কৰিব লাগিব। তাৰ উপৰিও সাংস্কৃতিক কাৰ্য্যকলাপৰ সংগঠন আৰু ভূমিকাৰ সূক্ষ্ম আৰু বিশদ অধ্যয়নৰ জৰিয়তেহে শ্ৰেণীসমাজৰ ৰাজনীতি আৰু তাৰ সামগ্ৰিক চৰিত্ৰ বুজা সম্ভৱ হয়।

সম্প্ৰতি পশ্চিমত এনে অধ্যয়নে বিশেষ শক্তি আৰু সমৃদ্ধি অৰ্জন কৰিছে। ইটালিৰ মাৰ্ক্সবাদী নেতা গ্ৰামশ্চি ফেচিষ্ট ইটালিৰ জে'লত থকা সময়ত এই বিষয়ে প্ৰথম বিস্তাৰিত গৱেষণাত ব্ৰতী হয়। তেওঁৰ দুটামান তাত্বিক অৱদানে এতিয়া ব্যাপক প্ৰভাৱ বিস্তাৰ কৰিছে। প্ৰথটো হৈছে Hegemony বা মানসিক কৰ্তৃত্বৰ ধাৰণা। দ্বিতীয়টো হৈছে পৰম্পৰাগত ( traditional ) আৰু অংগীভূত (Organic) বুদ্ধিজীৱীৰ পাৰ্থক্যৰ ধাৰণা। গ্ৰামশ্চিৰ মতে ৰাষ্ট্ৰ যদিও কোনো বিশেষ শ্ৰেণীৰ সমাজৰ ওপৰত প্ৰভূত্ব কৰাৰ সৰঞ্জাম, তথাপি একোটা শ্ৰেণীয়ে কেৱল ৰাষ্ট্ৰীয় ক্ষমতাৰ জৰীয়তেই সমাজত প্ৰাধান্য বিস্তাৰ নকৰে। শিক্ষা আৰু সংস্কৃতিৰ জৰিয়তেও বাকী বিলাক শ্ৰেণীক শাসক শ্ৰেণীৰ প্ৰাধান্য মানিবলৈ বাধ্য কৰে। এই প্ৰক্ৰিয়াৰ নামেই hegemony। নিজনিজ শ্ৰেণীস্বাৰ্থৰ বিপৰীতে এনে অধস্তন ( subaltern ) শ্ৰেণীবোৰে কিয় শাসক শ্ৰেণীৰ নেতৃত্ব আৰু প্ৰাধান্য মানি চলে, তাৰ ৰহস্য এই hegemony ত পোৱা যায়।

এই hegemonyৰ প্ৰক্ৰিয়াত বুদ্ধিজীৱী সম্প্ৰদায়ৰ বিশেষ ভূমিকা থাকে। তেওঁলোকেই শ্ৰেণীসমাজৰ ধ্যান ধাৰণাবোৰ মানুহৰ মাজত বদ্ধমূল কৰি তোলে। তাৰবাবে তেওঁলোকে শ্ৰেণীসমাজৰ উপযোগী ধাৰণা সমূহ গঢ়ি তোলে, আৰু সেইবোৰৰ প্ৰসাৰণ ঘটায়। যেনে, তাহানিৰ ভাৰতীয় বুদ্ধিজীৱী ( ব্ৰাহ্মণ ) সকলে জাতিভেদৰ সমৰ্থনত নানা যুক্তিতৰ্ক আগবঢ়াইছিল। আৰু আজিৰ বুৰ্জোৱা

সমাজতো তাৰ নানা কুফল সত্বেও ব্যক্তি স্বাধীনতাকে জীৱনৰ চৰম প্ৰমূল্য বুলি প্ৰতিপন্ন কৰিবলৈ বুৰ্জোৱা বুদ্ধিজীৱীসকল অহোপুৰুষাৰ্থ কৰে। দৰ্শনৰ ক্ষেত্ৰতে নহয়, সাহিত্য, ইতিহাস আদি বিভিন্ন বিদ্যাৰ জৰীয়তে এই কাম সমাধা কৰা হয়। শিল্পকলাকো এই কামত ব্যৱহাৰ কৰা হয়। শিক্ষাৰ জৰীয়তে কোমল বয়সৰ পৰা মানুহৰ মনত এনেবোৰ ধ্যানধাৰণা প্ৰবেশ কৰাই দিয়া হয়।

এই কামবোৰ যে সচেতন কৌশল বা চাতুৰি হিছাপে সদায় কৰা হয়, তেনে নহয়। হয়তো এটা ক্ষুদ্ৰ চামে এনেবোৰ বিচিত্ৰ সাংস্কৃতিক কাৰ্য্যকলাপৰ মৰ্মত থকা তাৎপৰ্য্য আৰু প্ৰেৰণা উপলব্ধি কৰে। কিন্তু অধিকাংশ শিল্পী, সাহিত্যিক, দাৰ্শনিক বুদ্ধিজীৱীয়ে নিজ নিজ বিদ্যাৰ অন্তৰ্নিহিত নিয়ম বুলিয়েই কেতবোৰ আহিঁ অনুসৰণ কৰে—যাৰ শেষফল শ্ৰেণীসমাজৰ ভিত্তি সুদৃঢ় কৰা। তদুপৰি এনে চৰ্চাৰ মাজতো কিছু বিভিন্নতা, কিছু অন্তৰ্দ্বন্দ্বৰ অৱকাশ থাকে। উনবিংশ শতাব্দীত সৃষ্ট হোৱা আধুনিক ভাৰতীয় উপন্যাসত এহাতে সাম্ৰাজ্যবাদী আৰু সামন্ততান্ত্ৰিক ব্যৱস্থাৰ সমহাৰত গঠিত হোৱা "সভ্যতা"ৰ বন্দনা আছে আনহাতে সেই "সভ্যতা"ৰ প্ৰতি প্ৰত্যাহবান স্বৰূপে নাৰীৰ পৰাধীনতা আৰু জাতিভেদৰ অমানুসিকতাৰ ইংগিতো তাত ফুটি উঠিছে।

সি যি নহওক, এই সাংস্কৃতিক ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ মাজেদিয়েই শাসকশ্ৰেণীৰ প্ৰভুত্ব আৰু প্ৰতিপত্তি শ্বাস-প্ৰশ্বাসৰ দৰে স্বাভাৱিক হৈ পৰে। শাসক শ্ৰেণীসমূহৰ সপক্ষে কাম কৰি যোৱা এনে পৰম্পৰাগত বুদ্ধিজীৱীৰ মাজত আছে ভাৰতৰ ব্ৰাহ্মণ পণ্ডিত, পশ্চিমৰ খ্ৰীষ্টান যাজকসকল, পুঁজিবাদী সমাজৰ উকিল অধ্যাপক আদি। কিন্তু এনে পৰম্পৰাগত বুদ্ধিজীৱীৰ বিপৰীতে আধুনিক সমাজত গঢ় লয় একোটা উদীয়মান শ্ৰেণীৰ অংগস্বৰূপে (Organic) বুদ্ধিজীৱী। যেনেকৈ উদীয়মান বুৰ্জোৱা শ্ৰেণীৰ মুখপাত্ৰস্বৰূপে ৰুছো, ভল্টায়াৰ প্ৰভৃতি বুদ্ধিজীৱী ফৰাচী বিপ্লৱৰ আগে আগে আবিৰ্ভূত হৈ বুৰ্জোৱা বিশ্বৱীক্ষা আৰু চিন্তাধাৰা প্ৰচাৰ কৰাত আগভাগ লৈছিল। সাম্প্ৰতিক পৰিবেশত ঠিক তেনেকৈ শ্ৰমিক শ্ৰেণীৰ মুখপাত্ৰস্বৰূপে এচাম বুদ্ধিজীৱী ওলাই আহিছে। এই চাম বুদ্ধিজীৱী স্থিতাৱস্থা ৰক্ষাৰ কামত নিযুক্ত নহয়। পৰম্পৰাগত কেতবোৰ বৃত্তি তথা দায়িত্ব যেনে অধ্যাপনা, আইন ব্যৱসায়, সাংবাদিকতা অৱলম্বন কৰি চলি থকাই তেওঁলোকৰ কাম নহয়। নতুন সমাজ গঠনৰ কামত শ্ৰমিকশ্ৰেণীৰ অংগস্বৰূপে শ্ৰমিকশ্ৰেণীৰ কামকাজৰ বৌদ্ধিক দিশটো কাৰ্য্যকৰী কৰাই তেওঁলোকৰ সাধনাস্বৰূপ।

গ্ৰামশ্চিৰ এইবোৰ ধ্যানধাৰণাৰ ভিত্তিত সংস্কৃতিৰ বিভিন্ন দিশৰ বিচাৰ আৰু

সূক্ষ্ম অধ্যয়ন পশ্চিমত কৰা হৈছে। আমাৰ দেশতো কিছু হৈছে, কিন্তু চেগা-চোৰোকাকৈ। কবিৰ ভাষাত জ্যোতিপ্ৰসাদে অৱশ্যে বহুকাল পূৰ্বেই পৰিস্থিতিটোৰ সূত্ৰায়ন কৰি লৈ গৈছে। সংস্কৃতিৰ দুটা ৰূপ বা প্ৰকাৰ—এবিধ সংস্কৃতিয়ে শকুনিৰ মন্ত্ৰণাৰে স্থিতাৱস্থা ৰক্ষা কৰে, আৰু আন এবিধে প্ৰকৃত সুন্দৰৰ সাধনা কৰি "জনগণৰ মুকুতিৰ" ব্যৱস্থা কৰে। কিন্তু কথা হ'ল, সংস্কৃতি আৰু দুষ্কৃতিৰ শাখাপ্ৰশাখাবোৰৰ বিশদ অধ্যয়ন অবিহনে আধুনিক সমাজ আৰু ৰাষ্ট্ৰৰ চৰিত্ৰ বুজা কঠিন হব।

সম্প্ৰতি ভাৰত। শ্ৰেণীসমাজ এক সংকটৰ মাজেদি গৈছে। নেহৰু আমোলত জনসাধাৰণক তুষ্ট কৰি ৰাখিবলৈ যিবোৰ "সমাজবাদী' ব্যৱস্থা লোৱা হৈছিল, সেইবোৰ নাকচ কৰি সম্পূৰ্ণ মুক্ত পুঁজিবাদ প্ৰচলন কৰিবলৈ ভাৰতৰ পুঁজিবাদী শ্ৰেণীযে বিচাৰে। আন্তৰ্জাতিক বৃহৎ পুঁজিয়েও তাত জোৰ দি আছে। IMF, World Bankৰ জৰীয়তে ভাৰতৰ ওপৰত তেনে ব্যৱস্থা লবলৈ চাপ দি থকা হৈছে।

পুঁজিবাদী ব্যৱস্থাৰ সমৰ্থক বুদ্ধিজীৱীসকলৰ চিন্তাধাৰাতো সেয়ে "নবতৰংগ"ৰ উন্মেষ হৈছে। নিয়ন্ত্ৰণ মানেই আমোলাতন্ত্ৰ আৰু সমাজবাদ মানেই অকৰ্মণ্যতা—এনে মতৰ প্ৰচাৰ ক্ৰমে সৱল হবলৈ ধৰিছে। অৰ্থাৎ "সমাজবাদ" আৰু ভাৰতীয় শাসকশ্ৰেণীৰ মনঃপুত শ্লোগান হৈ থকা নাই। যিসকল বুদ্ধিজীৱীয়ে কথাটো বুজি পাইছে, বুৰ্জোৱা সমাজত ভবিষ্যৎ তেওঁলোকৰেই।

লেখক, বুদ্ধিজীৱী, শিল্পী, সাহিত্যিক—আদি লোকে বুৰ্জোৱা সমাজত দুটা কাৰণতে তেওঁলোকৰ বৃত্তি অনুসৰণ কৰে: পইচা আৰু প্ৰতিষ্ঠা। ৰাষ্ট্ৰই আৰু বৃহৎ বুৰ্জোৱাই এই দুয়োটা বস্তু সংগ্ৰহ কৰাত তেওঁলোকক বিশেষ ধৰণে সহায় কৰিব পাৰে। নানা পুৰস্কাৰ, travel grant, বৃত্তি, অনুদান আদিত হেজাৰ হেজাৰ কোটি টকা খৰচ কৰা হয়। এইবোৰ কাৰণত এচাম বুদ্ধিজীৱীয়ে চৰকাৰ বা শাসকশ্ৰেণীৰ "ৰুচিবোধ" আৰু "সাংস্কৃতিক চেতনা"ৰ শলাগ লয়। কিন্তু কথাটো সিমান সহজ নহয়। এইবোৰৰ যোগেদি চৰকাৰ আৰু শাসকশ্ৰেণীয়ে বুদ্ধিজীৱীসকলক নিজৰ শিবিৰত সুমুৱাবলৈ প্ৰয়াস কৰে। বুদ্ধিজীৱী আদিয়েও বুজি পায়, কি ধৰণৰ সাহিত্য-শিল্প আদিচৰ্চা কৰিলে এনে ধৰণৰ স্বীকৃতি আৰু প্ৰতিষ্ঠা সম্ভৱ হয়। তেনে স্বীকৃতিপ্ৰাপ্ত শিল্পীসাহিত্যিক আদিয়ে জনগণৰ ওচৰত শাসকশ্ৰেণীৰ সৰ্বময় প্ৰভাৱ (hegemony) প্ৰতিষ্ঠা কৰে। সম্প্ৰতি নানাতৰহৰ চৰকাৰী Akademi দূৰদৰ্শন আৰু অন্যান্য অনুষ্ঠানে শিল্পসাহিত্যত অৰ্থ আৰু স্বীকৃতি, দুয়োটা উপাদান বহুপৰিমাণে নিয়ন্ত্ৰণ কৰে। উদীয়মান শিল্পী আৰু লেখকেও ইংগিতবোৰ বুজি পায় আৰু অনুসৰণ কৰে। সমাজবাদৰ দুৰ্বলতা বা ব্যৰ্থতা বিশ্লেষণ কৰা, বজাৰ অৰ্থনীতিৰ গুণগান

কৰা, যুক্তিৰ সীমাবদ্ধতা আৰু ধৰ্মৰ ৰহস্যময় ক্ষমতা প্ৰচাৰ কৰা—এইবোৰ গুণৰ যোগেদি উচ্চাকাংক্ষী শিল্পীসাহিত্যিকে শাসকশ্ৰেণীৰ সুনজৰত পৰিবলৈ বিচাৰে। শাসকশ্ৰেণীয়েও এনে মতামতক পুৰস্কৃত কৰি জানিবলৈ দিয়ে তেওঁলোকৰ মনোনীত মতামত কি কি।

আনহাতে সৰ্বসাধাৰণ ৰাইজে পৰিস্থিতিটো বুজি নাপায়। দূৰদৰ্শন, বাতৰি-কাকত আদিৰ প্ৰচাৰৰ যোগেদিয়েই তেওঁলোকে কোন কোন শিল্পী সাহিত্যিক "কৃতী" বা "মহৎ" সেই বিষয়ে মত গঠন কৰে। কোৱা বাহুল্য যে স্থিতাবস্থাক বিপদত পেলাব পৰা শিল্পী-লেখক তেনে বিশেষ স্বীকৃতি দিয়া নহয়। বৰং তেওঁৰ সুনাম নষ্ট কৰাৰ চেষ্টাহে চলে। বিদেশভ্ৰমণ ফে'লোশ্বিপ বঁটাবাহন আদি নানা উপায়ে বুৰ্জোৱা প্ৰতিষ্ঠাৰ আয়োজন চলি থাকে। এইবোৰ ক্ষেত্ৰত যোগ্য অনাই ফাকি নহয়। কিন্তু কেৱল যোগ্যতাৰ ভিত্তিতে স্বীকৃতি বা প্ৰতিষ্ঠা হয় বুলি ভবাটো শ্ৰেণীসমাজৰ সাংস্কৃতিক সংগঠনৰ বিষয়ে মোহৰ লক্ষণ। জনসাধাৰণে তেনেকৈ ভাবে, কাৰণ তেওঁলোকক তেনেদৰে ভবোৱা হয়। কিন্তু বামপন্থী সকলে সেই পৰিস্থিতি 'স্বাভাবিক' বুলি হজম কৰিলে নচলিব।

অসমৰ একোজন বুদ্ধিজীৱীয়েই কেতিয়াবা সংৰক্ষণৰ সপক্ষে, কেতিয়াবা বিপক্ষে, কেতিয়াবা জাতীয়তাবাদৰ কাণ্ডাৰী হিছাপে, কেতিযাবা জাতীযতাবাদৰ বিৰোধী হিছাপে ভূমিকা লোৱাত বামপন্থীসকল বিভ্ৰান্ত হয। ভাবে, এওঁৰ প্ৰকৃত চৰিত্ৰ কি? ভালকৈ অধ্যয়ন কৰি চালে দেখা যাব, কোনো শক্তিশালী শিবিৰৰ প্ৰযোজন আৰু সুবিধা মতেই তেওঁ এনে পৰস্পৰ বিৰোধী অৱস্থান লয়। এইবাৰেই কেউপিনে পুৰস্কাৰ, স্বীকৃতি, প্ৰতিষ্ঠাৰে এওঁৰ জীৱন জযজয় মযময় হয়।

সাম্প্ৰতিক আন্তৰ্জাতিক আৰু জাতীয পৰিস্থিতিত বাতৰিকাকত, আলোচনী, সাংবাদিক আৰু সাহিত্যিকৰ ভূমিকা নিৰ্মোহভাবে বিশ্লেষণ কৰি চোৱাৰ প্ৰয়োজন আছে। উদাহৰণ কেতবোৰ দিয়া ভাল হব। মাজে সমযে দেখা যায়, বামপন্থী আদৰ্শক অনবৰত উপলুঙা কৰা বুদ্ধিজীৱীয়ে কোনো অপঁইতা যুবক সংগঠনৰ "বিপ্লবী" হিংস্ৰতাৰ প্ৰতি উৎসাহেৰে সমৰ্থন জনাইছে। ভদ্ৰলোকে হঠাতে বিবেক ঘূৰাই পালে বুলিলে ভুল হব। বৰং এইটো সিদ্ধান্তহে কৰা হব যে সেই হিংস্ৰতাই শাসক-শ্ৰেণীক কোনো বিপদত নেপেলায়, সহায়হে কৰিব। সেয়ে এই প্ৰশস্তি। অনুৰূপ-ভাৱে "বস্তুনিষ্ঠ" ইতিহাসেৰে ভাৰতত মুছলমানে কৰা অত্যাচাৰৰ বিৱৰণ দাঙি ধৰা ঐতিহাসিকক সন্দেহৰ চকুৰে চোৱাৰ প্ৰয়োজন আছে। শ্ৰমিক শ্ৰেণীৰ নেতৃত্বত প্ৰগতি-শীল জনগণৰ ঐক্য সংগঠিত হোৱাত এইবোৰ মতগঠনে বা প্ৰচাৰে বাধাৰ সৃষ্টি কৰে।

সম্প্ৰতি বহুজাতিক নিগম বা আন পথেৰে সাম্ৰাজ্যবাদী পুঁজিয়ে ভাৰতৰ বজাৰ দখল কৰিবলৈ বিচাৰিছে। সেয়ে জাতীয় স্বাধীনতা বা জাতীয় আত্মপৰিচয়ৰ প্ৰকৃত স্বৰূপ ঢাকি দি একধৰণৰ ভুৱা বিশ্বজনীনতা পুনৰ প্ৰচাৰ কৰা হৈছে? সাম্ৰাজ্যবাদী পুঁজিৰ আশ্ৰয়ত ডাঙৰ আৰু অৰ্থকৰী চাকৰি লোৱা এচাম ভাৰতীয় বিশেষজ্ঞ আৰু বিদ্বানে উৎসাহেৰে এই মত প্ৰচাৰ কৰিছে। তেওঁলোকে আনকি এনে কথাও কবলৈ আৰম্ভ কৰিছে যে ব্ৰিটিছ শাসন ভাৰতৰ পক্ষে এক আশীৰ্বাদ আছিল। নব্যসাম্ৰাজ্যবাদী কাযদাবোৰৰ পৰা জনগণৰ দৃষ্টি আঁতৰাই নিবলৈকে এনে কৌশল কৰা হৈছে।

বিশ্ববিদ্যালয় পৰ্যাযত এনে গবেষণা চলাই আৰু সংবাদপত্ৰৰ জৰিয়তে এনে মত জনপ্ৰিয় কৰি শাসকশ্ৰেণীৰ অনুগত বুদ্ধিজীৱীসকলে জনগণৰ মাজত সাম্ৰাজ্যবাদৰ অনুকূল বাতাৱৰণৰ সৃষ্টি কৰে। সেযে তেওঁলোকক নানা ধৰণৰ ৰাজহুৱা স্বীকৃতিৰে বিভূষিত কৰা হয়। অৱশ্যে এই কামতো দক্ষতাৰ প্ৰযোজন আছে। প্ৰতিপক্ষৰ যুক্তি "খণ্ডন" কৰা ক্ষমতাৰ প্ৰযোজন আছে।

আনহাতে শাসকশ্ৰেণীৰ মনঃপুত মতামত খণ্ডন কৰা আৰু তাৰ বিৰোধিতা কৰা বুদ্ধিজীৱীসমূহক স্বীকৃতিৰ পৰা "বঞ্চিত" কৰি ৰখা হয়। তেওঁলোকৰ অৱদানক কৌশলেৰে লঘু কৰা হয়। আনকি চাকৰি-বাকৰি থকা সকলক সেই ক্ষেত্ৰত বিপদত পেলোৱা হয। ব্যক্তিস্বাধীনতাৰ স্বঘোষিত ভূস্বৰ্গ আমেৰিকাত বিখ্যাত বামপন্থী অৰ্থনীতিবিদ পল ছুইজিক হাৰ্ভাৰ্ডৰ দৰে বিশ্ববিদ্যালয়ত বিপদত পেলোৱা হৈছিল। পঞ্চাশৰ দশকত মাৰ্কিন ছীনেটে পাতি দিযা "অ-মাৰ্কিন কাৰ্য্যকলাপ" (Un-american Activities) অনুসন্ধান কৰা মেকাৰ্থী কমিটিৰ উপদ্ৰৱত চাৰ্লি চেপলিন, বেৰ্টল্ট ব্ৰেখ্ট আমেৰিকা এৰি পলাবলৈ বাধ্য হৈছিল, সকলো ৰেডিঅ' ষ্টেছন আৰু ৰেকৰ্ড কোম্পানিৰ দুৱাৰ বন্ধ হৈ গৈছিল পল ৰবছনৰ বাবে। ভাৰততো বিভিন্ন সময়ত (যেনে ১৯৭৪ৰ পৰা ১৯৭৬ লৈ) এনে শ্বাসৰুদ্ধকৰ পৰিস্থিতি লক্ষ্য কৰা হৈছে। এতিয়াও এনে পৰিস্থিতিৰ পুনৰাগমন অসম্ভৱ নহয়।

আচলতে খ্যাতিৰ বজাৰখনো পুঁজিবাদী আৰু চৰকাৰী হৰ্তাকৰ্তাসকলে এনেদৰেই নিয়ন্ত্ৰণ কৰে। মাজতে ULFA ৰ বিৰোধিতা কৰা বাবে এই প্ৰবন্ধলেখকৰ কিছু সৰ্বভাৰতীয় সুনাম হয। যেহেতু আমাক কোনোপধ্যেই শাসকশ্ৰেণীৰ শিবিৰত সুমুৱা টান হব সেযে শাসকশ্ৰেণী তথা ৰাষ্ট্ৰ কিছু আহুকালত পৰিল। Times of Indiaতে এক বিশেষ প্ৰৱন্ধ লিখোৱা হ'ল। তাত কোৱা হ'ল যে অসমত কেৱল এজন মানুহেহে ULFA ৰ বিৰুদ্ধে যুঁজি আছে। তেওঁৰ নাম হীৰেন গোহাঁই। তেওঁ অতি মহান, সাহসী ব্যক্তি, কিন্তু হাঁয়! কি হব? তেওঁৰ কথা মূৰ্খ অসমীয়া

কোনেও শুভনে ! ইত্যাদি। কোৱা বাহুল্য ই এক অভি অসৎ উদ্দেশ্য প্ৰণোদিত বিভ্ৰান্তিকৰ মন্তব্য। মই প্ৰতিবাদ কৰি জনালোঁ যে পৰিস্থিতিটো ঠিক তেনেকুৱা নহয়, আৰু বহুতে ULFA ৰ বিৰোধিতা কৰিছে; আৰু জনসমাজত সেই বিৰোধিতাৰ প্ৰভাৱ নপৰাকৈ থকা নাই। বহু হেঁচা দিয়াৰ পিছতহে চিঠিখন উলিয়ালে ইতিকিং কৰা শিৰোণামা এটাৰে সৈতে। অৰ্থাৎ আমাৰ দৰে লোক যাতে স্বীকৃতিৰ আসনত বহিব নোৱাৰে খ্যাতিৰ বজাৰৰ এইসকল একচেতিয়া ব্যৱসায়ীয়ে তালৈ চকু ৰাখে।

এই ঘটনাৰ উল্লেখ কৰাৰ অৰ্থ এনে নহয় যে আমি স্বীকৃতিৰ বাবে যুঁজিব লাগে। বৰং এইটোহে যে বুৰ্জোৱা খ্যাতিৰ বজাৰত স্বীকৃতিৰ প্ৰকৃত মূল্য আৰু অৰ্থ সম্পৰ্কে আমি সজাগ হোৱা উচিত। নবে'ল বঁটাৰ ঠাইত লেনিন বঁটা ঘোষণা কৰাটোও সিমান কাৰ্য্যকৰী নহব। কিন্তু বুৰ্জোৱা সমাজৰ পুৰস্কাৰ স্বীকৃতি আৰু খ্যাতিৰ প্ৰকৃত স্বৰূপ উন্মোচন কৰি তাৰ ঠাইত যথাসম্ভব স্বীকৃতি আৰু খ্যাতিৰ বেলেগ মানদণ্ড প্ৰতিষ্ঠা কৰিব পাৰিলে কামত আহিব। এই কথা প্ৰায় সুনিশ্চিত যে জ্যোতিপ্ৰসাদ জীয়াই থকা হলে সাহিত্য অকাদেমিৰ বঁটা নাপালেহেঁতেন। বিষ্ণুৰাভাৰ জনপ্ৰিযতাক সমীহ কৰিলেও বহু "নাক-ডঙা" বুদ্ধিজীবীয়ে ঘৰুৱা আলাপত তেওঁক ধিক্কাৰ দিয়ে। অথচ বামপন্থীসকলে তেওঁলোকৰ অবদানৰ গুৰুত্ব বুজি পায়। বঁটাবাহনতকৈ তেওঁলোকৰ এই শ্ৰদ্ধাকে আচল স্বীকৃতি বুলি ভাবিব পাৰি। প্ৰয়োজন হলে কেতিয়াবা তাৰ এক আনুষ্ঠানিক ৰূপো দিব পাৰি। (কোৱা শুনিছোঁ। ফ্ৰান্সৰ প্ৰিক্স গোঁকুৰ (Prix Goncourt) পুৰস্কাৰৰ আৰ্থিক মূল্য সামান্য, কিন্তু সামাজিক-মৰ্যাদা বহু বেছি।)

কিন্তু স্বীকৃতি খ্যাতি আদিৰ অন্তৰালত থকা শ্ৰেণী স্বাৰ্থৰ কুটিল আৰু কালিমাঘন ইতিহাস উদঙাই দিয়াটো যথেষ্ট নহয়। তেনেধৰণৰ প্ৰতিষ্ঠাৰ মোহৰ পৰা শিল্পী-সাহিত্যিক আৰু জনগণক মুক্ত কৰাটোও জৰুৰী প্ৰয়োজন। কাৰণ তেনে খ্যাতি অচলাতে মুখত লগোৱা লেকাম, তেনে প্ৰতিষ্ঠা দাসত্বৰ শিকলি। সমগ্ৰ সমাজক শাসকশ্ৰেণীয়ে দাসত্বৰ বেৰাজালেৰে ঘেৰি থৈছে। খ্যাতি প্ৰতিষ্ঠা আদি এই সমাজত সেই বেৰাজালৰে কঠিন গাঁঠি মাত্ৰ।

# উত্তৰ-পূৰ্বাঞ্চল আৰু ভাৰতীয় গণতন্ত্ৰৰ সংকট

বিভিন্ন সম্প্ৰদায় আৰু সংস্কৃতিৰ লীলাভূমি হিচাপে দীৰ্ঘদিন ধৰি অসম ভাৰতৰ প্ৰতিভূৰূপে জনজাত। জঙ্গী নৃগোষ্ঠীয় আন্দোলন আৰু উপজাতীয় উত্থানে অঞ্চলটোৰ জনসাধাৰণৰ মাজত থকা ঐক্যৰ শীৰ্ণ ভেটিটো থানবান কৰাৰ উপক্ৰম হোৱাত সম্প্ৰতি অঞ্চলটো সংঘাট জৰ্জৰ ভাৰতবৰ্ষৰো প্ৰতিভূ হৈ পৰিছে। সেই উত্থান আৰু সংঘৰ্ষবোৰ কেৱল এটা ৰাজনৈতিক ঐক্যমতৰ পতনৰ ফলশ্ৰুতি নহয়, বৰং সেইবোৰ হৈছে আমাৰ দেশৰ অৰ্থনীতিত দেখা দিয়া ঘোৰতৰ সংকট আৰু ভাৰতীয় ৰাষ্ট্ৰ আৰু ইয়াৰ আদৰ্শগত ভেটি সম্পৰ্কে দেখা দিয়া সম্পূৰ্ণ বিভ্ৰান্তি, আৰু অনিশ্চয়তাৰ বহিঃ প্ৰকাশ। উন্নয়নমূলক কাম-কাজৰ পৰা বঞ্চিত হোৱা আৰু নিজৰ জীৱনক প্ৰভাৱিত কৰা ৰাজনৈতিক সিদ্ধান্ত গ্ৰহণৰ পৰা তেওঁলোকক আঁতৰাই ৰখা বুলি অনুভৱ কৰা সমাজৰ বিভিন্ন অংশৰ জনসাধাৰণে সম্প্ৰতি এনে আন্দোলনবোৰৰ যোগেদি বৰ্তমানৰ প্ৰশাসনীয় ব্যৱস্থাটোৰ ওপৰত নিজৰ অনাস্থা প্ৰকাশ কৰিছে। মই নেজানো জোৰা-টাপলি মাৰি কিমান দিনলৈ তেওঁলোকক সন্তুষ্ট কৰিব পৰা যাব। আটাইতকৈ গুৰুত্বপূৰ্ণ কথা হৈছে—ভাৰতৰ এক মৌলিক পুনৰগঠনৰ কথাটো অতি গুৰুতৰ ভাবে চিন্তা কৰা। অৱশ্যে ইয়াৰ অৰ্থ এইটো নহয় যে এই আন্দোলন সমূহ নিৰ্ভেজাল গণতান্ত্ৰিক উপাদানৰ ওপৰত প্ৰতিষ্ঠিত। এই আন্দোলনবোৰৰ বহুততে উগ্ৰজাতিয়তা-বাদী, সংকীৰ্ণতাবাদী আৰু উগ্ৰ-অসহিষ্ণুতাৰ বিপদজনক প্ৰৱণতা সমূহ বিদ্যমান। প্ৰতিষ্ঠিত ৰাজনৈতিক দলসমূহে হয় তেওঁলোকক অৱজ্ঞাৰ দৃষ্টিৰে হেয় জ্ঞান কৰিছে নহয় তেওঁলোকৰ লগত আপোচ কৰি সুবিধাবাদী নীতি লৈছে। মই মাত্ৰ এটা ৰাজনৈতিক দলৰ কথাহে জানো যিটো ৰাজনৈতিক দলে এই আন্দোলন সমূহ গুৰুত্ব সহকাৰে বিশ্লেষণ কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছে আৰু আন্দোলনকাৰী সকলক অন্ধসংকীৰ্ণতা আৰু উগ্ৰজাতীয়তাবাদী প্ৰৱণতাৰ পৰা আঁতৰাই আনি এখন উমৈহতীয়া মঞ্চত গোট খুউৱাৰ চেষ্টা কৰিছে।

অসম আৰু সাধাৰণভাবে উত্তৰপূৰ্বাঞ্চলৰ বিভিন্ন নৃগোষ্ঠী সমূহৰ মাজত আত্ম-নিয়ন্ত্ৰণৰ প্ৰৱল আকাঙ্খাই দেখা দিছে। তেওঁলোক উত্তেজিত হৈ পৰিছে, যুগমীয়া বান্ধোনৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছে আৰু নতুনকৈ লাভ কৰা এক পৰিচয়ৰ ভিত্তিত উন্নয়নৰ বাবে তীব্ৰ বাসনা অনুভৱ কৰিছে। ইয়াৰ বেয়া ফালটোত আছে ৰাজনৈতিক আৰু অৰ্থনৈতিক ভিত্তি নথকা এটা পৃথকতাবাদী

প্ৰৱণতা। সঁচা অৰ্থত সংঘীয় গাঁঠনিটো পুনৰজীৱিত কৰিলেহে এই জটিল অৱস্থাৰ সমাধান কৰিব পৰা যাব। ই জনগোষ্ঠী বা সম্প্ৰদায় সমূহৰ মাজত থকা দুৰ্ভাৱনা, অবিশ্বাস আৰু অস্বাস্থ্যকৰ আক্ৰমণাত্মক প্ৰতিদ্বন্দ্বিতাৰ মনোভাব আঁতৰাই তেওঁলোকক সকলোধৰণৰ বন্ধনৰ পৰা মুক্ত কৰিব আৰু লগে লগে জোৰ-জবৰদস্তি তেওঁলোকক অনুন্নত কৰি ৰখা অৱস্থাৰো উপশম ঘটিব।

বৰ্তমানৰ অবিশ্বাস, অনাস্থা আৰু আবেগিক অৱস্থাত আমি প্ৰায়ে পাহৰি যাওঁ যে সংঘীয় পদ্ধতিৰ লক্ষ্য হ'ল পাৰস্পৰিক সহযোগিতাহে, পৃথকতাবাদ নহয়। যুক্তৰাষ্ট্ৰীয় পদ্ধতিৰ নীতি আৰু কাৰ্যসূচীৰ ক্ষেত্ৰত কিছু মিল আৰু সাযুজ্যতা থাকিবই লাগিব। বজাৰ, আধুনিক যোগাযোগ ব্যৱস্থা, নিৰাপত্তা আৰু পৰিকল্পনাই সকলো ধৰণৰ সম্পদক এঠাইত কেন্দ্ৰীভূত কৰিবলৈ বাধ্য কৰে। আৰু ই প্ৰতিযোগিতা, বিচ্ছিন্ন উদ্যোগ আৰু পৰীক্ষা নিৰীক্ষাৰ পৰিসৰ সংকুচিত কৰি তোলে। কিন্তু চৰ্ত মাথো এটাই সেইটো হ'ল, সংঘীয় কৰ্তৃত্ব সঁচা অৰ্থত প্ৰতিনিধিত্বমূলক হ'বই লাগিব আৰু এই কৰ্তৃত্বৰ অন্তৰ্ভুক্তি হ'ব লাগিব স্বেচ্ছামূলক।

বৰ্তমানৰ অস্থিৰতাৰ মূল কাৰণ ভাৰতীয় সংবিধানৰ গুৰিতে নিহিত আছে বুলি ক'ব পাৰি। ভাৰতৰ সংবিধান প্ৰণেতা সকল আছিল সমাজৰ উচ্চস্তৰৰ লোক, সংখ্যালঘু সম্প্ৰদায়ৰ প্ৰতিনিধি সকলো আহিছিল সংখ্যালঘু সকলৰ আগবঢ়া শ্ৰেণীৰ পৰা। যিথন সভাই ভাৰতীয় গণতন্ত্ৰ সম্পৰ্কে আলোচনা কৰিছিল আৰু শেষত ভাৰতীয় গণতন্ত্ৰৰ ভাগ্য নিৰ্ণয় কৰিছিল সেইখন সভাত আনকি জয়প্ৰকাশ নাৰায়ণ, অচ্যুত পট্টবৰ্দ্ধন, আচাৰ্য নাৰায়ণ দেব আৰু ৰাম মনোহৰ লোহিয়াৰ দৰে মানুহেও স্থান পোৱা নাছিল। কমিউনিষ্ট সকলৰ কথা নকলোৱেইবা। অসমৰ জন-জাতীয় ৰাইজৰ স্বীকৃত নেতা ভীমবৰ দেউৰীক সুচতুৰভাবে সংবিধান সভাৰ পৰা আঁতৰাই ৰাখি তেওঁৰ ঠাইত দিয়া হৈছিল অসমৰ কংগ্ৰেছ নেতা সকলৰ নিৰ্দেশ সততে মানি-চলা অইন এজনক।

অৱশ্যে ভাৰতৰ সেই সময়ৰ পৰিস্থিতিয়েও স্বাধীন ভাৰতৰ সংবিধানত অতিকেন্দ্ৰিকতাৰ পোষকতা কৰাৰ ক্ষেত্ৰত সংবিধান প্ৰণেতা সকলক যথেষ্ট পৰিমাণে প্ৰভাবিত কৰিছিল। বৃটিছ সাম্ৰাজ্যবাদী সকল আৰু ৰাজপৰিয়ালসমূহত থকা তেওঁলোকৰ অনুগামী সকলৰ কুটকৌশল, সাম্প্ৰদায়িক বিভীষিকাৰ ক'লা ডাৱৰ আৰু প্ৰদেশ সমূহৰ পিছপৰা আৰু জনজাতীয লোক সকলে নিঃসহায় ভাবে সন্মুখীন হোৱা শোষণ-নিপীড়ন আদি আছিল এই পৰিস্থিতি বোৰৰ অন্যতম। আৰু এনে পৰিস্থিতিত কেন্দ্ৰৰ দমনমূলক কৰ্তৃত্বই দেশখনক এক কৰি ৰাখিব পাৰিব বুলি তেওঁলোকে ভাবিছিল।

ইয়াৰ উপৰিও আছিল ঔপনিৱেশিক সংবিধানিকতাৰ ঐতিহ্য; ই কেইবা দশক জুৰি শক্তিশালী কেন্দ্ৰৰ ভেটি স্থাপন কৰিছিল, আৰু ইয়াৰ ফলত আমাৰ দেশৰ ক্ষমতাশালী অংশৰ মাজত এনে মনোভাব গা কৰি উঠিছিল যে দেশৰ অৰ্থনীতি আৰু প্ৰশাসনৰ স্বাৰ্থতে শক্তিশালী কেন্দ্ৰৰ প্ৰয়োজন। অসাধাৰণ প্ৰভাৱশালী হিচাপে জন সাধাৰণৰ মাজত ৰাষ্ট্ৰৰ মচনদ গঢ়ি উঠিছে। আনকি নিজৰ সতীৰ্থ সকলে 'আধুনিক মনু' বুলি তোষামোদ কৰা আম্বেদকাৰেও অস্পৃশ্য সকলৰ হৈ চলোৱা জঙ্গী আন্দোলনৰ অভিজ্ঞতা বাদ দি বৰ্ণ হিন্দু উগ্ৰবাদৰ পৰা পৰিত্ৰাণ পাবলৈ কেন্দ্ৰীয় কৰ্তৃত্বৰ ওপৰত আস্থা স্থাপন কৰিছিল।

যিহেতু প্ৰতিনিধি সকলৰ বেছিভাগেই প্ৰকৃতাৰ্থত জনসাধাৰণক প্ৰতিনিধিত্ব কৰা নাছিল আৰু বৰ বেছি সমাজৰ ক্ষুদ্ৰ গোষ্ঠী একোটাক প্ৰতিনিধিত্ব কৰিছিল, সেয়ে মাটিৰ বাস্তৱতা সম্পৰ্কে তেওঁলোক প্ৰায় অজ্ঞ আছিল। সংবিধান সভাৰ লিপিবদ্ধ কৰা আলোচনাৰ হাজাৰ হাজাৰ পৃষ্ঠা পৰ্যবেক্ষণ কৰিলে সংবিধান প্ৰণয়ণৰ গোটেই প্ৰক্ৰিয়াটোকে কিবা বিমূৰ্ত আৰু আইনী যেন লাগে। প্ৰায়ে বিদেশী আৰ্হি, পুৰণা ঔপনিৱেশিক আইন আৰু গান্ধীৰ ধ্যান ধাৰণা বোৰৰ বিষয়ে উল্লেখ কৰা হৈছিল। গান্ধীৰ ধ্যান-ধাৰণা বোৰ অৱশ্যে আম্বেদকাৰে অপ্ৰাসঙ্গিক বুলি প্ৰত্যাখান কৰিছিল। মাটিৰ বাস্তৱতা সম্পৰ্কে যে প্ৰতিনিধি সকল সজাগ নাছিল তাৰ এটা উদাহৰণ হিচাপে ক'ব পাৰি যে প্ৰতিনিধি সকলে ভাৰতৰ নৃগোষ্ঠীয় সংখ্যালঘু সকলৰ প্ৰশ্নটো বুজিবলৈ মুঠেই চেষ্টা কৰা নাছিল। তেওঁলোকৰ বহুতেই নৃগোষ্ঠীয় সংস্কৃতি আৰু ভাষা সমূহৰ বিকাশক আবৰ্জনা বুলি জ্ঞান কৰিছিল আৰু লাহে লাহে সেইবোৰ নোহোৱা কৰিব বিচাৰিছিল। G S Ghurge-ৰ দৰে বহুতেই ক'ব বিচাৰিছিল যে যিহেতু প্ৰকৃততে জনজাতীয় সকলৰ পৰাই হিন্দুবৰ্ণ প্ৰথাই জন্ম গ্ৰহণ কৰিছে গতিকে তেওঁলোকক বিশেষ অধিকাৰ দিয়াৰ প্ৰযোজন নাই। তেওঁলোকৰ মতে অনুসূচিত জাতি আৰু জনজাতীয় লোক সকল হ'ল এটা প্ৰভাৱশালী আৰু পৰোপ-কাৰী গোষ্ঠীৰ আশ্ৰয় আৰু সুৰক্ষাত বৰ্তি থকা মানব প্ৰজতি। বাস্তৱত কিন্তু অনুসূচিত জাতি আৰু জনজাতীয় লোক সকলৰ সমস্যা আছিল সম্পূৰ্ণ পৃথক।

যিমানদূৰ সম্ভৱ অনুসূচিত জনজাতিসকলক কিছুমান দূৰৱৰ্তী অঞ্চলত বাস কৰা বিশেষ সুৰক্ষা দিব লগা লোক বুলি ভবা হৈছিল। আৰু এওঁলোক সদায় পৰাশ্ৰয়ী হৈ থাকিব বুলিয়ে ধৰি লোৱা হৈছিল। কাইলৈ এওঁলোকে আত্মনিয়ন্ত্ৰণৰ অধিকাৰ আৰু স্বায়ত্ব শাসনৰ দাবী উত্থাপন কৰিলে উত্তৰ হ'ব পৰা পৰিস্থিতি সম্পৰ্কে কোনো চিন্তাই কৰা হোৱা নাছিল। স্বীকাৰ্য্য যে এই ক্ষেত্ৰত অসমৰ গোপীনাথ বৰদলৈয়ে কিছু দূৰদৃষ্টি দেখুৱাইছিল যদিও তেওঁ কিন্তু হিতাকাংখী পৃষ্ঠপোষকৰ

দৃষ্টিভংগীৰ পৰা উৰ্দ্ধত যাব পৰা নাছিল। সেয়েহে জনজাতীয় লোকসকলে আত্মপৰিচয়ৰ প্ৰতি সজাগ হৈ আত্মনিয়ন্ত্ৰণৰ কথা বুজিবলৈ ধৰোঁতে তেওঁলোকে সাংবিধানিক আৰু আদৰ্শগত বাধাৰ প্ৰাচীৰৰ সম্মুখীন হ'বলগীয়া হোৱাটোত আচৰিত হ'বলগীয়া একো নাই।

এই ধৰণৰ চিন্তাৰ অন্তৰালত নিহিত আছে দুশছৰীয়া উপনিৱেসিক ৰাজত্বকালত দেশীয় পুঁজিৰ বাধাগ্ৰস্ত বিকাশ, অৰ্থনীতিত ইয়াৰ দাসত্বৰ মনোভাৱ, কৃষি আৰু সম্পৰ্কৰ পৰিবৰ্তনত অসমৰ্থতা গোড়া বৰ্ণ আৰু বৰ্ণপ্ৰথাৰ পৰা সৃষ্টি হোৱা সামাজিক অচলাৱস্থা, সমাজ সংস্কাৰত থকা কৃত্ৰিমতা, আৰু জাতি গঠন প্ৰক্ৰিয়াত থকা বিভিন্ন বাধা। প্ৰাক্-পুঁজিবাদী সম্পৰ্ক আৰু চৰিত্ৰৰ অৱস্থিতি আৰু সাম্ৰাজ্যবাদী সকলে ইচ্ছাকৃত ভাবে সমাধান নকৰাকৈ ৰখা সমস্যাসমূহে 'আধুনিক' চিন্তাসমূহ উপৰুৱা আৰু পাশ্চাত্যাভিমুখী কৰি তুলিলে। বৰ্ণপ্ৰথা আৰু জড়বাদ আদিৰ ওপৰত এই চিন্তাধাৰাসমূহ বৰ্তি আছিল।

পৰিকল্পিত উন্নয়নৰ দশকবোৰত বৃহৎ বুৰ্জোৱাৰ লভ্যাংশ আৰু ৰাজনৈতিক ক্ষমতা প্ৰভূত পৰিমাণে বৃদ্ধি পাইছে। ই গ্ৰাম্যাঞ্চলৰ কোনো কোনো ঠাইত এটা 'কুলাক' শ্ৰেণীৰ জন্ম দিছে আৰু এই শ্ৰেণীটোৱে চৰকাৰৰ ওপৰত যথেষ্ট চাপ সৃষ্টি কৰিবলৈ আৰম্ভ কৰিছে কিন্তু গ্ৰাম্যাঞ্চলৰ বিশাল অঞ্চলত বিভিন্ন উপায়েৰে পুঁজিবাদী অনুপ্ৰবেশ ঘটিলেও প্ৰাক্ পুঁজিবাদী সম্পৰ্ক এতিয়াও পূৰ্ণমাত্ৰাই বিদ্যমান। ধন ধাৰলৈ দিওঁতা আৰু ভূস্বামী সকলৰ শোষণ লুণ্ঠন এতিয়াও গাঁৱৰ গৰীব খেতিয়ক আৰু মাটিহীন শ্ৰমিকৰ দুঃস্বপ্নৰ কাৰণ হৈয়ে আছে, কৃতদাস প্ৰথাৰ কথা যেনিবা নকলোবেই। যদিও বৰ্ণ প্ৰথাত ভিতৰৰ পৰাই কিছু পৰিবৰ্তন হৈছে আৰু অ'ত-ত'ত কিছু সালসলনি হৈছে কিন্তু প্ৰাক পুঁজিবাদী শোষণৰ হাতিয়াৰ হিছাপে সামাজিক আৰু মতাদৰ্শতভাবে ই এতিয়াও যথেষ্ট শক্তিশালী হৈ আছে। ৰাষ্ট্ৰ আৰু সাম্ৰাজ্যবাদী পুঁজিৰ সহায়ত মেট্ৰ'পলিটান বৃহৎ বুৰ্জোৱা সকলে খুব সোনকালে আধিপত্যকামী ভূমিকা গ্ৰহণ কৰিছে। ইয়াৰ একচেতিয়া অৱস্থানে বিভিন্ন আঞ্চলিক মধ্য-বিত্তৰ বুৰ্জোৱা আশা আকাংখ্যা পূৰণৰ ক্ষেত্ৰত বাধা হিচাপে দেখা দিছে আৰু এই মধ্যবিত্ত শ্ৰেণীবোৰ প্ৰাক্-পুঁজিবাদী কাঠামোৰ সৈতে ঘনিষ্ঠভাবে যুক্ত হৈ পৰাৰ লগতে নানা ধৰণৰ প্ৰতিক্ৰিয়াশীল কাৰ্যৰ লগত জড়িত হৈ পৰিছে। এই দিশ সমূহৰ ওপৰত নিৰ্ভৰ কৰি গঢ়লৈ উঠা তেওঁলোকৰ আকাঙ্ক্ষাৰ জাতীয়তাবাদী আৰু উপ-জাতিয়তাবাদী অভিব্যক্তিয়ে অন্তহীন বিভ্ৰান্তিৰ সৃষ্টি কৰিছে।

অসমত এই শতিকাৰ চল্লিশৰ দশকৰ শেষৰ ফালে অসমীয়া মধ্যবিত্তই সৃষ্টিকৰা আধুনিক সাহিত্যত জাতীয়তাবাদী ভাৱধাৰাৰ লগতে সাম্ৰাজবাদ বিৰোধী মনোভাবো

প্ৰকাশ পাইছিল আৰু ই ভাৰতীয় ঐক্যৰ ধাৰণাটো সফল কৰি তুলিছিল। এই সাহিত্যত স্থানীয় মাটিৰ পৰস থকা জাতীয়তাবাদী অথচ উদাৰ আৰু আধুনিক এক সভ্যতাৰ সপোন ৰচা হৈছিল। আধুনিক শিক্ষাৰ পৰা আহৰিত এই ধ্যান-ধাৰণা আৰু সাম্ৰাজ্যবাদ বিৰোধী সংগ্ৰামৰ শ্লোগানে অসমীয়া মধ্যবিত্তৰ অৰ্দ্ধ-সামন্তবাদী সম্পৰ্কবোৰ সম্প্ৰতি নিষ্প্ৰভ কৰি পেলালে। প্ৰায় আটাইবোৰ মধ্যবিত্ত পৰিয়ালৰ উপাৰ্জনৰ এটা অংশ আহিছিল অৰ্দ্ধ-সামন্তবাদী কৃষি-সম্পৰ্কৰ শোষণৰ পৰা। এই শোষণ কাৰ্যতে তেওঁলোকৰ উদ্যমৰ অন্ত পৰিছিল। গ্ৰাম্যাঞ্চলত উপাৰ্জনৰ যোগ্ন-অনাই আহিছিল এই ধৰণৰ শোষণৰ পৰা। চল্লিশৰ দশকত সাম্ভাব্য ক্ষমতা হস্তান্তৰৰ প্ৰতি সজাগ হৈ এওঁলোকে ৰাজ্যিক প্ৰশাসনৰ ওপৰত আধিপত্য বিস্তাৰ কৰিবলৈ প্ৰচেষ্টা চলাইছিল। অসমীয়া মধ্যবিত্তৰ নেতৃত্বত আছিল বৰ্ণ হিন্দু সকল; স্থানীয় সাম্ৰাজ্যবাদ বিৰোধী আন্দোলনত আৰু অসমীয়া জাতীয়তাবাদী জাগৰণত তেওঁলোকে লোৱা নেতৃত্ববাদী ভূমিকাই তেওঁলোকৰ অৱস্থান যথেষ্ট সুবিধাজনক কৰি তুলিছিল। মধ্যবিত্তৰ অন্যান্য অংশৰ লগত যে তেওঁলোকৰ কোনো বাদ-বিবাদ নাছিল তেনে নহয়, কিন্তু সেইবোৰ নিয়ন্ত্ৰণৰ বাহিৰলৈ যোৱা নাছিল। অন্য নৃগোষ্ঠীয় জনসাধাৰণ আৰু বৰ্ণ প্ৰথাৰ নিম্ন পৰ্যায়ৰ লোক সকল বৰ্ণহিন্দু সকলৰ গাওঁ অঞ্চলৰ থকা কৃষি পামত শ্ৰমিক হিছাপে কাম কৰিছিল আৰু শিক্ষা-দীক্ষা আৰু অৰ্থ-নৈতিক ভাৱে অতি পিছপৰা বাবে তেওঁলোকে বৰ্ণ হিন্দু সকলৰ এই আধিপত্য প্ৰতিহত কৰিব পৰা নাছিল। এই নিম্ন বৰ্ণৰ লোক সকলৰ মাজৰ পৰা তেওঁলোকৰহে মাতমতা দুই এজন বিশিষ্ট নেতা ওলাইছিল যদিও তেওঁলোকে স্বাধিকাৰ ৰক্ষাৰ ক্ষেত্ৰত এক ঐক্যবদ্ধ জঙ্গী আন্দোলন গঢ়ি তোলাৰ পৰ্যায় পোৱা নাছিল।

কিন্তু উৎপাদিকা শক্তি সমূহক নিয়ন্ত্ৰণ কৰাৰ ক্ষেত্ৰত অসমীয়া মধ্যবিত্ত শ্ৰেণীটো দুৰ্বল আছিল। স্বাধীনতাৰ পিছত চাহ উদ্যোগৰ ক্ষেত্ৰত বৃটিছ পুঁজি ভাৰতীয় পুঁজিৰ লগত আপোচ কৰিব বিচৰা সময়ত চাহ উদ্যোগৰ অংশ কিনিবলৈ মাত্ৰ কেইজনমান অসমীয়াহে ওলাইছিল। উৎপাদনমুখী উদ্যোগ প্ৰতিষ্ঠাৰ প্ৰতি ই কোনো চেষ্টাই কৰা নাছিল। নিত্য ব্যৱহাৰ্য বস্তুৰ পাইকাৰী কাৰবাৰ সম্পূৰ্ণৰূপে মাৰোৱাৰী সকলৰ নিয়ন্ত্ৰত আছিল। আনকি সৌ সিদিনালৈ ৰাজ্যিক প্ৰশাসনতো শিক্ষাগতভাৱে অধিক আগবঢ়া বঙালী সকলৰে প্ৰাধান্য আছিল।

এইবোৰ কাৰণতে অসমীয়া মধ্যবিত্তই ৰাজ্যিক প্ৰশাসনক নিজৰ নিয়ন্ত্ৰণাধীন কৰিবলৈ বাধ্য হৈ পৰিছিল। বঙালী মধ্যবিত্তক অসন্তুষ্ট কৰি ই অসমীয়া জাতীয়তা-বাদক সাৰ পানী দি ইতিমধ্যে সঞ্জীৱিত কৰি তুলিছিল, কলিকতা মহানগৰীৰ পৰা

পোৱা সা-সুবিধাৰ বাবে আৰু অসম পিছত সংযুক্ত হোৱা বাবে শিক্ষা-দীক্ষাত বঙালী সকল অসমীয়াতকৈ আগবঢ়া আছিল। বোধহয় এই স্বাৰ্থ-সংঘাটৰ বাবেই চল্লিশৰ দশকত কলিকতীয়া সংবাদ পত্ৰই অসমত বিশ্ববিদ্যালয় আৰু উচ্চন্যায়ালয় স্থাপনৰ বিৰোধিতা কৰিছিল দুয়োটাৰ সপক্ষে অসমত জোৰদাৰ জন সমৰ্থন আছিল। অসমীয়া মধ্যবিত্তই নতুনকৈ লাভ কৰা আৰু তেতিয়াৰ নিয়ন্ত্ৰণ অনিশ্চিতহৈ থকা ৰাজ্যিক প্ৰশাসনক অসমীয়া জাতীয়তাবাদ আৰু ইয়াৰ শ্ৰেণী স্বাৰ্থ পুৰণ কৰাৰ কাৰণে ব্যৱহাৰ কৰিব বিচাৰিছিল। কৃষিৰ ক্ষেত্ৰত আধুনিক প্ৰযুক্তিবিদ্যা প্ৰয়োগত ই মুঠেই ইচ্ছুক নাছিল। উদ্যোগ আৰু উদ্যোগিক পাৰদৰ্শিতা বৃদ্ধিৰ বাবে ই কোনো ব্যৱস্থা কৰা নাছিল। বাগিছা অৰ্থনীতিৰ প্ৰাধান্য থকা অঞ্চলটোৰ উদ্যোগী কৰণৰ ক্ষেত্ৰত মেট্ৰোপলিটান বৃহৎ বুৰ্জোৱাই তেনে কোনো বিশেষ উদ্যোগ লোৱা নাছিলু। সাম্ৰাজ্যবাদী শাসনৰ পৰিণতি আৰু অপৰিৱৰ্তিতত অৰ্দ্ধ-সামন্ততান্ত্ৰিক সম্পৰ্কৰ প্ৰভাৱৰ ফলত অসমীয়া মধ্যবিত্ত খুব বেছি পৰিমাণে চাকৰিজীৱী হৈ পৰিছিল আৰু চাকৰিৰ যোগেদিয়েই উন্নয়ন সম্ভব বুলি এওঁলোকৰ বদ্ধমূল ধাৰণা হৈছিল।

এনেদৰে খুব সোনকালে অসমীয়া জাতীয়তাবাদে উগ্ৰজাতীয়তাবাদী চৰিত্ৰ লাভ কৰিছিল। নিজৰ দুৰ্বলতাসমূহ স্বীকাৰ কৰি তাক আওঁৰোৱাৰ চেষ্টা কৰাৰ সলনি জাতীয়তাবাদী ঢঙেৰে অন্য নৃগোষ্ঠীয় লোক সকলক ভয় খুউৱা আৰু তেওঁলোকৰ মাতব্বৰী কৰাৰ কৌশলহে ই অৱলম্বন কৰিছিল। তৎসত্বেও পঞ্চাশৰ দশকলৈ অসমীয়া জাতীয়তাবাদী পতকাৰ তলত অসমৰ খিলঞ্জীয়া নৃগোষ্ঠীসমূহৰ জনসাধাৰণক সমাবেশিত কৰাত অসমীয়া মধ্যবিত্ত সফল হৈছিল। দক্ষ আৰু দূৰদৃষ্টি সম্পন্ন কংগ্ৰেছী নেতা গোপীনাথ বৰদলৈয়ে সংবিধানত ষষ্ঠ অনুসূচী সংলগ্ন কৰি পাহাৰ অঞ্চলৰ জনজাতীয় লোক সকলৰ সুবিধা কৰি দি আৰু ভৈয়াম অঞ্চলৰ জনজাতীয় লোক সকলৰ কাৰণে শিক্ষানুষ্ঠান আৰু চৰকাৰী কাৰ্য্যালয়ত আসন সংৰক্ষণৰ ব্যৱস্থা কৰি জনজাতীয় নেতাসকলৰ সমৰ্থন আদায় কৰিবলৈ সমৰ্থ হৈছিল। অন্য ঠাইৰ জনজাতীয় লোকসকলৰ তুলনাত অসমৰ ভৈয়াম অঞ্চলৰ জনজাতীয় লোক সকল বেছিপৰিমাণে স্থানীয় হিন্দু সমাজৰ ওচৰ চাপি অহা বাবে তেওঁলোকক পঞ্চম অনুসূচীত অন্তৰ্ভুক্ত কৰা নহ'ল। জনজাতীয় সকলৰ জীৱিকাৰ মূল উৎস হ'ল ভূমি, জনজাতীয় সকলতকৈ আগবঢ়া অন্যলোকে যাতে তেওঁলোকৰ কৃষি ভূমি হস্তাগত কৰাৰ বাবে ১৯৪৭ চনত বিশেষ বিধেয়ক প্ৰৱৰ্ত্তন কৰা হৈছিল দুৰ্ভাগ্যজনক ভাবে এই বিধেয়কৰ বহুতো সুৰুঙা থাকি গৈছিল আৰু এই বোৰৰ যোগেদি বহুলোকে জনজাতীয় বেষ্টনীৰ ভিতৰত সোমাই জনজাতীয় লোকৰ ভূমি হস্তাগত কৰিছিল।

জনজাতীয় আবেষ্টনীৰ পৰা বহু মাটি আতঁৰাই আনি ভালেকেইবাৰ অসম চৰকাৰে নিজে এই অপৰাধ কৰিছে। ৰাজহ বিষয়া আৰু জিলা প্ৰশাসনৰ হাতত এই ক্ষেত্ৰত প্ৰচুৰ ক্ষমতা দিছিল, জনজাতীয় লোকসকলৰ কাৰণে সংৰক্ষিত কৰি ৰখা মাটিলৈ ৰাজ্যখনৰ বাহিৰৰ পৰা আৰু ভিতৰৰ পৰা বৃহৎ পৰিমাণৰ অজনজাতীয় লোকৰ অনুপ্ৰবেশ হোৱা কাৰ্যত হয় এওঁলোকৰ অনুমোদন আছিল নহয় এওঁলোকে এই অনুপ্ৰবেশ দেখিও নেদেখাৰ ভাও জুৰিছিল। যিমানেই অজনজাতীয় 'কৰ্মোদ্যোগী মানুহৰ হাতলৈ মাটি গৈছে সিমানেই জনজাতীয় লোক ভূমিহীন হৈ আহিছে। শিক্ষাৰ প্ৰসাৰৰ ক্ষেত্ৰতো চৰকাৰে জনজাতীয় অঞ্চল সমূহৰ প্ৰতি ইচ্ছাকৃতভাবে অৱজ্ঞা কৰি অহা বাবে সংৰক্ষণৰ দ্বাৰা আশা কৰা মতে ফল পোৱা নহ'ল।

স্বাধীনতাৰ প্ৰাক্ মুহূৰ্ত্তত-অসম প্ৰাদেশিক কংগ্ৰেছৰ নেতৃবৃন্দ আৰু জনজাতীয় লীগৰ নেতা সকলৰ মাজত হোৱা চুক্তিৰ দ্বাৰা জনজাতীয় জনসাধাৰণে বিশেষ বাবে উপকৃত হ'ব বুলি ভাবিছিল যদিও কাৰ্যতঃ ই তেওঁলোকক তেনেকৈ সহায় নকৰিলে। আনকি এনেকৈও ক'ব পাৰি যে ই তেওঁলোকৰ স্বাৰ্থ বহু পৰিমাণে ক্ষুন্নহে কৰিলে। এনেদৰে অসমীয়া মধ্যবিত্তৰ ক্ষুদ্ৰ স্বাৰ্থই অসমীয়া জাতীয়তাবাদক এক উগ্ৰজাতীয়তা-বাদী চৰিত্ৰ দান কৰিছিল আৰু বঞ্চিত জনগোষ্ঠী সমূহক তেওঁলোকৰ আধিপত্যৰ বিৰুদ্ধে যাবলৈ বাধ্য কৰি তুলিছিল।

দৰাচলতে, যিক্ষেত্ৰত গোপীনাথ বৰদলৈয়ে বুজাপৰা আৰু কৌশল অবলম্বন কৰিছিল তেওঁৰ উত্তৰাধিকাৰী সকলে কিন্তু তেওঁলোকৰ আবেগ অনুভূতিলৈ ভ্ৰূক্ষেপ নকৰি বিধি বিধান নামানি নিম্নবৰ্ণৰ মানুহখিনিক এফালৰ পৰা মহতীয়াই নিছিল। স্বাধীনতাৰ ঠিক পিছতেই হাজাৰ হাজাৰ পমুৱা মুছলমান মানুহক অসমৰ সীমা পাৰ কৰি খেদি পঠিওৱা হৈছিল। লোক পিয়লৰ সঞ্চালক ভাগাইৱালাৰ মতে ১৯৫১ চনৰ পিয়লে সেই সময়ত "অসমত বিদ্যমান আগ্ৰাসী ভাষিক জাতীয়তাবাদকে প্ৰতিফলিত কৰে। (ভাৰতৰ লোকপিয়ল ১৯৬১, ৩য় খণ্ডৰ ২০৩ পৃষ্ঠাত তেওঁৰ এই অভিমত উদ্ধৃত কৰা হৈছে।) তেওঁ কয়, "একমাত্ৰ অসমীয়াত বাহিৰে বাকী প্ৰতিটো ভাষা বা ভাষিক গোষ্ঠীৰ ক্ষেত্ৰতে সেই ভাষা কোৱা মানুহৰ শতকৰা হাৰ হ্ৰাস পাইছে। অনা-অসমীয়া ভাষী লোকৰ সংখ্যা হ্ৰাস পোৱাৰ ফলতেই ১৯৫১ চনৰ লোকপিয়লত অসমীয়া-ভাষীৰ শতকৰা, হাৰ প্ৰভূত পৰিমাণে বৃদ্ধি পায়।" (ঐ) ৰাজ্য পুনৰগঠন আয়োগ (১৯৫৪), চৰকাৰী ভাষা বিধেয়ক (১৯৬১) গ্ৰহণ ইত্যাদি উল্লেখনীয় ঘটনাই অসমীয়া মানুহৰ মাজত এক অভূতপূৰ্ব গণউদ্যম আৰু জঙ্গী মনোভাব জাগ্ৰত কৰিছিল। জনগণৰ মাজত অকল উদ্যম জাগ্ৰত কৰাই নহয়, মধ্যবিত্ত শ্ৰেণীটোৱে বিভিন্ন ধৰণে জনসমৰ্থন প্ৰদৰ্শন কৰি তাক তেওঁলোকৰ নীতিৰ

সমৰ্থনত ৰাজনৈতিক ভাৱে ব্যৱহাৰ কৰিছিল। পণ্ডিত আৰু বুদ্ধিজীৱীসকলৰ সংকৃত সিদ্ধান্তবোৰ, জনসাধাৰণৰ মাজত অবধাৰিত ভাবেই আতকৈ কম সংকৃত ৰূপত প্ৰকাশ পাইছিল।

এই সময়ছোৱাত ইতিমধ্যে মধ্যবিত্তৰ শিবিৰটোত ভিৰ কৰিছিল নতুনকৈ প্ৰশিক্ষণ পোৱা ডাক্তৰ, ইঞ্জিনিয়াৰ, চৰকাৰী বিষয়া আৰু দ্ৰুতহাৰত বাঢ়ি অহা ঠিকাদাৰ সকলে। সমৃদ্ধিৰ নতুন সোৱাদ লোৱাৰ বাবে এওঁলোকে দৃষ্টি নিক্ষেপ কৰিছিল ৰাজ্য প্ৰশাসনৰ ফালে। গাৱঁৰ মানুহখিনিয়েও জাতীয়তাবাদী আদৰ্শৰ মাজতহে প্ৰত্যক্ষ কৰিছিল নগৰীয়া আবেষ্টনিৰ মাজত থকা আৰামদায়ক চাকৰি আৰু সমৃদ্ধিলাভ কৰাৰ পাৰপত্ৰ। অন্য জনগোষ্ঠী সমূহৰ জনগণৰ সমৰ্থন আদায় কৰা হৈছিল চতুবালিৰ জৰিয়তে। অসমীয়াকৰণ প্ৰক্ৰিয়াটোৰ লগতে যদি তেওঁলোকক অৰ্থনৈতিক সা-সুবিধা আৰু সামাজিক আৰু ৰাজনৈতিক সমমৰ্যাদা দিয়া হ'লহেঁতেন তেতিয়াহ'লে তেওঁলোক আজি অসমীয়া জাতীয়তাবাদৰ দৃঢ় প্ৰবক্তা হ'ল হেঁতেন। কিন্তু উগ্ৰজাতীয়তাবাদে সদায় নিজৰ স্বাৰ্থৰ বাহিৰে একোৱে নেদেখে।

কোনো ওজৰ আপত্তি নেদেখুৱাকৈ তেতিয়ালৈকে অসমীয়াৰ নেতৃত্ব মানি চলা বিভিন্ন অনা-অসমীয়া গোষ্ঠীয়ে এই লক্ষণবোৰ কিন্তু সঠিকভাবেই মন কৰি আছিল। তেওঁলোকে বুজি পাইছিল যে একচেতীয়া ৰাজনৈতিক ক্ষমতাই তেওঁলোকৰ আশা আকাঙ্খাবোৰ ৰূপায়ণ কৰাৰ সুযোগ আৰু উন্নয়নৰ প্ৰচেষ্টাবোৰ ব্যাহত কৰাতো খুৰূপ। বিশেষকৈ ১৯৬১ চনৰ চৰকাৰী ভাষা বিধেয়কখনক তেওঁলোকৰ উন্নতিৰ পথত এক প্ৰতিবন্ধক আৰু চৰকাৰী চাকৰি লাভ কৰাৰ পথত উদ্দেশ্যমূলক ভাবে গঢ়ি তোলা এক হেঙাৰ হিচাপে গ্ৰাহ্য কৰিছিল। অধিকন্তু, তেওঁলোকৰ আশঙ্কা হৈছিল যে অসমীয়াৰ আধিপত্যই তেওঁলোকৰ ভাষা আৰু সংস্কৃতিৰ ভৱিষ্যতে বেয়াকৈ ক্ষতিগ্ৰস্ত কৰিব। গাৰো নেতা আৰু সেই সময়ৰ বিমলা প্ৰসাদ চলিহা মন্ত্ৰীসভাৰ শিক্ষামন্ত্ৰী কেপ্তেইন উইলিয়ামচন চাংমাই ৰাজ্যিক ভাষা বিধেয়কখন গ্ৰহণ কৰাৰ লগে লগেই মন্ত্ৰীসভাৰ পৰা পদত্যাগ কৰিছিল। ইয়াৰ লগে লগেই বৃটিছ যুগৰ পুৰণি অসমখনৰ বিভাজনৰ প্ৰক্ৰিয়াটো আৰম্ভ হৈ গৈছিল। ১৯৬৩ চনত নাগালেণ্ড, ১৯৭২ চনত মেঘালয় আৰু ১৯৮০ চনত মিজোৰামক পৃথক ৰাজ্য কৰা হৈছিল। আজি বড়ো সকলে এইবুলি মতপোষণ কৰিছে যে তেওঁলোকৰ দাবীটো এই প্ৰক্ৰিয়াটোৰ পৰাই উদ্ভূত।

এফালে অসমীয়া মানুহৰ জাতীয় আবেগৰ প্ৰচণ্ড উল্লসিত ঢৌ আৰু আনফালে সংখ্যালঘু সকলৰ তিক্ত বিৰোধৰ মাজতেই ১৯৭২ চনত গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ শিক্ষা পৰিষদে অসমত উচ্চ শিক্ষাৰ একমাত্ৰ মাধ্যম হিচাপে অসমীয়া

ভাষা গ্ৰহণৰ সিদ্ধান্ত লয়। অৱশেষত এই সিদ্ধান্ত কিছু পৰিমাণে পৰিমাৰ্জিত কৰা হৈছিল। দুৰ্ভাগ্যজনক কথা এই যে আনকি বঙালী ভাষী কাছাৰ জিলাতো সংখ্যালঘু মানুহখিনিৰ মতৰ বিপৰীতে এই সিদ্ধান্তটো তেওঁলোকৰ ওপৰত জাপি দিয়াৰ বাবে প্ৰথমতে চেষ্টা কৰা হৈছিল।

এনেকৈয়ে উগ্ৰ জাতীয়তাবাদ হ'ল অসমীয়া মধ্যবিত্ত আৰু সম্ভ্ৰান্ত শ্ৰেণীটোৰ এনে এটা মোহৰ যাক তেওঁলোকে এৰাই চলাৰ আশাই কৰিব নোৱাৰে। কিন্তু উগ্ৰজাতীয়তাবাদক গৰিহণা দিয়াৰ আগতে উগ্ৰজাতীয়তাবাদী ষড়যন্ত্ৰত লিপ্ত হোৱাৰ দৃষ্টিভঙ্গীলৈ নহয় সমস্যাটোৰ এটা যথাযথ সমাধান উলিওৱাৰ দৃষ্টিভঙ্গীলৈ ইয়াক আমি বুজিবলৈ চেষ্টা কৰিব লাগিব। উপনিবেশিক ব্যৱস্থাটো অসমীয়া জাতিৰ বিকাশ আৰু শ্ৰীবৃদ্ধিৰ বাবে মুঠেই অনুকূল নাছিল। ই মানুহৰ মনত আশা আকংক্ষা জগাই হে তুলিছিল কিন্তু সেইবোৰ পূৰণ কৰাৰ পথবোৰৰ পৰা কিন্তু তেওঁলোকক বঞ্চিত কৰা হৈছিল। বঙালী আৰু অসমীয়া উভয়ৰ বিৰোধিতা সত্ত্বেও বাংলাভাষী জিলা শ্ৰীহট্টক অসমৰ লগত সাঙুৰি দিয়া হৈছিল। বৃটিছে অসম অধিগ্ৰহণ কৰাৰ ৫০ বছৰ পিছতহে অসমীয়া ভাষাই চৰকাৰী ভাষাৰ স্বীকৃতি পাইছিল। বৃটিছ বিনিয়োগকাৰী আৰু বাগিছা মালিক সকলৰ বাবে চাহ উদ্যোগে বিপুল ধন সম্পদ কঢ়িয়াই আনিছিল যদিও প্ৰকৃতাৰ্থত ই স্থানীয় উদ্যোগ আৰু শিল্পৰ বিকাশ বন্ধ হে কৰিছিল। সাম্ৰাজ্যবাদী প্ৰভুসকলে থলুৱা মানুহখিনিৰ শঙ্কাৰ প্ৰতি সমূলি ভ্ৰূক্ষেপ নকৰি ব্যাপক প্ৰব্ৰজনত ( immigration ) উৎসাহ যোগাইছিল।

অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৱে আধুনিক শিক্ষা-দীক্ষাৰ পৰা আৰু বঙ্গদেশে যোগুৱা উদাহৰণৰ পৰা লাভ কৰিছিল জাতীয় জাগৰণৰ গৌৰৱময় সপোন। কিন্তু শুধিবে পৰাই এই সপোন বাস্তবায়িত কৰাৰ ই উপায় পোৱা নাছিল। ঔপনিৱেশিক ৰাষ্ট্ৰৰ উত্তৰাধিকাৰী সকলে স্বাধীন ভাৰতবৰ্ষত অসমীয়া মানুহখিনিৰ আকাঙ্খাবোৰৰ প্ৰতি একেই ধৰণৰ দাম্ভিক উদাসীনতাৰ মনোভাব পোষণ কৰিছিল। অসমৰ প্ৰতিনিধি সকলে সংবিধান সভাত ৰাজ্যখনৰ কম আয়লৈ লক্ষ্য ৰাখিয়েই তেল আৰু চাহৰ পৰা হোৱা চৰকাৰী আযৰ অংশ বঢাবলৈ যুক্তি দৰ্শাইছিল যদিও কোনোৱেই তাক বুজিবলৈ যত্ন কৰা নাছিল। এনেকৈয়ে, অন্ততঃ আংশিকভাৱে, এক বৃহৎ উগ্ৰ-জাতীয়তাবাদে নিজৰ উদাহৰণেৰে বা পৰোক্ষ চাপ সৃষ্টি কৰি লালন-পালন কৰিছিল ক্ষুদ্ৰজাতিৰ মাজত উগ্ৰজাতীয়তাবাদ। ব্ৰহ্মপুত্ৰৰ ওপৰত এখন দলং নিৰ্মাণ কৰা, এটা ক্ষুদ্ৰ ক্ষমতাৰ আধুনিক শোধনাগাৰ গঢি তোলা ইত্যাদি সকলো ক্ষেত্ৰতেই কেন্দ্ৰীয় চৰকাৰক বাধ্য কৰোৱাৰ বাবে অসমত বিভিন্ন গণ আন্দোলন গঢ়ি তুলিব লগা হৈছিল। সকলো জনজাতীয় আন্দোলনৰ প্ৰতি অসমীয়াৰ বিশেষ চত্বৰ ক্ষোভ

হ'ল: "চোৱা। কেন্দ্ৰই আচল শোষক নহয়নে? আমিনো কোন কাহানি তোমালোকৰ স্বাৰ্থহানি কৰিছোঁ?"

অসমত বসবাস কৰা আন আন গোষ্ঠীৰ লোকৰ আবেগ অনুভূতিৰ প্ৰতি দেখুৱাই অহা নিৰুদ্বেগ মনোভঙ্গীৰ সৌ সিদিনাহে কিছু পৰিমাণে উপসম ঘটিছে। বাম-গণতান্ত্ৰিক সংগঠনবোৰৰ আৰু সেই ভাবাদৰ্শৰ ব্যক্তি সকলৰ নিষ্ঠা আৰু নেৰানেপেৰা চেষ্টা সত্বেও এতিয়ালৈকে কেইবা দশকো জুৰি বিদ্যমান উগ্ৰজাতীয়তাবাদী ধ্যান-ধাৰণাৰ সুদূৰপ্ৰসাৰী প্ৰভাৱ নিচিহ্ন হোৱাৰ কোনো লক্ষণ দেখা যোৱা নাই। স্থানান্তৰত আমি দেখুৱাম যে একে অসহিষ্ণু আৰু সংকীৰ্ণ মনোভাবৰ শেহতীয়া আৰু প্ৰসাধিত, কিছু উন্নত সংস্কৰণ হ'ল সংযুক্ত মুক্তি বাহিনী, অসম।

আবেগ প্ৰৱণ বহিৰাগত এজনৰ অসমীয়াৰ আত্মপৰিচয়ৰ সংজ্ঞাটোৰ আৰঁত নিহিত থকা ৰহস্যবোৰ চকুত নপৰে। এই সংজ্ঞাটোৱে গোড়া হিন্দুত্বই নিৰ্ধাৰণ কৰি দিয়া আচাৰ অনুষ্ঠান আৰু খাদ্য অভ্যাসৰ লগত নিকট সম্পৰ্ক থকা সম্প্ৰদায়-উচ্চবৰ্ণৰ হিন্দুসকলক সুবিধাজনক স্থান দিয়ে। গোড়া হিন্দুত্বৰ অনুগামী বৈষ্ণৱ গুৰু গোসাঁইৰ তাত শৰণ লোৱা সকলক পৱিত্ৰ আচাৰ অনুষ্ঠানৰ ৰহস্যত দীক্ষা দিয়া হয়। ভাষা বা ভাষাতত্বৰ গ্ৰহণযোগ্য আধুনিক সংজ্ঞাৰ আঁৰত এতিয়াও হিন্দু মতান্ধতাৰ পুৰণি ধ্যান ধাৰণাবোৰ জীয়াই আছে। সেয়েহে কিছুদিন আগলৈ মানুহে নিজৰ গুৰিগোষ্ঠী আৰ্য্যাৱৰ্ত্তৰ বুলি কৈ গৰ্ববোধ কৰাটো এটা সাধাৰণ ঘটনা আছিল, যদিও অৱশ্যে এই ধৰণৰ পৰিয়ালবোৰৰ শতকৰা ৮০ ভাগেই জনজাতীয় সকলৰ মাজৰ পৰা আহিহে আৰ্য্যিকৃত হৈছিল, অৰ্থাৎ শৰণ লোৱা পদ্ধতিৰে হিন্দু সমাজত অন্তৰ্ভুক্ত হৈছিল। এই সংস্কাৰবোৰ ইমান গভীৰলৈ শিপাইছে যে এই প্ৰথাৰে (শৰণ লোৱা প্ৰথাৰে) অহা মানুহখিনি প্ৰকৃত হিন্দু অসমীয়া বুলি বিবেচিত হ'বলৈ এক বা দুই পুৰুষ কাল অতিবাহিত হ'ব লগা হয়। সাম্প্ৰতিক কালৰ আন্তঃ-নৃগোষ্ঠীয় সংঘৰ্ষৰ অন্যতম ভয়াবহ নিদৰ্শন হ'ল ১৯৮৭ চনত গহপুৰত হোৱা সংঘৰ্ষটো। আক্ৰান্ত সকলৰ বাবেও এই ঘটনাত আক্ৰমণ নমাই অনা হৈছিল সেই জনজাতীয় গাওঁসমূহৰ ওপৰত যিবোৰ গাৱঁৰ জনজাতীয় বাইজে ওচৰ চাপি আহিছিল।

প্ৰায় এক দশক পূৰ্বে অগ্ৰণী অসমীয়া লেখক সকলে অসমৰ অনাৰ্য্য পটভূমিত আৰ্য্যীয় আঁতভালত আলোকপাত কৰিবলৈ উদগ্ৰীৱ হৈ উঠিছিল। আৰু এক ঐশ্বৰিক বিধানৰ যোগেদি বিষয়-বৈভৱ আৰু শিক্ষা দীক্ষা একপক্ষীয়ভাৱে কুক্ষিগত কৰিছিল তেতিয়াৰ 'আৰ্য্য' পৰিয়ালবোৰে। ইয়াৰ ফলশ্ৰুতিত জনজাতি জীৱন পদ্ধতিৰ প্ৰতি জাগৰিত হৈছিল অশ্ৰদ্ধা আৰু ঘৃণাৰ মনোভাৱ। মাৰ্জিত আলাপ-

আলোচনা বা কথা-বতৰাৰ পৰা সম্প্ৰতি এইবোৰ আঁতৰিছে যদিও সৰ্বসাধাৰণৰ মাজত বা ঘৰুৱা কথা বতৰাবোৰত জনজাতীয় সকলৰ প্ৰতি অৱজ্ঞাৰ মনোভাব দেখাদেখিকৈ আছে। এইটো ঠিক যে গণতান্ত্ৰিক আৰু ক্ৰান্তিকাৰী অসমীয়া চিন্তাবিদ সকলে অসমীয়া সংস্কৃতিৰ আচল ঐতিহ্য সমতাৰ ভিত্তিত বিভিন্ন জনগোষ্ঠীৰ আৰু সাংস্কৃতিক-উপাদানৰ সমন্বয়কে অসমীয়া সংস্কৃতিৰ প্ৰকৃত ঐতিহ্য বুলি কৈ আহিছে। কিন্তু এই দৃষ্টিভঙ্গী এতিয়ালৈকে সৰ্বজনগ্ৰাহ্য হোৱা নাই।

অসম আন্দোলনৰ উৎপত্তি আৰু লক্ষ্যসমূহ যিয়েই নহওক কিয় সামগ্ৰিকভাবে অসমৰ অনা-অসমীয়া নৃগোষ্ঠীবোৰে ইয়াক যেনে তেনে অসমীয়াৰ আধিপত্য সংহত-কৰণৰ বাবে চলোৱা এক বিপদজনক প্ৰচেষ্টা বুলিহে বিবেচনা কৰিছিল। এই আন্দোলনটোৱে অসমীয়াৰ আধিপত্যৰ বিৰুদ্ধে বিভিন্ন ধৰণৰ নৃগোষ্ঠীগত জাগৰণৰ সৃষ্টি কৰিলে। অসমৰ এক বিষাক্ত বাতাবৰণত নৃগোষ্ঠী জাগৰণবোৰে প্ৰায়ে এক ধৰণৰ প্ৰতিক্ৰিয়ামূলক উগ্ৰজাতীয়তাবাদী চৰিত্ৰ গ্ৰহণ কৰিছে। এইটো ভাবিলে আচৰিত লাগে যে অসম আন্দোলনৰ ভৰপকৰ সময়ত সদৌ অসম ছাত্ৰ সন্থাৰ নেতৃত্বই আকস্মিক ভাবেই শিক্ষানুষ্ঠান আৰু কাৰ্য্যালয়সমূহত অনুসূচিত জাতি-জনজাতিৰ বাবে থকা ২০ শতাংশ সংৰক্ষণ উঠাই দিয়াৰ দাবী কৰিছিল। আৰু তেওঁলোকৰ বাবে থকা জলপানীৰ বিৰোধিতা কৰিছিল।

অসমীয়া জাতি গঠন প্ৰক্ৰিয়া চলি আছে আৰু ই সম্পূৰ্ণ হ'বলৈ এতিয়াও যে বহুদূৰ বাকী এই কথা অৱশেষত অনিচ্ছাকৃতভাৱে হ'লেও সম্ভ্ৰান্ত অসমীয়া সকলে মানি লৈছে। তেওঁলোকে এইটোও উপলব্ধি কৰিব পাৰিছে যে এই প্ৰক্ৰিয়াটো ব্যাপক আৰু ক্ষিপ্ৰতৰ কৰিবলৈ লোৱা প্ৰশাসনিক পদক্ষেপ বুমেবাং হ'বলৈ বাধ্য। কিন্তু তেওঁলোকে বুজাপৰা, সমিল মিল আৰু সহিষ্ণুতাৰ নিচিনা বিকল্প পথ লবলৈ এতিয়াও অনিচ্ছুক অথবা অসমৰ্থ।

জনজাতীয় উগ্ৰজাতীয়তাবাদী সকলে প্ৰতিহিংসা চৰিতাৰ্থ কৰিবলৈ গৈ আকৌ অসমীয়া জাতিসত্তাৰ অস্তিত্বকেই হুই কৰি কয় যে ই আচলতে পৰজীৱীৰ এক ক্ষুদ্ৰ চামনী আৰু অসমৰ আটাইতকৈ ভাল বস্তুখিনি ভোগ কৰি নোদোকা হৈ পৰা এটা 'কৃত্ৰিম' সামাজিক স্তৰ। তেওঁলোকে ভাষা আৰু পৰিব্যাপ্তি লাভ কৰা নৃগোষ্ঠীয় গাঁঠনিৰ সাক্ষ্য প্ৰমাণবোৰ পোনচাতেই উৰাই দিয়ে। সংস্কৃতায়নে আগৰ চিন মোকাম নোহোৱা কৰিলেও অসমীয়া সম্ভ্ৰান্তসকল কিন্তু নিৰ্ভেজাল আৰ্য্য নহয়, অৱশ্যে তেওঁলোকে সেই বুলিয়ে দাবী কৰে। অতিকথাই অসমীয়া আৰু জনজাতি উভয়কে-একেদৰে প্ৰবঞ্চনা কৰিছে।

অসমীয়াকৰণৰ প্ৰক্ৰিয়াৰ বিৰোধিতা কৰা জনজাতি সকলৰ সমালোচনা আৰু বৈৰী-

আই এই কথাটোৱেই স্পষ্ট কৰে যে সামাজিক সমতা, পৰস্পৰৰ প্ৰতি সন্মান আৰু সহযোগিতাৰ ভিত্তিত গণতান্ত্ৰিক পদ্ধতিৰেহে বৰ্তমান অৱস্থাত অসমীয়া জাতিৰ পৰিপুষ্টি সম্ভৱ। সামান্যতম বল প্ৰয়োগ বা বাধ্যবাধকতাই ইতিমধ্যে গঢ়ি উঠা ভেটিটো বিপদাপন্ন কৰিব পাৰে।

আমি ইতিমধ্যে ওপৰত অসমীয়া জাতীয়তাবাদৰ ক্ষেত্ৰত থকা জনজাতীয় সকলৰ বিভিন্ন ক্ষোভ আৰু দুৰ্ভাৱনাৰ কথা উল্লেখ কৰিছোঁ। অসমীয়া জাতীয়তাবাদীসকলে কোনো দিনেই এই কথাটো বুজিবলৈ সক্ষম নহ'ল যে জনজাতি সকল আজি আৰু অসমীয়া সমাজত লীন যাবলৈ সিমান আগ্ৰহী নহয় বৰং প্ৰকৃততে তেওঁলোকে তেওঁলোকৰ নিজা পৰিচয় বজাই ৰাখিবলৈ আগ্ৰহী। কিছুমান ঘন বসতিৰ জন-জাতীয় অঞ্চলৰ শিক্ষাৰ মাধ্যম অসমীয়া হোৱা কাৰণে জনজাতীয় ল'ৰা-ছোৱালীয়ে যথেষ্ট অসুবিধা পায়, অসমীয়া ভাষা তেওঁলোকৰ চিনাকিয়েই নহয়। মানবীয় সমতা আৰু ভ্ৰাতৃত্ববোধৰ ধাৰণা প্ৰভূত শক্তিশালী বুলি পৰিগণিত হোৱা এখন বিশ্বত জনজাতীয় আচাৰ-ব্যৱহাৰ আৰু ধ্যানধাৰণাৰ প্ৰতি গোড়া হিন্দুসকলে প্ৰদৰ্শন কৰা ঘৃণা আৰু তেওঁলোকৰ মইবৰ ভাবে জনজাতীয় সকলৰ মনত গভীৰ ক্ষোভ আৰু অসন্তুষ্টিৰ সৃষ্টি কৰিছে। সৰ্বোপৰি সংৰক্ষণ আৰু অইন সাংবিধানিক উপায়েৰে জনজাতীয় ভাই সকলক নিজৰ স্তৰলৈ উন্নীতকৰণৰ বাবে অসমীয়া সকলে নিষ্ঠা সহকাৰে কোনো প্ৰচেষ্টা নচলালে। ৰাজ্য প্ৰশাসনত নিজৰ আধিপত্য থকাৰ সুবিধালৈ চাকৰি আৰু শিক্ষানুষ্ঠানত আসন সংৰক্ষণৰ ক্ষেত্ৰত অসমীয়া বৰ্ণহিন্দুৱে অৱজ্ঞা আৰু বিধি পঠালি দি কূটাঘাটহে কৰিছে। আটাইতকৈ ভয়ংকৰ কথাটো হ'ল এই যে জনজাতীয় বেল্ট সংমণ্ডল, যিবোৰ জনজাতি সকলৰ বাবে সংৰক্ষিত, তাত তেওঁলোকে দ্ৰুতগতিত মাটি হেৰুৱাই সম্পূৰ্ণভাবে নিৰাপত্তাহীন হৈ পৰিছে। গুৰুত্বপূৰ্ণ সুৰক্ষাৰ প্ৰশ্ন জড়িত এই ব্যৱস্থাটো যে আদিৰে পৰা ফোপোলা আছিল আৰু ইয়াক কাৰ্যকৰী কৰা ব্যৱস্থাটোৱেই যে ইয়াক অৰ্থহীন কৰি পেলাইছিল, সেই কথাটো প্ৰমাণ কৰাটো টান নহয়।

সেয়েহে জনজাতীয় লোক সকলে ৰাজনৈতিক অধিকাৰৰ কাৰণে তোলা দাবী অসংগত নহয়। তেওঁলোকে দ্ব্যৰ্থহীন ভাবে ঘোষণা কৰিছে যে যিহেতু ৰাজ্যৰ প্ৰশাসন অইনে নিয়ন্ত্ৰণ কৰে সেয়ে তেওঁলোকে এই প্ৰশাসনৰ পৰা প্ৰাথমিক ন্যায়খিনিও আশা কৰাটো বৃথা। অসমীয়া মধ্যবিত্তই আকোৰগোজভাবে এই বিশেষ দাবীৰ প্ৰতি ইমান দিনে কোনো কৰ্ণপাতেই কৰা নাই। দুই এক সন্মানজনক ব্যতিক্ৰম বাহিৰে অসমীয়া সংবাদ-পত্ৰসমূহে এই নৃগোষ্ঠীয় আৰু জনজাতীয় জাগৰণ বোৰক ষড়যন্ত্ৰ হিচাপে, অইনৰ উচতনিত সংঘটিত কৰা হিংসাত্মক কাৰ্যকলাপ আৰু উন্মাদনাৰ

বহিঃপ্ৰকাশ বুলি হেয় জ্ঞান কৰি আহিছে। অসমৰ বাহিৰৰ এজন উচ্চ ন্যায়ালয়ৰ বিচাৰপতিয়ে জনস্বাৰ্থৰ খাতিৰত ভূমকাত জনজাতি মহিলাৰ ওপৰত গণ ধৰ্ষণৰ গোচৰ বিচাৰৰ বাবে নোলোৱালৈকে জনজাতি গাঁও সমূহত, বিশেষকৈ ১৯৮৭ চনত জনজাতীয় মহিলাৰ ওপৰত অসম পুলিচে চলোৱা আতিশয্যৰ কথা কাকতবোৰত অপ্ৰকাশিত অৱস্থাতেই আছিল। প্ৰায়ভাগ অসমীয়াই জনজাতীয় জাগৰণবোৰক এক অসমীয়া বিৰোধী ষড়যন্ত্ৰ বুলি ভবা কাৰণেই এই জাগৰণ দমন কৰিবলৈ পুলিচে চলোৱা নিষ্ঠুৰ দমন-পীড়ণৰ ক্ষেত্ৰত তেওঁলোকৰ বিশেষ মূৰ কামোৰণি নাই।

শ শ বড়ো মানুহ পুলিচৰ গুলীত নিহত হোৱা, হাজাৰ হাজাৰজন গৃহহীন হোৱা আৰু এতিয়াও হাজাৰ হাজাৰজন পুলিচী সন্ত্ৰাসৰ বাবে ভূটানত আশ্ৰয় গ্ৰহণ কৰি থাকিবলগীয়া হোৱা ঘটনা সত্বেও বড়োলেণ্ডৰ দাবীত চলা আন্দোলনটোৱে অসম চৰকাৰ আৰু অসমীয়া ৰাইজৰ গভীৰ মনোযোগ আদায় কৰিব পৰা নাই। তেওঁলোকৰ বিৰুদ্ধে কোনো বিদ্বেষমূলক মনোভঙ্গী নথকা বহুতো নিৰপৰাধী অসমীয়া মানুহক বড়ো উগ্ৰপন্থী সকলে হিংস্ৰ উপায়েৰে গুলীয়াই বা বোমা মাৰি হত্যা কৰিছে। কথাটো হ'ল এই যে তীব্ৰ আৰু নিৰবচ্ছিন্ন ভাবে দমন পীড়ন চলাই যোৱা সত্বেও বড়ো আন্দোলনটো নিষ্প্ৰভ হৈ যোৱাৰ কোনো চিন দেখা হোৱা নাই। ই এক আকস্মিক বিস্ফোৰণও নহয়। ১৯৬৭ চনত পি টি চি এ যে জনজাতিসকলৰ বাবে উত্থাপন কৰা পৃথক ৰাজ্যৰ দাবীৰ দ্বাৰা এক দীৰ্ঘস্থায়ী আৰু গণ আন্দোলনৰ ভেটি স্থাপন কৰা হৈছিল। বৰ্তমানৰ বড়ো আন্দোলনৰ আৰম্ভণি হৈছিল তেনেকৈয়ে। তেতিয়াৰে পৰা বিভিন্ন সময়ত বড়ো সকলে এক পৃথক পথ অনুসৰণ কৰাৰ কাৰণে তেওঁলোকৰ মাজত থকা দৃঢ়তা আৰু সংহতি দেখুৱাই আহিছে। এই আন্দোলনসমূহৰ জৰিয়তে তেওঁলোকে বড়ো ভাষাক শিক্ষাৰ মাধ্যম হিচাপে স্বীকৃতি লাভ, বড়ো ভাষাক সহযোগী চৰকাৰী ভাষা হিচাপে স্বীকৃতি লাভ আদিকে ধৰি এটাৰ পিচত এটাকৈ দাবী পূৰণ কৰিবলৈ সমৰ্থ হৈছে। সঁচা কথা তেওঁলোকৰ মতে এই প্ৰস্তাৱ কাগজতহে আছে, অসম চৰকাৰে গুৰুত্ব সহকাৰে কাৰ্য্যকৰী কৰিবলৈ চেষ্টা কৰা নাই।

পূৰ্বণি গোৱালপাৰা জিলাৰ অংগ আৰু এতিয়াৰ কোকৰাঝাৰ জিলাৰ পৰাই এই আন্দোলনৰ নেতৃত্ব বহনকাৰী অংশটো আহিছে, অসমীয়াৰ লগত এই ঠাইৰ লোক-সকলৰ সম্পৰ্ক যৎসামান্যহে। কালিচৰণ ব্ৰহ্ম নামৰ এজন বড়ো সংস্কাৰকৰ নেতৃত্বৰ দ্বাৰা পৰিচালিত হৈ বড়ো সকলে এই শতিকাৰ দ্বিতীয় দশকত ব্ৰহ্ম ধৰ্মৰ নিচিনা এক ধৰ্মীয় পন্থা অৱলম্বন কৰিছিল আৰু গাহৰি খোৱা আৰু দেশী মদ খোৱাৰ নিচিনা অপবিত্ৰ বুলি কোৱা অভ্যাসবোৰ পৰিহাৰ কৰিছিল। কালিচৰণ ব্ৰহ্মই সমাজ সংস্কাৰৰ বাণী প্ৰচাৰ কৰিছিল আৰু বড়ো সকলক নিজৰ ভৰিৰ ওপৰত থিয় হ'বলৈ

আৰু এটা আধুনিক জাতিলৈ উধাৰলৈ প্ৰেৰণা যোগাইছিল। তেওঁলোকৰ নিজস্ব লিখিত সাহিত্য নাছিল বাবে আৰু তেওঁলোকৰ মাজত আধুনিক শিক্ষাৰ প্ৰসাৰ সীমিত হোৱাৰ লগতে বাহিৰৰ পৃথিৱীখনৰ সৈতে তেওঁলোকৰ সম্পৰ্ক কম আছিল বাবেই চুবুৰীয়া অসমীয়া মানুহখিনিৰ তুলনাত তেওঁলোকৰ উন্নয়নৰ গতি যথেষ্ট মন্থৰ আছিল। অধিকন্তু, তেওঁলোকৰ গঞা ভাই সকলে নতুন ব্ৰহ্ম ধৰ্ম আৰু ধৰ্মীয় আচাৰ অনুষ্ঠানবোৰ গ্ৰহণ কৰি তেওঁলোকৰ নেতৃত্ব মানি লোৱা নাছিল।

এইটো এটা বিতৰ্কিত প্ৰশ্ন যে স্বাধীনোত্তৰ কালত তেওঁলোকৰ প্ৰতি কৰা অৱহেলা আৰু বৈষম্যমূলক আচৰণে তেওঁলোকক বিদ্ৰোহী কৰি তুলিছে নে সঁচাকৈ এই সময়ছোৱাত তেওঁলোকৰ জীৱনধাৰাৰ সামান্যভাৱেও উন্নতি হৈছে আৰু ইয়ে তেওঁলোকৰ মনত অধিক আকাংক্ষা জগাই তুলিছে। অসহায় বড়ো খেতিয়ক সকলৰ লাউলোৱা অৱস্থা হ'লেও তেওঁলোকৰ মাজৰ মধ্যবিত্ত শ্ৰেণীটোৰ মাজত সামান্য পৰিমাণে হ'লেও সাক্ষৰতা বাঢ়িছে আৰু কিছুলোকে চাকৰি-বাকৰি পাইছে। ১৯৬১ চনৰ ভাৰতৰ লোক পিয়ল ( Vol I Part II C ) মতে সামগ্ৰিকভাৱে ভাৰতবৰ্ষত অনুসূচিত জনজাতি সকলৰ মাজত সাক্ষৰতাৰ হাৰ ৮ ৫৪ শতাংশ, বিহাৰত ৯ ১৬ শতাংশ, অন্ধ্ৰপ্ৰদেশত ৪'৪১ শতাংশ, কিন্তু অসমৰ ক্ষেত্ৰত এইটো হ'ল ২৩ ৫৮ শতাংশ।

অধিক সংখ্যক জনজাতি লোক বাস কৰা কিছুমান আৰক্ষী এলেকা আৰু কিছুমান সাধাৰণ আৰক্ষী এলেকাৰ সৈতে এটা তুলনা কৰি চোৱা যাওক। উদাহৰণ স্বৰূপে, ১৯৮১ চনৰ পিয়ল মতে আমি দেখোঁ যে পুৰণি দৰং জিলাৰ ওদালগুৰি এলেকাত আছিল ১২২ খন নিম্ন প্ৰাথমিক বিদ্যালয়, ২ খন হাইস্কুল, ১ খন ডাক্তৰখানা আৰু ১ খন আবাসিক চিকিৎসালয়। অনুৰূপভাৱে মূলতঃ অসমীয়া বসতি থকা অঞ্চল চতিয়াত আছিল ১৮৮ খন নিম্ন প্ৰাথমিক বিদ্যালয়, ১২ খন হাইস্কুল, ৫ খন ডাক্তৰখানা আৰু ১৭ খন আবাসিক চিকিৎসালয়। আন এখন অসমীয়া অধ্যুসিত অঞ্চল মঙ্গলদৈত আছিল ৩০৮ খন নিম্ন প্ৰাথমিক বিদ্যালয়, ২ খন হাইস্কুল, ৮ খন ডাক্তৰখানা আৰু ৬ খন আবাসিক চিকিৎসালয়। ওদালগুৰিত ৪৩ খন গাৱঁত পকী ৰাস্তা, চতিয়াত ৬১ খনত আৰু মঙ্গলদৈত ৯৪ খনত। কামৰূপ জিলাৰ জনজাতি অধ্যুসিত তামুলপুৰ অঞ্চলত ১৪২ খন নিম্ন প্ৰাথমিক বিদ্যালয়, ৫ খন হাইস্কুল, ৬ খন ডাক্তৰখানা আৰু দুখন আবাসিক চিকিৎসালয় আৰু ৩৫ খন গাৱঁত পকী ৰাস্তা আছিল। অসমীয়া অধ্যুসিত কমলপুৰ অঞ্চলত আছিল ২০৮ খন নিম্ন প্ৰাথমিক বিদ্যালয়, ৬ খন হাইস্কুল, ৫ খন ডাক্তৰখানা আৰু ৪৯ খনগাৱঁত পকী ৰাস্তা। নলবাৰীত আছিল ৫১০ খন নিম্ন প্ৰাথমিক বিদ্যালয়, ৮ খন হাইস্কুল, ১০

খন ডাক্তৰখানা, ৭ খন আবাসিক চিকিৎসালয় আৰু ৬৩ খন গাৰ্ঁত পকী ৰাস্তা। কোকৰাঝাৰ অঞ্চলত য'ত জনজাতি সকলৰ অৱস্থা তুলনামূলকভাবে আগবঢ়া তাত আছিল ২৬২ খন নিম্ন প্ৰাথমিক বিদ্যালয়, ৩ খন হাইস্কুল, ১০ খন ডাক্তৰখানা, ১০ খন আবাসিক চিকিৎসালয় আৰু ৯৪ খন গাৰ্ঁত পকী ৰাস্তা। এই পৰিসংখ্যাই এইটোৱেই সূচায় যে উন্নয়নৰ দিশৰ পৰা জনজাতি অঞ্চলবোৰ অসমীয়া অঞ্চলবোৰতকৈ পিছপৰা হ'লেও উগ্ৰ বড়ো প্ৰচাৰৰ দ্বাৰা আমাক ভবাই তোলা ধৰণে জনজাতি অঞ্চলবোৰ কোনো পধ্যেই একোখন মৰুভূমি নহয়।

ৰাজীৱ গান্ধী দেশৰ প্ৰধানমন্ত্ৰী হৈ থকা সময়ত যৌথভাবে দিয়া এখন স্মাৰক পত্ৰত বৰ্তমানৰ অসমৰ ভৌগোলিক পৰিসীমাৰ পৰা ফালৰি কাটি এখন পৃথক বড়ো ৰাজ্যৰ দাবীৰ যুক্তিযুক্ততা প্ৰমাণ কৰিবলৈ বি পি এ চি আৰু এ বি এচ. ইউয়ে ২৫ টা কাৰণ সন্নিবিষ্ট কৰিছিল। দুৰ্ভাগ্যৰ কথা এইবোৰত একেখিনি কথাকে পুনৰুক্তি কৰা হৈছিল আৰু এইবোৰ প্ৰায়েই অলংকাৰসৰ্বস্ব আছিল। কেইটামান দাবী অধিক অতিৰঞ্জিত যেনহে লাগে। পৰিস্থিতিটোৰ ৰাজনৈতিক জটিলতা অনুধাৱন কৰিবলৈ স্মাৰকপত্ৰখনত কোনো চেষ্টা কৰা হোৱা নাই। অসমীয়া মানুহৰ প্ৰতি বিদ্বেষমূলক আচৰণ কৰি তেওঁলোকৰ দুখ বঢ়াই তুলিব বিচৰা কেন্দ্ৰীয় চৰকাৰ এখনেহে এনে এখন পৃথক ৰাজ্য সৃষ্টি কৰিব পাৰে। এই আন্দোলনটোৰ নেতা সকল কেন্দ্ৰীয় চৰকাৰৰ সমৰ্থনৰ ওপৰত ইমানেই বিশ্বাসী যে তেওঁলোকে ২০,০০০ বৰ্গমাইল এলেকাৰ লক্ষ লক্ষ মানুহৰ ওপৰত চনোৱা আৰু তেওঁলোকে স্বেচ্ছামূলক লোক গণনা বুলি অভিহিত কৰা দলিল এখনকে প্ৰকৃত আৰু সঁচা লোক গণনা বুলি চৰকাৰৰ ওচৰত দাখিল কৰিছিল। এই স্বেচ্ছামূলক লোক গণনাৰ দ্বাৰা তেওঁলোকে বেচ সুবিধাজনকভাবে এইটো প্ৰতিষ্ঠা কৰিছে যে য'ত পূৰ্বৰ লোকপিয়ৰ মতে বহু অঞ্চলত বড়ো মানুহৰ সংখ্যা মুঠ জনসংখ্যাৰ ২০-ৰ পৰা ৩৫ শতাংশ বুলি নিৰ্দ্ধাৰণ কৰা হৈছিল সেইটো প্ৰকৃতাৰ্থত হ'ব লাগে ৬০-ৰ পৰা ৭০ শতাংশহে। এইয়া অতি বেছি অতিৰঞ্জিত আৰু ই দেখ দেখকৈ তথ্য সমূহৰ বিকৃতকৰণ। আচলতে পূৰ্বৰ লোকগণনা প্ৰতিবেদনবোৰত বড়ো জনসংখ্যা বাস্তৱতকৈ কম বুলি নিৰ্দ্ধাৰণ কৰা সম্ভৱপৰ হ'লেও সেই ভুল ইমান বেছি কেতিয়াও হ'ব নোৱাৰে আৰু প্ৰকৃত তথ্যৰ ইমান বেছি বিকৃতকৰণ সম্ভৱ নহয়।

এনেকৈয়ে বড়ো ৰাজ্যৰ দাবীটো বাস্তৱ ভিত্তিতকৈ অধিক পৰিমাণে আবেগ আৰু উচ্ছাসৰ ওপৰতহে বৰ্তি থকা যেন লাগে। ঐতিহাসিক ভাবেও এই অঞ্চলটো এককভাবে বড়ো সকলৰ আবাসভূমি বুলি ক'ব পৰা নেযায়। স্বীকাৰ্য্য যে যিহেতু বৰ্তমানৰ বহু অসমীয়া লোক আদিতে বড়ো মূলৰ আছিল সেয়েহে বুড়ো আৰু

অসমীয়াৰ মাজত এক পানী নসৰকা বিভাজন কৰাটো টান। আনহাতে বড়োলকলৰ কোভবোৰো গুৰুত্বপূৰ্ণ আৰু এইবোৰৰ যুক্তিসঙ্গত কাৰণো আছে। এই ক্ষোভবোৰ যে ৰাজনৈতিক অধিকাৰ নিৰ্দিয়াকৈ সমূলি আঁতৰ কৰিব পৰা নাযায়—তেওঁলোকে লোৱা এই দৃষ্টিভঙ্গী সন্দৰ্ভত আলোচনা বিলোচনাৰ যথেষ্ট অৱকাশো আছে। এখন পৃথক ৰাজ্য নিৰ্দিয়াকৈ তেওঁলোকক এই অধিকাৰ সমূহ কেনেকৈ পূৰণ কৰা হ'ব সেইটোৱেই হ'ল এই দেশৰ ভাবিকালৰ গণতন্ত্ৰৰ সমৰ্থক আৰু বন্ধু সকলৰ ওচৰত এক ৰাজনৈতিক প্ৰত্যাহবান। কিন্তু এই দাবীটা প্ৰকৃত এক সংঘীয় গাঁঠনিতহে পূৰণ কৰিব পৰা যায়।

যদি কোনোবাই এই গণতান্ত্ৰিক দাবীটা মানি ল'ব নোখোজে তেনেহ'লে বুজিব লাগিব যে তেওঁ আমাৰ মনোযোগ অইন ফালে নিব বিচাৰিছে। আলফাই বাস্তবিকতে সেই কৌশলেই অৱলম্বন কৰিছে। আমাৰ ধাৰণা মতে আলফা হ'ল অসমীয়া উগ্ৰজাতীয়তাবাদৰ অন্তিম ৰণ। ধাৰণা হয় বিপ্লৱৰ কথাৰে ই তাৰ ফেডাৰেল দৃষ্টিভঙ্গী অস্বীকাৰ কৰা কাৰ্য্যক ঢাকি ৰাখিব বিচাৰিছে। ইয়াৰ দ্বাৰা আলফাৰ অন্ততঃ এচাম সদস্যৰ প্ৰশ্নাতীত দেশপ্ৰেম অস্বীকাৰ কৰা বা অপযশ দিয়াৰ চেষ্টা কৰা হোৱা নাই। সমাজ পৰিবৰ্তনৰ ক্ষেত্ৰত গভীৰ তাত্বিক মনোনিবেশৰ অভাৱে কিন্তু গভীৰ অনুশীলনত মনোনিবেশৰ অভাৱকে সূচায়। উত্তৰ পূৰ্বাঞ্চলত জাত-পাত আৰু জাতি গঠনৰ সমস্যাবোৰ অৱহেলা কৰি বা উৰাই দি আলফাই আচলতে অসমীয়া সমাজক আজিৰ এই অচলাৱস্থালৈ টানি অনা শক্তিবোৰৰেই হাতৰ খেলনা হৈ পৰিছে।

প্ৰায় ২০০ লাখ জনসংখ্যাৰ অসমত নিবনুৱাৰ সংখ্যা অলপতে ২০ লাখ হৈছেগৈ। নিবনুৱা যুৱকসকলে তেওঁলোকৰ ভাগ্যক এনেধৰণৰ এখন সমাজৰেই সমস্যা বুলি মানি নলয়। তেওঁলোক গভীৰ আৰু তিক্তভাবে হতাশাগ্ৰস্ত আৰু মধ্যবিত্ত নেতৃত্বৰ ৰাজনৈতিক আদৰ্শৰ প্ৰতি তেওঁলোকৰ মনোভাব সাংঘাটিক ধৰণে শত্ৰুভাবাপন্ন। একে সময়তে অসমীয়া জাতীয়তাবাদৰ মাজত নিহিত কিছুমান অন্ধবিশ্বাস আৰু ভ্ৰান্ত ধাৰণা তেওঁলোকে পৰিহাৰ কৰিব পৰা নাই। তেওঁলোকে ভাৱে যে নিবনুৱা সমস্যা অসমৰ ওপৰত অসমীয়াৰ নিয়ন্ত্ৰণ নথকা কথাটোৰেই নিদৰ্শন। সেয়েহে অসমৰ আকাশে বতাহে আজি "স্বাধীন আৰু সাৰ্বভৌম অসমৰ" নতুন শ্লোগান। জনজাতি বিদ্ৰোহ, অসমীয়া সমাজত সংহতিহীনতাৰ বিপদ, সামাজিক অৱক্ষয় আৰু স্থবিতাৰ সুস্পষ্ট লক্ষণবোৰকে ধৰি অসমৰ অইন সকলো সমস্যাই অসমীয়া জাতিৰ পতনৰ লক্ষণ বুলি পৰিগণিত হৈছে। আৰু অসমীয়া জাতিসত্তাৰ পুনৰুজ্জীৱন বিচৰা হৈছে হিংসা আৰু অস্ত্ৰৰ শক্তিৰ যোগেদি। বৰ্ণহিন্দু উগ্ৰজাতীয়তাবাদ, অসমীয়া মধ্যবিত্তৰ কুসীদজীৱী মনোভাব, অৰ্দ্ধ সামন্ততান্ত্ৰিক ধ্যান-ধাৰণা, পুঁজিৰ

অন্যায় ( ইয়াৰ ফলত বৃহৎ বুৰ্জোৱাৰ নিয়ন্ত্ৰণৰ বাহিৰত এটা পুঁজিবাদী শিল্প বিপ্লৱ সংঘটিত হোৱা নাই ) প্ৰকৃত গণতন্ত্ৰৰ বাবে অত্যাৱশ্যকীয় সংগ্ৰামৰ পথ লোৱা আৰু অসমীয়া জাতীয়তাবাদৰ দুৰ্বলতা সমূহৰ কোনো অন্তৰ্দৃষ্টি সম্পন্ন ব্যাখ্যা আগবঢ়োৱা হোৱা নাই। বিদ্ৰোহৰ পথ গ্ৰহণ আৰু অসমীয়া জাতীয়তাবাদৰ চাৰিওফালে থকা দুৰ্বলতাবোৰ বুজিব নোৱাৰাৰ ফলত এই ডেকাসকল অতি সহজেই দেশপ্ৰেমৰ চমকপ্ৰদ শ্লোগান থকা এক ফেচীবাদী শিবিৰত সোমাই পৰিব পাৰে।

এনেকুৱা এটা পটভূমিত আলফাৰ কিছুমান নীতি-নিৰ্দেশনাত্মক বিবৃতিয়ে চিন্তাত পেলায়। উদাহৰণ স্বৰূপে অসমত কোনো ধৰণৰ শ্ৰেণী নিৰ্যাতন আছে বুলি আলফাই নেমানে। তেওঁলোকৰ মতে ইয়াৰ কাৰণ হ'ল, এইযে অসমীয়া মধ্য বিত্ত এটা বুৰ্জোৱা শ্ৰেণী নহয়। বৰ্ণবাদী নিপীড়ন আৰু অৰ্দ্ধ-সামন্ততান্ত্ৰিক শোষণৰ মাজত থকা চিৰকলীয়া সম্পৰ্কক তেওঁলোকে নীৰৱে উপেক্ষা কৰিছে। ভাৰতবৰ্ষৰ পৰা পৃথক হৈ আহি স্বাধীন হ'ব পাৰিলেই সকলো নৃগোষ্ঠী আৰু জনজাতিকেই সম্পূৰ্ণ মৰ্য্যদা দিব বুলি আলফাই প্ৰতিশ্ৰুতি দিছে। ইতিমধ্যে জনজাতি আৰু অইন জাতিসত্তাবোৰক নিৰ্জাতিকৰণ কৰিব লাগিব। তেওঁলোকৰ পক্ষে নোযোৱা বাইজৰ তীব্ৰ আকাংক্ষাৰ প্ৰতি এয়া এক অৰ্দ্ধ ফেচীবাদী উত্তৰ। ভৱিষ্যতৰ কোনো এক কল্পৰাজ্যত সমতা আৰু ন্যায় পোৱাৰ আশাত জনজাতীয় লোকসকলে জ্বলন্ত সমস্যাৰাজি স্থগিত ৰখা কথাটো ৰাজনৈতিভাবে অবাস্তৱ। নিপীড়িত জনতাৰ বিশ্বাস আদায়ৰ পথ এইটো নহয়। এইটো এনেয়ে উল্লেখ কৰিব পাৰি যে মাজে সময়ে আলফাৰ দৃষ্টিভঙ্গী ডাঙৰাবলৈ আমি চেষ্টা কৰিছিলোঁ। যদিও ইয়াৰ উগ্ৰজাতীয়তাবাদী মূলৰ বাবে আলফাৰ মাজত থকা স্বৈৰাচাৰী প্ৰৱণতাৰ কথাও আমি বহুদিন আগতে উল্লেখ কৰিছিলোঁ। আলফাৰ পূৰ্ব অনুমতি নোলোৱাকৈ আলফা সম্পৰ্কে কোনো বাতৰি বা লেখনী প্ৰকাশ কৰিলে মৃত্যুদণ্ড বিহা হ'ব বুলি—সাংবাদিকসকলৈ দিয়া ভাবুকিয়ে আমি আগতে কৰা বিশ্লেষণ শুদ্ধ আছিল বুলিয়ে প্ৰমাণ কৰিলে। কাৰ্যসূচী আৰু দৃষ্টিভঙ্গীৰ এক মৌলিক পৰিবৰ্ত্তনেহে আলফাৰ বাবে এক জনপ্ৰিয় গণতান্ত্ৰিক আন্দোলনৰ শক্তি আৰু গতি আনি দিব পাৰে।

আটাইতকৈ প্ৰয়োজনীয় কথাটো হ'ল অসমৰ প্ৰকৃত গণতান্ত্ৰিক শক্তিবোৰৰ বাবে এখন উমৈহতীয়া মঞ্চ গঢ়া। সংখ্যালঘু উগ্ৰজাতীয়তাবাদৰ দ্বাৰা প্ৰলুব্ধ নোহোৱাকৈ বৰ্ণহিন্দু উগ্ৰজাতীয়তাবাদৰ বিৰুদ্ধে এনে এখন উমৈহতীয়া মঞ্চৰ পৰা সংগ্ৰাম কৰিব লাগিব, বিভিন্ন নৃগোষ্ঠী আৰু জাতিসত্তা সমূহক বৃহৎ বুৰ্জোৱাৰ বহুৱা নকৰাকৈ স্বায়ত্ব শাসন আৰু সংঘীয় ব্যৱস্থাৰ বাবে এই মঞ্চৰ পৰা প্ৰচেষ্টা চলোৱাৰ লগতে মিছা গৌৰৱৰ উন্মাদনাৰে উত্তেজিত নকৰি অসমৰ আহত জাতীয় আবেগ উপশমৰ বাবে

এই মঞ্চৰ যোগেদি চেষ্টা চলাব লাগিব আৰু ইয়াৰ পতাকাৰ তলত আধিপত্যবাদী সম্প্ৰদায় বা সম্প্ৰদায় সমূহৰ তৃতীয়া আৰু নিপীড়িত মানুহখিনিকো সংগঠিত কৰিব পৰা যাব।

অৱশ্যে কেন্দ্ৰৰ ভূমিকা বিবেচনা নকৰাকৈ উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজনৈতিক গাঁঠনিৰ সালসলনিৰ প্ৰস্তাৱ কৰাটো বৰ যুক্তিযুক্ত নহয়। যিহেতু বৰ্তমানৰ সংবিধানৰ অধীনত একমাত্ৰ কেন্দ্ৰীয় চৰকাৰৰহে এনেকুৱা ধৰণৰ সাল-সলনি ঘটোৱাৰ ক্ষমতা আছে। ইন্দিৰা গান্ধী প্ৰধানমন্ত্ৰী-হিচাপে থকা প্ৰথম ছোৱা কাৰ্য্যকালত বিষয়া মহলত ফেডাৰেল গাঁঠনিৰে অসমখনক পুনৰ গঠিত কৰাৰ কথা উঠিছিল। নিৰাপত্তা-হীন বোধ কৰা অসমীয়াতকৈ কেন্দ্ৰীয় চৰকাৰে জনজাতি সকলৰ ক্ষোভবোৰ অধিক আৱেগহীন ভাবে বিবেচনা কৰিব পৰা অৱস্থাত আছে। ৰাজ্যপাল এল. পি. সিঙে প্ৰস্তাৱিত বড়ো ৰাজ্যখনৰ নাম উদয়াচলৰ সলনি বড়োলেণ্ড প্ৰস্তাৱ কৰিছিল আৰু সেইটো উগ্ৰপন্থীসকলে কৃতজ্ঞচিত্তে মনত ৰাখিছে।

কিন্তু কেন্দ্ৰীয় চৰকাৰৰ নজিৰে বিশ্বাস কৰিবলৈ উদ্বুদ্ধ নকৰে যে কেন্দ্ৰ উত্তৰ-পূৰ্বাঞ্চলত দীৰ্ঘস্থায়ী শান্তি সম্প্ৰীতিৰ বাবে আগ্ৰহী। অঞ্চলটোত প্ৰত্যেকখন ৰাজ্য গঠনৰ ঘটনাই জাতিসমূহৰ মাজত বিভাজন অধিক গাঢ়হে কৰিছে। সীমা বিবাদবোৰ স্থায়ী হৈছে আৰু এইবোৰে অসম-নগালেণ্ড সীমান্ত অঞ্চল মেৰাপানীত ঘটাৰ নিচিনা ভয়াবহ ৰক্তক্ষয়ী ঘটনাৰ সৃষ্টি কৰিছে। কেন্দ্ৰীয় চৰকাৰে এনেধৰণৰ উত্তেজনাবোৰ হ্ৰাস কৰা আৰু বুজাবুজিৰ ভাব গঢ়ি তুলিবলৈ বিশেষ একো কৰা নাই। যদি ফেডাৰেল গাঁঠনিৰ পৰিকল্পনাটো ওপৰৰ পৰা জাপি দিয়া হয় তেনেহ'লে ই মাথো কেন্দ্ৰৰ স্বাৰ্থহে ৰক্ষা কৰিব। বিচ্ছিন্নতা আৰু সংঘাটৰ বিৰুদ্ধে নিজৰ মাজত গঢ় লোৱা নিৰাপত্তা ব্যৱস্থাৰ লগতে সহযোগিতা আৰু ভ্ৰাতৃত্বমূলক আদান প্ৰদান বঢ়োৱাৰ উদ্দেশ্যে লোৱা এক ব্যৱস্থাৰ সৈতে গোটেই কামটো আৰম্ভ হ'ব লাগিব তলৰ পৰা। যদি ফেডাৰেল গাঁঠনিটো এক গণতান্ত্ৰিক পথ বুলি ভবা হয় তেতিয়াহ'লে একমাত্ৰ গণতান্ত্ৰিক শক্তিবোৰেহে ইয়াক কাৰ্যকৰী কৰিব পাৰিব।

---